# হাতীৰ সঙ্গত পঞ্চাশ বছৰ

(ৰাজকুমাৰ প্ৰকৃতীশ চন্দ্ৰ বৰুৱাৰ হাতী সম্পৰ্কে
আজীৱন অভিজ্ঞতাৰ সংক্ষিপ্ত আলেখ্য)



মূল ঃ পাচুগোপাল ভট্টাচাৰ্য

অনুবাদ ঃ হেৰম্ব শইকীয়া




জ্যোতি প্ৰকাশন

পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

**HĀTIR SANGAT PANCHĀSH BASAR,** being an Assamese translation of Pachu Gopal Bhattacharjee's **Hatir Sange Panchash Basar,** done by Heramba Saikia and published by Smti. Ila Sarmah on behalf of **M/s Jyoti Prakashan,** Jaswanta Road, Panbazar, Guwahati-781 001, Assam.

**First edition :** *January, 2007* **Price :** *Rs. 60.00 only*

প্ৰকাশক ঃ
ইলা শৰ্মা
জ্যোতি প্ৰকাশন
যশোৱন্ত পথ
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

প্ৰথম সংস্কৰণ ঃ জানুৱাৰী, ২০০৭

বেটুপাত ঃ বিকাশজ্যোতি বৰুৱা

মূল্য ঃ ৬০.০০ টকা

ডি টি পি ঃ
ময়ূৰ ডেক্সটপ
ডেনিছ ৰোড
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

মুদ্ৰক ঃ
ত্ৰিনয়ন গ্ৰাফিক অফছেট
উদ্যোগ পাম, বামুণীমৈদাম
গুৱাহাটী-৭৮১ ০২১

... 'Where there is relegion, there is prosperity; where there is beauty, there is nobility; and where there is elephant there is victory.'





ভৰ যৌৱনত ৰাজকুমাৰ প্ৰকৃতীশ চন্দ্ৰ বৰুৱা



ভাটী বয়সত ৰাজকুমাৰ প্ৰকৃতীশ চন্দ্ৰ বৰুৱা

# সূচীপত্ৰ

# ভূমিকা

বন্ধুবৰ শ্ৰীপাচুগোপাল ভট্টাচাৰ্যই তেওঁৰ গ্ৰন্থৰ মুখবন্ধ লিখিবলৈকে মোক খুব বিপাকতেই পেলালে। তেওঁৰ গ্ৰন্থৰ মহানায়ক লালজী অসমৰ গৌৰীপুৰৰ স্বৰ্গীয় ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ দ্বিতীয় পুত্ৰ ৰাজকুমাৰ প্ৰকৃতীশ চন্দ্ৰ বৰুৱা। পাঁচ বছৰ বয়সৰ পৰাই লালজীৰ কথা শুনি আহিছোঁ। আশৈশবৰ পৰাই মোৰ বাবে লালজী এজন প্ৰবাদপুৰুষ। হাতী সম্বন্ধে, বিশেষতঃ হাতীৰ শ্ৰেণী বিচাৰ আৰু হাতী ধৰাৰ ব্যৱহাৰিক দিশ সম্বন্ধে যি জানিছোঁ তাৰে অধিকাংশই তেওঁৰ পৰা জানিছোঁ। পাৰিবাৰিক সূত্ৰে আমাৰ লগত তেওঁৰ পুৰুষাণুক্ৰমিক পৰিচয়। ১৯৪২ চনত লালজীৰ দেউতাককে প্ৰথম দেখিছোঁ। খাকী হাফ্‌পেণ্ট আৰু বগা হাফছাৰ্ট পিন্ধা চুটি-চাপৰ প্ৰাণৱন্ত চেহেৰাৰ মানুহজন এতিয়াও মোৰ চকুৰ আগত ভাহি আছে। যতীন দাস ৰোডৰ ঘৰৰ বৈঠকখানাত বহি ডাঙৰসকলে যেতিয়া চিকাৰৰ গল্প কয় আমি বালকসকলে অবাক হৈ শুনি থাকোঁ। লালজীৰ লগত ব্যক্তিগত পৰিচয় মোৰ জীৱনৰ বাবে এক ৰত্নময় অভিজ্ঞতা। লালজীৰ বিষয়ে মোক ক'বলৈ দিয়াতো ক্ষণকালৰ বাবে হ'লেও গঙ্গাৰ জলেৰে গঙ্গাপূজা কৰাৰ সমান। কিন্তু সময় বিশেষে সেয়াওতো এটি কৰ্তব্য।

বহুতো বন-বিলাসী বা বনকৰ্মীৰ লগত পৰিচয় হৈছে, কিন্তু লালজীৰ দৰে প্ৰকৃত বনকৰ্মী কেতিয়াও দেখা নাই আৰু লগো পোৱা নাই। লালজী 'মহলদাৰ' অৰ্থাৎ 'হাতী মহল' বন্দবস্ত কৰি বৈ হাতী ধৰি থাকে। এই ধৰণৰ মহলদাৰ অসমত বহুতো আছে। কিন্তু এওঁলোকৰ হাতীৰ লগত জংঘল আৰু মহলত মাহৰ পিছত মাহ ধৰি নাথাকে। হাতী ধৰা এওঁলোকৰ পেছা কিন্তু নিচা নহয়। ইয়াতেই লালজীৰ লগত পেছাদাৰী 'মহলদাৰ'ৰ পাৰ্থক্য।

ভাৰত তথা বিশ্ববিখ্যাত বহুতো হস্তী বিশেষজ্ঞৰ লগত মোৰ পৰিচয় হোৱাৰ সৌভাগ্য ঘটিছে। কিন্তু অভিজ্ঞতাৰ পৰিসৰৰ ফালৰ পৰা লালজী অগ্ৰগণী। অসমত বিশেষকৈ উজনি (upper) অসমত এনেকুৱা ধৰণৰ প্ৰবীণ 'ফৰফান্দী' আছে যিসকলৰ অভিজ্ঞতাৰ পৰিধিৰ তুলনা নাই। কিন্তু এওঁলোকে নিজৰ এই অভিজ্ঞতাক বুদ্ধিৰ দ্বাৰা বিশ্লেষণ কৰিব নোৱাৰে।

লালজীৰ লগত মোৰ বহুতো তৰ্ক-বিৰ্তক আৰু আলোচনা হৈছে। হয়তো সময়ত আৰু হ'ব এই আশা ৰাখিছোঁ। কোনো দিনেই তেওঁ বিনা যুক্তিত কোনো কথাকে মানি নলয়। ঘোলনখী, ঝাড়ুদুম, শিয়ালতালুৰ হাতী কুলক্ষণীয়া বুলি তেওঁ জানে। এই বিষয়ে একাধিক শ্লোক তেওঁৰ মুখস্থ আছে। হাতী ব্যৱসায়ী হিচাপে এইবোৰ তেওঁ জনাৰ দৰকাৰ। কাৰণ এই ধৰণৰ হাতীৰ বজাৰ দৰ কম। কিন্তু নিজৰ প্ৰয়োজন সাপেক্ষে তেওঁ এই কুলক্ষণযুক্ত হাতী ৰাখিবলৈও ইতস্তত বোধ নকৰে। সেইক্ষেত্ৰত তেওঁ চাব হাতীৰ পিঠি, চকু, ভৰিৰ বান্ধ আৰু মেজাজ যিবোৰ তথাকথিত লক্ষণ নহয়। এনেকুৱা লক্ষণযুক্ত হাতীবোৰো তেওঁৰ বাবে সময়ত মূল্যবান বস্তু হৈ পৰে। চৌখিন আৰু জাক্‌জমকীয়া হোৱাতোৱেই আচল কথা নহয়। বৰ্তমান তেওঁৰ প্ৰধান 'চিকাৰী কুন্‌কী' তীৰথ সিং বায়া গণেশ বা একদন্তৰ। তীৰথ সিঙৰ কেৱল মাত্ৰ বাওঁ দাঁতটোহে আছে। ইয়াৰ বাহিৰেও তীৰথ সিঙৰ নেজডাল বেঁকা 'নাগফেণী' ঠাচৰ। এই

হাতীটো কুলক্ষণযুক্ত হোৱা সত্ত্বেও লালজীৰ ওচৰত ইয়াৰ দাম কম নহয়।

লালজীৰ লগত দুবাৰ সোণপুৰ মেলা আৰু এবাৰ খাগড়া মেলালৈ গৈছোঁ। দুই পাল্লাৰ সৰু তম্বুত সাত দিন ধৰি আছোঁ আৰু লালজীক গুৰু মানি লৈ ছাত্ৰৰ দৰে হাতীৰ বিভিন্ন লক্ষণ, চৰিত্ৰ, আচৰণ আদিৰ বিষয়ে শিক্ষা গ্ৰহণ কৰিছোঁ। প্ৰতিবাৰেই ৫০০ ৰ পৰা ৫৫০ টা হাতী নিজেই দেখিছোঁ। গুৰুৰ লগত হাতীৰ বান্ধকলৈ প্ৰচণ্ড তৰ্ক কৰিছোঁ। কিয় দোহাৰ? কিয় 'কুমড়া' বান্ধ (বাধ) নহয়। কিয় 'শৌলা' কিয় 'দোহাৰ' বান্ধ নহয়। এইবিলাক নানান ধৰণৰ কূট তৰ্ক। এওঁৰ হাতত ধৰিয়েই হাতী ব্যৱসায়ৰ ভিতৰ মহলত সোমাব পাৰিছোঁ। এই কাৰণেই নিজকে অসীম সৌভাগ্যৱান বুলি ভাবোঁ।

হাতীৰ বজাৰত তেওঁ অন্য এটি নামেৰে পৰিচিত 'বাবা'। সোণপুৰত সন্ধ্যা নমাৰ লগে লগে হাতীৰ মেলাত ভিৰ কমে। কিনোতাসকল নিজে নিজে ডেৰালৈ (থকা ঠাই) ফিৰি যায়। সেই সময়ত লালজী তম্বুৰ সম্মুখত কম্বলৰ আসনত বহে আৰু ওচৰতে পাৰি থোৱা মৰাপাটৰ চটিৰ আসনবোৰত সদাগৰসকল আহি বহে। প্ৰথমতে ব্যৱসায়ৰ কথা। অসমত এইবাৰ কিমান হাতী ধৰিছে। ত্ৰিপুৰাত মহল খুলিলে নে নাই। কালাপানীৰ খৰিদ্দাৰে (আনন্দমানৰ বন বিভাগ) কিমান দাম দিছে। এইবিলাক নানা ধৰণৰ দৰকাৰী কথা-বাৰ্তা। ইয়াৰ মাজতে হয়তো কোনোবা এজন সদাগৰে 'বাবা'ৰ কাণে কাণে কৈ যায় 'খুনিয়া' দঁতালক 'কানি'খুৱাই সাময়িকভাৱে শান্ত কৰি কিমান বেছি দামত বিক্ৰী কৰিলে। সম্মুখত ঘূৰণীয়াকৈ সদাগৰসকলো বহে। লখনৌৰ ৰামচন্দ্ৰ, বিহাৰৰ লালবাবু, ইছলাম আৰু অনেকজন। পিছৰ শাৰীত মাউত তাৰ পিছত ভালেখিনি ভিতৰত আন আন কামৰ মানুহবোৰ। মাজত জুইৰ চৌকা। চাৰিওফালে হাতী, কোনোবাটো শুই আছে, কোনোবাটো থিয় হৈ আছে আৰু মাজে মাজে হাতীৰ চিঞৰ তাৰ মাজতে হাতে হাতে চিলিম ঘূৰিছে। মুক্তভাৱে কথা পাতিছে। পুৰণি দিনৰ কথা— কোন বাঈক কোন ৰজাই মেহফিলৰ পৰা তুলি লৈ গৈছিল। 'ব্ৰিজকুমাৰ' (ব্ৰজকুমাৰ) আৰু 'কুমুদ প্ৰসাদ' হাতীৰ গল্প। ত্ৰিপুৰাৰ পৰা এই হাতী দুটা বজাৰলৈ আনিছে। দ্বাৰভাঙ্গাৰ মহাৰাজাই ২৫০০০ টকাত 'ব্ৰিজকুমাৰ'ক কিনি নিছে। সেই সময়ত এটা ভাল দঁতাল হাতীৰ দাম ২০০০ টকাৰ পৰা টকাৰ পৰা ২৫০০ টকা। সপোনৰ দৰেই সেই দিনবোৰৰ কথা পাহৰি যাব নোৱাৰি।

ৰূপ-ৰস-ৰোমাঞ্চৰে ভৰা জীৱনক আকণ্ঠভাৱে পান কৰিছে লালজীয়ে। এই বিষয়ে তেওঁৰ কোনো খেদ নাই; অনুশোচনাতো নায়েই। গৌৰীপুৰৰ মাটিয়াবাগৰ প্ৰাসাদৰ সেই বিখ্যাত গোল লাইব্ৰেৰীত বহি তেওঁৰ লগত কথা পাতিছোঁ। দেৱালত অপৰূপ ধৰণে নক্সা কৰা আছে হাতীৰ অঙ্কুশ, আশা-শোটা। কোণাত খণ্ড খণ্ডকৈ চামৰাৰে বান্ধি থোৱা আছে গৌৰীপুৰৰ ৰাজ পৰিয়ালৰ প্ৰায় এশ বছৰৰ বছৰেকীয়া হিচাবত ৰখা চিকাৰৰ ৰোজনামচা। এই আকাৰৰ গ্ৰন্থৰাজি এই পৰ্যন্ত কোনোৱেই মেলি চোৱা নাই। সম্মুখত ৰজা প্ৰভাত বৰুৱাই ব্যৱহাৰ কৰা মূল্যবান মেহগণি কাঠৰ টেবুল। আকৌ খাগড়া বা শোণপুৰত সেই লালজীৰ লগত তম্বুৰ তলত খেৰৰ ওপৰত কম্বল পাৰি সদাগৰ, মাউত আৰু আন আন কৰ্মীৰ লগত একে লগে কটাইছোঁ, পথাৰত প্ৰাতঃকৃত্য কৰিছোঁ। পঞ্চাশ হাজাৰ নৰ-নাৰীৰ সম্মুখত চাৰিওফালে হাতীৰ মাজত থিয় হৈ লেতেৰা কুঁৱাৰ পানীৰে স্নান কৰিছোঁ। এই সকলোবোৰ মিলিয়েই লালজী এজন পূৰ্ণ মানুহ, এক অদ্ভুত মানুহ। ইয়াকেই কয় এক ধৰণৰ পাগল? অৱশ্যে। যি ধৰণৰ পাগল আছিল—

ভ্যান গ' গোগ্যাঁ, মেৰু বিজয়ী বা এভাৰেষ্ট অভিযাত্ৰীসকল। এই কাৰণেই বোধহয় গৌৰীপুৰ চহৰৰ এটি মাত্ৰ সমৃদ্ধ ঘৰতেই বিজুলীবাতি নজ্বলেঃ সেইটোৱেই হৈছে মাটিয়াবাগৰ ৰাজপ্ৰাসাদ।

গৌৰীপুৰত লালজীৰ প্ৰিয়তম হাতী প্ৰতাপ সিঙৰ নামত এখন হাস্পতাল কৰি দিছিল। চৰকাৰৰ পক্ষৰ পৰা হাতীৰ নামত হাস্পতাল কৰাৰ প্ৰস্তাৱত আপত্তি উঠিল। ইয়াৰ উত্তৰত লালজীয়ে জনালে যে তেওঁৰ দেউতা, তেওঁৰ দাদাৰ (স্বৰ্গীয় প্ৰমথেশ বৰুৱা) নামত যদি স্কুল, কলেজ থাকিব পাৰে তেতিয়াহ'লে হাতীৰ নামত হাস্পতাল নহ'ব কিয়? অকাট্য যুক্তি। মহামান্য চৰকাৰ বাহাদুৰে আৰু বেছিকৈ নাখাটি সেই যুক্তিকেই মানি ল'লে। প্ৰতাপ সিঙৰ বিৰাট তৈলচিত্ৰ মাটিয়াবাগৰ দেৱালত ওলমি আছে। ৰজাৰ বা ৰাণীৰ ছবি চকুত নপৰে। মানুহ আৰু হাতীৰ এই আশ্চৰ্যজনক ভালপোৱাৰ কথা লালজীয়ে তেওঁৰ নিজৰ ভাষাত 'বাৰোমাস' পত্ৰিকাত লিখিছে। কেৱল এই প্ৰতাপ সিঙৰ সম্বন্ধেই দেখিছোঁ লালজীৰ মন এতিয়াও অবুজ, এতিয়াও কোনো যুক্তি নামানে। মনে মনে বহুবাৰ হাঁহিছোঁ, কিন্তু মুখেৰে একো কোৱা নাই। প্ৰতাপ সিং লালজীৰ বাবে কোনো ভূতো নহয় ভৱিষ্যতো নহয় মাত্ৰ গজকুলমণি হাতী। প্ৰতাপ সিং সৰ্বগুণসম্পন্ন; তাৰ কোনো দোষ-ক্ৰটি থকাৰ প্ৰশ্নই নুঠে। প্ৰতাপ সিং ন্যায়পৰায়ণ, সত্যবাদী, চৰিত্ৰবান, ধৰ্মনিষ্ঠ, বেদজ্ঞ, গুপ্তদানকাৰী আৰু যি যি ধৰণে ভবা যায়। প্ৰতাপ সিঙৰ সম্বন্ধে ইয়াৰ বাহিৰে অন্য কথা ভবাও পাপ আৰু ভাবিলেও লালজীৰ সন্মুখত নোকোৱাই ভাল। প্ৰতাপ সিং এবাৰ অসুস্থ হৈ পৰাত লালজীয়ে নিজৰ বুকু ফালি ৰক্ত দিবলৈ অধৈৰ্য হৈ পৰিছিল। কিন্তু সেইবাৰ প্ৰতাপ সিং ভালহৈ উঠিল। পিছত তড়কা ৰোগত (Anthrax) প্ৰতাপ সিঙৰ মৃত্যু হয়। প্ৰতাপ সিঙৰ মৃত্যুৰ পিছত গয়ালৈ গৈ নিজৰ বাপেক-মাকৰ পিণ্ডৰ লগতে প্ৰতাপ সিঙৰো পিণ্ড দি আহে।

সেই সময়ত (অৰ্থাৎ ৩০ৰ পৰা ৪০ৰ দশকলৈ) গোটেই পূব ভাৰত— হয়তো বা গোটেই ভাৰততেই সকলোতকৈ ডাঙৰ হাতী আছিল 'জঙ্গবাহাদুৰ'। লালজীৰ অগ্ৰজ স্বৰ্গীয় প্ৰমথেশ বৰুৱাৰ বিখ্যাত ছায়াছবি 'মুক্তি'ত এই প্ৰকাণ্ড দঁতালক দেখা গৈছিল। 'জঙ্গবাহাদুৰ' কিন্তু লালজীৰ বাবে পছন্দৰ হাতী নাছিল। মোৰ ধাৰণা ইয়াৰ প্ৰধান কাৰণ জঙ্গবাহাদুৰৰ অমাৰ্জনীয় অপৰাধ সি প্ৰতাপ সিঙতকৈ এক ফুট বেছি ওখ। প্ৰায় ক্ষমাৰ অযোগ্য এই স্পৰ্ধা। জঙ্গ আৰু প্ৰতাপক লৈ লালজীৰ লগত অনেক কথা পাতিছোঁ। অৱশ্যে খুব বিনীতভাৱে আৰু অতি সাৱধানে। যাই হওক দাদা! জঙ্গবাহাদুৰ অনেক বেছি ওখ আছিল। হাওদা চিকাৰৰ বাবে বহুতো সুবিধাজনক হাতী। উত্তৰ— অ, ওখ হ'লেই বা কি হয়? প্ৰতাপৰ বান্ধ কিমান ভাল। কুমুড়া বান্ধ। জঙ্গবাহাদুৰতো 'বৰ মিৰসা' বান্ধৰ হাতী। ঠিক আছে কিন্তু দাঁত? জঙ্গবাহাদুৰৰ সুৰং ধাচৰ দাঁত প্ৰকাণ্ড, যিমান দীঘল সিমান মোটা। প্ৰতাপৰ দাঁত তাৰ তুলনাত সিকিৰ মানো নহয়। কিন্তু সেয়া নহ'লেই বা কি হয়? প্ৰতাপৰ দাঁত পালং। আকৌ আক্ৰমণ— পালং ঠিকেই কিন্তু ফেৰ্‌কা (Divergent) দুইফালে বাহিৰলৈ ওলাই যোৱা দাঁত সমান্তৰাল নহয়। পালঙেই হওক বা অন্য কিবায়েই হওক জংঘলৰ দাঁত ওচৰা-উচৰিকৈ লগা নাই। ইয়াৰ পিছত কিছু সময় চুপ-চাপ; বুজা গৈছে কিছু অসুবিধাবোধ কৰিছে। অৱশেষত উত্তৰ— হ'লে কি হয় জঙ্গবাহাদুৰ 'আন্ধাৰমুখীয়া হাতী আৰু প্ৰতাপ? কিমান হাঁহিমুখীয়া। ইয়াৰ পিছত এই বিষয়ে আৰু বেছি কথা নাপাতি প্ৰসঙ্গ পৰিৱৰ্তন কৰা হয়।

সকলোবোৰ মিলি, প্ৰায় প্ৰতাপসিঙৰ দৰেই লালজীও অনন্য এজন। যি যুগত, যি পৰিয়ালত যি ভাবেৰে লালজী ডাঙৰ-দীঘল হৈছিল, সেই যুগ, সেই পৰিবেশ, সেই পৰিয়াল, সেই জীৱনযাত্ৰা আৰু সৰ্বোপৰি সেই অৰণ্য আৰু বন্যপ্ৰাণী আজি শেষ হৈ গৈছে।

লালজী সম্বন্ধে বহু প্ৰবন্ধ-নিবন্ধ বাংলা সাপ্তাহিক আৰু দৈনিক পত্ৰ-পত্ৰিকাত প্ৰকাশিত হৈছে। লালজীৰ গাৰো পাহাৰৰ অভিজ্ঞতাৰ বৰ্ণনা কৰি এখন কিতাপ লিখা হৈছে। ফৰাচী ভাষাত লালজীৰ হাতী ধৰা জীৱনক লৈ চিত্ৰ পুস্তিকা প্ৰকাশিত হৈছে— (Gabriclle Bertrand, A La Recherche des E'Le'phants Sauvages, Hachette, u.d.); কিন্তু লালজীৰ নিজৰ ভাষাত তেওঁৰ ৬০ বছৰৰ 'বনকৰ্মী' জীৱনৰ এখন সামগ্ৰিক চিত্ৰ কিতাপ আকাৰে তুলি ধৰাৰ চেষ্টা বোধহয় এয়েই প্ৰথম। ইয়াৰ বাবে সমগ্ৰ প্ৰকৃতিপ্ৰেমী লোকসকলে শ্ৰীপাচুগোপাল ভট্টাচাৰ্য মহাশয়ক অকুণ্ঠ ধন্যবাদ জনাব। সকলোতকৈ ডাঙৰ কথা, ক'তোৰেই পাচুবাবুৰ কণ্ঠস্বৰ লালজীৰ কণ্ঠস্বৰতকৈ ওপৰলৈ উঠা নাই। ভাষণতকৈ ভাষ্যই প্ৰাধান্য লাভ কৰিছে। বহুতো ঠাইত লালজীৰ কণ্ঠস্বৰ, বচনভঙ্গী, পংক্তি পংক্তিকৈ শুনিবলৈ পোৱা যায়। এই কৃতিত্ব সামান্য নহয়। ইয়াৰ বাবে পাচুবাবুক মই আন্তৰিক অভিনন্দন জনাইছোঁ।

কলকাতা — ধৃতিকান্ত লাহিড়ী চৌধুৰী

এপ্ৰিল, ১৯৮১

# মুখবন্ধ

স্নিগ্ধ সেউজীয়াৰ উদাৰ সমাৰোহ। ভেলভেটৰ দৰে ঘন নীলা আকাশৰ বুকু আৱৰি থিয় হৈ আছে উদাস গম্ভীৰ হিমালয়— এই সকলোবোৰকে আকৌ এবাৰ নতুন সাজেৰে দেখিলোঁ উত্তৰ বঙ্গত। দেখিবলৈ পালোঁ এজন অদ্ভুত বনদৰদী আৰু হাতী-পাগল মানুহ। জন্ম হৈছে ৰজাৰ ঘৰত কিন্তু বাছি লৈছে বনবাস। অৰণ্যৰ সৈতে তেওঁৰ পৰিচয় চিকাৰৰ বাবেই। হাতী চিকাৰৰ বাবেই তেওঁ হাতী পৰিচালনা কৰিবলৈ শিকে। কিন্তু শেষ পৰ্যন্ত তেওঁৰ নিজৰ মনৰ স্বত্বই গুচি গ'ল বন আৰু বনুৱাৰ (জংলী হাতীৰ) হাতলৈ। সেইবাৰ তেওঁ হাতী ধৰিবলৈ আহিছিল শিলিগুড়ি চহৰৰ ওচৰৰ এক বনাঞ্চললৈ, আছিল বন বিভাগৰ এটা কাঠৰ বঙলাত। ৰাজকুমাৰ নিৰস্ত্ৰ, কিন্তু একেবাৰে নিৰ্ভয় মনৰ। কেনেকৈনো জংলী হাতীৰ অহা-যোৱা খবৰ পোৱা যায়— এয়েই আছিল তেওঁৰ ভাবনা। বুজি পাইছোঁ এইজনেই গৌৰীপুৰৰ ৰাজকুমাৰ প্ৰকৃতীশ চন্দ্ৰ বৰুৱা। শৈশবৰ পৰা তেওঁৰ গাৰ ৰং গৌৰ বৰ্ণৰ। সেই কাৰণেই মাক-বাপেকে আদৰতে তেওঁৰ নাম ৰাখিছিল 'লালজী'। এই দেশত যিসকলে বন আৰু বন্য প্ৰাণীৰ মঙ্গলৰ বাবে চিন্তা-ভাবনা কৰে সেইসকলে 'লালজী' বুলিয়েই তেওঁক চিনে আৰু জানে।

জলপাইগুৰিৰ শিক্ষক আৰু গৱেষক শ্ৰীবিমলেন্দু মজুমদাৰৰ পৰা লালজীৰ ঠিকনা পালোঁ। তাৰ পিছত তেওঁৰ লগত যোগাযোগ কৰাটো কঠিন নহ'ল। তথাপিতো মনত অলপ শঙ্কাৰ ভাব নথকা নহয়। তেওঁ যে এজন দিলদাৰ লোক সেইটো আগতেই শুনিছোঁ। কিন্তু মই তেওঁৰ একান্ত অপৰিচিত। তদুপৰি হাতী ধৰা সম্পৰ্কে মই একো নাজানো। মই যাবলৈ ওলাইছোঁ এক কৌতূহলৰ বাবে— আধুনিক 'উদয়নক' চাবলৈ। এনেকুৱা এজন সাধাৰণ মানুহৰ লগত তেওঁ কথা পাতিবনে নাপাতে সেয়াই বা কোনে জানে। যাহওক যথা সময়ত এজন সহকৰ্মীক লগত লৈ যাত্ৰা আৰম্ভ কৰিলোঁ।

তালৈ গৈ যি দেখিলোঁ, সেই কথা পিছত ক'ম। লালজীয়ে বেচ জমাই আমাৰ লগত কথা বাৰ্তা আৰম্ভ কৰিলে যেনিবা আমাৰ বহু দিনৰ পৰিচিত। তেওঁৰ পৰাই শুনিলোঁ যে এই বঙলাটো বনৰীয়া হাতী চলাচল কৰা পথৰ ওপৰতেই। সেই কাৰণেই তেওঁ ইয়াতেই আছেহি। শুনিতো আমাৰ গা কঁপি উঠিল— ভাবিলোঁ কি ধৰণৰ মানুহ! বনৰীয়া হাতীৰ এক ঢাক্কাত এই দুৰ্বল বঙলাটো কাটি হৈ পৰিব। সেয়েহে মোৰ মনৰ মাজত ভয় আৰু বিস্ময়ৰ আলোড়ন উঠিব ধৰিলে। শেষত গৈ সুধিয়েই দিলোঁ— কি সাহস আৰু বিশ্বাসৰ জোৰত আপুনি এনেকুৱা বিপদৰ মাজতো প্ৰসন্নমনে বহি আছে। লগে লগে উত্তৰ দিলে— তেওঁলোকৰ কুলদেৱী স্বৰ্গীয় মহামায়াৰ আশীৰ্বাদেই তেওঁৰ ৰক্ষাৰ কৱচ। সেই ১৯৪২ চনৰ পৰাই তেওঁ জংঘলে জংঘলে ঘূৰি ফুৰিছে। কিন্তু তেওঁক বিপদ-আপদে কৰকৈ লগ পোৱা নাই আৰু বেমাৰ-আজাৰো বৰ বেছিকৈ হোৱা নাই। এয়া কেৱল মহামায়াৰ কৃপাতেই সম্ভৱ হৈছে। এই বিশ্বাস তেওঁৰ চিৰদিনৰ বাবেই আছে আৰু থাকিবও।

এই প্ৰসঙ্গত তেওঁৰ কুল আৰু কুলদেৱীৰ কথা আহি পৰে। এই বিষয়ে পূৰ্ণাঙ্গ আলোচনা ইয়াত নকৰোঁ। মোটামুটি দুই চাৰিটা কথা কৈ আমি আচল প্ৰসঙ্গৰ ফালে গুচি যাম। গৌৰীপুৰ ৰাজবংশৰ মূল পুৰুষজন হ'ল মঙ্ক দাস। তেওঁ আছিল গৌড়দেশীয় কায়স্থ। শূৰ ৰজাৰ অধীনত ৰাজ্যৰ উত্তৰফালে গঙ্গাৰ দাঁতিত তেওঁ বাস কৰিছিল। সীমান্ত এলেকাসমূহৰ ৰক্ষণাবেক্ষণৰ দায়িত্ব তেওঁৰ ওপৰতেই আছিল। তেওঁৰ বংশাৱলীৰ পৰিচয় আমি কাশীদাসৰ বৰ্ণনাত পাইছোঁ—

'দাস বংশে মঙ্ক নাম বাঢ় ভৰি যশোগান
তাৰ পুত্ৰ নাম টঙ্কপাণি।
ব্ৰাহ্মণ চক্ৰান্তে পড়ি পিতৃ বাস পৰিহৰি
উপনীত পাতালী ৰাজধানী।।
মহাৰাজ চক্ৰবৰ্তী তাহাক্ কৰিলা ভক্তি
নিজস্থানে ৰাখিল হৰষে।
ৰাজাৰ হইল সখ্য দিলা পদ প্ৰধান লেখা
উচ্চ ভাবি সবে পৰিতোষ।'

(বঙ্গেৰ জাতীয় ইতিহাস— ৰাজন্যকাণ্ড)

পাটলিপুত্ৰ তেতিয়া আছিল তীৰভুক্তিৰ অন্তৰ্ভুক্ত। তেওঁ টঙ্কপাণি ধৰ্মপালৰ অনুগ্ৰহত তীৰভুক্তিৰ 'প্ৰধান-লেখা' বা জ্যেষ্ঠ কায়স্থৰ পদ মৰ্যাদা লাভ কৰে। গমস্তাসকলৰ বিষয় সংক্ৰান্তীয় কাজ-কৰ্মৰ তদাৰকী কৰাই আছিল তেওঁৰ মূল দায়িত্ব। তেওঁৰ পুত্ৰ-পৰিবাৰসকলে দীৰ্ঘদিন ধৰি মিথিলাতেই বসবাস কৰিছিল। তাৰ পিছত মঙ্ক দাসৰ ১৯তম বংশধৰ শাক্ত নৰহৰি ৰায় কামাখ্যালৈ কামাখ্যাদেৱীক দৰ্শন কৰাৰ মানসেৰে আহে। কোঁচ ৰজা বিশ্বসিংহৰ গুৰু সাৰ্বভৌম ভট্টাচাৰ্যৰ অনুৰোধত তেওঁ মন্ত্ৰিত্ব গ্ৰহণ কৰে। শুনিবলৈ পোৱা যায় যে তেওঁৰ সুশাসনৰ গুণতেই গোটেই দেশ ধনে-জনে উপচি পৰিছিল। গৌৰীপুৰৰ তাৰিণীপ্ৰিয়া চতুষ্পাঠীৰ অধ্যাপক স্বৰ্গীয় ৰামনাথ বিদ্যালঙ্কাৰ ডাঙৰীয়াই 'গোৱালপাৰাৰ ইতিহাস'ত লিখি থৈ গৈছে— ত্ৰিহুত মজঃফৰপুৰৰ বেথেৰা গাঁও নিবাসী নৰহৰি ৰায় নামে জনৈক কায়স্থই স্বদেশ ত্যাগ কৰি আহি গোৱালপাৰা জিলাৰ ৰঙ্গামাটিত বসবাস কৰিছিল। পুৰোহিত পৰিবৰ্তনৰ বাবে অসমত থকা এওঁলোকৰ পুত্ৰসকলৰ গোত্ৰ পৰিবৰ্তন হয়। এওঁলোকৰ গোত্ৰ কাশ্যপৰ পৰা বশিষ্ঠলৈ পৰিবৰ্তন হয়। এওঁলোকে 'ৰায়' উপাধি পৰিত্যাগ কৰি বৰুৱা উপাধি গ্ৰহণ কৰে। চৰকাৰী কাগজ-পত্ৰই এই তথ্য প্ৰমাণ কৰে। মঙ্ক দাস আছিল গৌড়ৰ কায়স্থ— গোত্ৰ অত্ৰি। তেওঁৰেই বংশধৰসকলৰ শাখা-প্ৰশাখা বিস্তাৰিত হৈ স্থান আৰু গোত্ৰ পৰিবৰ্তন কৰি হৈ পৰিল কামৰূপবাসী আৰু বশিষ্ঠ গোত্ৰৰ। তেওঁলোকৰ বংশৰ ইতিহাসৰ ধাৰাই এটি সুনিৰ্দিষ্ট পথেৰে গতি কৰিব ধৰিলে। অৱশ্যে নৰহৰিৰ এজন পুত্ৰ ৰামদাস মিথিলা ৰজাৰ অধীনতেই থাকি গ'ল। আন এজন পুত্ৰ পয়োনিধিয়ে বাপেকৰ সৈতে কামৰূপতে বসবাস কৰিছিল। পয়োনিধিৰ দুজন পুত্ৰ। কবি কৰ্ণপুৰ (আচল নাম অজ্ঞাত) আৰু বাণীনাথ (কবীন্দ্ৰ পাত্ৰ)। কবি কৰ্ণপুৰে সন্ন্যাস ধৰ্ম গ্ৰহণ কৰি সংসাৰ ত্যাগ কৰি ওলাই যায়। তেওঁৰ ভায়েক কবীন্দ্ৰ পাত্ৰই হ'লগৈ চাৰি চৰকাৰ (চৰকাৰ কামৰূপ, চৰকাৰ দক্ষিণকূল, চৰকাৰ ঢেকেৰী, চৰকাৰ বঙ্গভূমি) প্ৰথম কানুনগো অৰ্থাৎ প্ৰাদেশিক শাসনকৰ্তা। তেওঁ কাৰ্যতঃ দিল্লীৰ বাদশাহৰ, নামতহে ঢাকাৰ নবাবৰ অধীনত আছিল।

মতান্তৰ ভেদে দেখা গৈছে যে কবীন্দ্ৰৰ পুত্ৰ কবি শেখৰেই বাদশাহী আমোলৰ প্ৰথমজন 'কাননগো' অৰ্থাৎ প্ৰাদেশিক শাসনকৰ্তা। সেয়া যিয়েই নহওক কবীন্দ্ৰ পাত্ৰ ১৬২৮ খ্ৰীষ্টাব্দলৈ জীয়াই আছিল। কবীন্দ্ৰ পাত্ৰৰ ছয়জন পুতেকৰ ভিতৰত ৰঘুনাথেই (কবি শেখৰ) কোঁচ ৰজা ধীৰ নাৰায়ণৰ সময়ত বিশেষ খ্যাতি আৰু প্ৰতিপত্তি লাভ কৰিছিল। পিতাকৰ পিছতেই তেৰেঁই জাহাঙ্গীৰ বাদশাহৰ চনদৰ চুক্তি অনুসৰি কোঁচ হাজোৰ কাননগো পদ লাভ কৰে। বাদশাহে তেওঁকেই 'ৰজা' উপাধি দিছিল আৰু লগতে 'পাঞ্জা' ফলত মঙ্ক দাসৰ বংশ ৰাজবংশত পৰিণত হ'ল। কবি শেখৰ এজন ধৰ্মপ্ৰাণ আৰু নিষ্ঠাবান শক্তি সাধক আছিল। এওঁ নিজৰ পুণ্য আৰু সাধনাৰ বলতেই মাহামায়া দেবীৰ সৈতে সাক্ষাৎ লাভ কৰিছিল। সেই কথা পিছত কোৱা হ'ব।

কবীন্দ্ৰ পাত্ৰৰ সময়ৰ পৰাই ৰঙামাটি এই বংশৰ সদৰ বাসস্থান বা ৰাজধানী। বংশৰ প্ৰধানসকলে সেই মুছলমান আমোলৰ পৰাই 'ৰজা' বা ৰঙামাটিৰ বৰুৱা বুলিয়েই জনাজাত। বাদশাহ ঔৰঙ্গজেবৰ ৰাজত্ব কালত এই বংশৰ দেবী প্ৰসাদে প্ৰভূত পৰিমাণৰ ক্ষমতা আৰু প্ৰতিপত্তিৰ অধিকাৰী হয়। কেইবা পুৰুষ বাগৰি যোৱাৰ পিছত ধীৰ চন্দ্ৰ কাননগো পদবীত ৰহে। ধীৰ চন্দ্ৰৰ পত্নী তাৰিণীপ্ৰিয়া দেবী ধৰ্মশীলা আৰু বিদ্যোৎসাহিনী আছিল। এওঁ দেশত সংস্কৃত শিক্ষা প্ৰসাৰৰ বাবে এখন সংস্কৃত বিদ্যালয় স্থাপন কৰে। ধীৰ চন্দ্ৰৰ পুতেক প্ৰতাপ চন্দ্ৰই ১৮৫০ চনত ৰঙামাটিৰ পৰা গৌৰীপুৰলৈ ৰাজধানী স্থানান্তৰিত কৰে। ভূটানৰ যুদ্ধত ইংৰাজসকলক সহায় কৰাৰ বাবে তেওঁ 'ৰায়বাহাদুৰ' উপাধি লাভ কৰে। তাৰ পিছত ১৮৬৯ খ্ৰীষ্টাব্দত চৰকাৰে তেওঁক জিলাৰ সদৰ স্থাপন কৰিবলৈ ধুবুৰীখন দান কৰে। সাহসী আৰু দেশহিতৈষী প্ৰতাপ চন্দ্ৰৰ ১৮৮০ খ্ৰীষ্টাব্দত মৃত্যু হয়। তেওঁ নিঃসন্তান আছিল। এওঁৰ বিধৱা পত্নী ৰাণী ভৱানীপ্ৰিয়া দেবীয়ে স্বামীৰ উইল অনুসৰি ৰাজ্য পৰিচালনাৰ দায়িত্ব গ্ৰহণ কৰে। তেওঁ কুমাৰ প্ৰভাত চন্দ্ৰ বৰুৱাক পোষ্যপুত্ৰ হিচাপে তুলি লয়। ধৰ্মপৰায়ণ আৰু দয়াৱতী বুলি ৰাণী ভৱানীপ্ৰিয়া দেবীৰ খ্যাতি আছিল। কুমাৰ প্ৰভাত চন্দ্ৰ বৰুৱা ১৮৯৬ খ্ৰীষ্টাব্দত সাবালক হয় আৰু ১৯১১ খ্ৰীষ্টাব্দত 'ৰজা' উপাধি পায়। ৰজা প্ৰভাত চন্দ্ৰই বহুতো জনহিতকৰ কাম কৰিছিল। তেওঁ এজন বিদ্বান, বিদ্যোৎসাহী আৰু বহুদৰ্শী পুৰুষ আছিল। শিক্ষা, চিকিৎসা, জনস্বাস্থ্য ইত্যাদিৰ ওপৰত তেওঁ প্ৰখৰ দৃষ্টি ৰাখিছিল। সঙ্গীত-ৰসজ্ঞ আৰু সাহসী চিকাৰী বুলি তেওঁৰ খ্যাতি আছিল। তেওঁৰ অকাল মৃত্যুত অনেক অসহায় বিধৱা নাৰী আৰু অনাথ ল'ৰা-ছোৱালী মাতৃহাৰা হয়। ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাই ১৯৪২ চনৰ ২৪ ছেপ্টেম্বৰৰ দিনা স্বৰ্গাৰোহণ কৰে।[১]

প্ৰভাত চন্দ্ৰৰ তিনিজন পুত্ৰ আৰু দুজনী কন্যা— কুমাৰ প্ৰমথেশ চন্দ্ৰ, ৰাজকুমাৰী নীহাৰ বালা, ৰাজকুমাৰী নীলিমা সুন্দৰী, কুমাৰ প্ৰকৃতীশ চন্দ্ৰ আৰু কুমাৰ প্ৰণবেশ চন্দ্ৰ।

ৰাজকুমাৰী নীলিমা সুন্দৰী, কুমাৰ প্ৰকৃতীশ চন্দ্ৰ আজিও আমাৰ মাজত আছে। চিত্ৰজগতৰ দিক্‌পাল পুৰুষ প্ৰমথেশৰ কথা এই দেশত কোনে নাজানে? লোক-সাহিত্য, লোক-সংগীত আৰু লোক-নৃত্যৰ জগতত ৰাজকুমাৰী নীহাৰবালাৰ নামো নজনা নহয়। প্ৰকৃতীশ চন্দ্ৰ ওৰফে লালজীৰ কথা আগতেই কিছু কৈছোঁ। পিছৰ কথা পিছতেই ক'ম।

---

১। হৰিনাৰায়ণ দত্তবৰুৱাৰ ৰচনাৱলীৰ পৰা লোৱা হৈছে।

এইবাৰ কুলদেৱীৰ কাহিনী। তেতিয়া কবি শেখৰৰ আমোল আৰু ৰাজধানী গৌৰীপুৰৰ পৰা সাতমাইল দূৰৈত ৰঙামাটি পাহাৰত। তলত ব্ৰহ্মপুত্ৰ। সাধক কবি শেখৰ এদিন ৰাতিপুৱা ব্ৰহ্মপুত্ৰৰ পাৰলৈ গৈছিল। হঠাৎ তেওঁ দেখিলে যে পাহাৰৰ আঁৰৰ পৰা দুটি সূৰ্য উদয় হৈছে। পূব দিগন্তত পোহৰৰ জিক্‌মিকনি আৰু এজনী ষোড়শী কন্যা পানীৰ ওপৰেদি খোজকাঢ়ি গৈ আছে। তেওঁৰ ভক্তিভৰা মনেই যেন জানিবলৈ দিলে— এওঁ নিশ্চয় বিশেষ কোনোবা দেৱী হ'ব। তেওঁ নিজেই বাট এৰি দি তাৰাতাৰিকৈ জংঘলৰ মাজত লুকাই পৰিল। নিজৰ চকুৰে দেৱী লীলা চাই জীৱন ধন্য কৰিব এয়েই যেনিবা উদ্দেশ্য। যি বাট তেওঁ এৰি গুচি আহিছিল সেই বাটটো পোনে পোনে পাহাৰৰ ওপৰলৈ গুচি গৈছে। কিন্তু পথ আৰু পাহাৰৰ সন্ধিস্থলত আছিল এটা গুহা। সেইটোৰ নাম 'বাঘমাৰা'। সাধক পুৰুষে আঁৰৰ পৰাই অবাক হৈ দেখিবলৈ পালে যে দেৱী নিজেই খোজকাঢি গৈ আছে গুহাৰ ফালে। হঠাৎ গুহাৰ ভিতৰৰ পৰা এটা বাঘ ওলাই আহিল। বাঘটোৱে দেৱীক পিঠিত তুলিলৈ কিছুসময় ঘূৰা-ঘূৰি কৰি তাৰ পিছত নমাই দিলে। সাধক প্ৰবৰে তেতিয়া নিশ্চিত হ'ল যে এওঁ সাক্ষাৎ দেৱী আৰু ষোড়শী। তাৰ পিছত দেৱীক পাহাৰৰ পৰা ব্ৰহ্মপুত্ৰৰ ফালে নামি অহা ৰাস্তাৰে গৈ থকা দেখি তেওঁ নিজেও জংঘলৰ পৰা ওলাই আহি পহাৰীয়া পথটোত পথালিকৈ শুই থাকিল। যিকোনো ধৰণৰেই হওক দেৱীৰ পদ-স্পৰ্শৰে তেওঁ পুণ্য অৰ্জন কৰি ধন্য হ'বলৈ বিচাৰিছিল। দেৱীয়ে ধীৰ আৰু মৃদু স্বৰেৰে তেওঁক তিনিবাৰ ধৰি পথ এৰি দিবলৈ কৈছিল। কিন্তু তেওঁ নিৰ্বাক নিশ্চল। তেতিয়া দেৱীয়ে তেওঁক গাত সাত বাৰ লাঠি মাৰিলে আৰু দশভূজাৰূপে আবিৰ্ভূত হ'ল। প্ৰসন্ন স্বৰেৰে ক'লে— 'তুমি সঁচাকৈ এজন পৰমভক্ত।' তোমাক দেখা দিবলৈ মই আহিছোঁ। পৰীক্ষাও কৰিছোঁ নানাভাৱে। সাতোটাকৈ লাঠি খায়ো তুমি ধৈৰ্য হেৰুওৱা নাই। সেইকাৰণে তোমাক বৰ দি গ'লোঁ সাতপুৰুষ ধৰি তোমালোকৰ এই বংশ থাকিব তোমালোকে মোৰ পূজা কৰা বা নকৰা। তাৰ পিছত পূজা কৰিলেই যে বংশ থাকিব সেইটোও নহয়। এই কথা কৈয়ে দেৱী অন্তৰ্দ্ধান হ'ল। তেতিয়াৰ পৰাই মহামায়া হ'ল ৰাজবংশৰ কুলদেৱী। সেই সাধক পুৰুষৰ সপ্তম পুৰুষ হ'ল প্ৰতাপ চন্দ্ৰ। তেওঁ খুব জাকজমকৈ পূজা কৰিছিল। মহামায়াই দশভূজাৰূপেই দেখা দিছিল। তেওঁৰ পূজাইতো দুৰ্গাদেৱীৰ পূজা। দুৰ্গা পূজাৰ সময়তে সেয়া অনুষ্ঠিত হয়। অন্য দেৱীৰ পূজাত ব্ৰতী হোৱাৰ আগতেই কুলদেৱীৰ পূজা কৰা নিয়ম আছিল। সেয়া যিয়েই হওক পূজাৰ স্থান কিন্তু দুটা-এটা মহামায়াৰ, আনটো দুৰ্গাৰ। দুই ঠাইতেই যথাবিধি পূজা অনুষ্ঠিত হয় আৰু পাঠা ইত্যাদি বলি দিয়ে। নৱমীৰ দিনা দুটা পাঠা বাঘৰ উদ্দেশ্যে উচ্ছৰ্গা কৰে 'বাঘমৰা' বোলা সেই পৰ্বতৰ গুহাৰ ওচৰত। এয়া আছিল তেওঁলোকৰ এটা কুলপ্ৰথা। প্ৰতাপ চন্দ্ৰই নিজেই পূজা কৰিছিল অৱশ্যে কিছু কিছু মন্ত্ৰ এজন ব্ৰাহ্মণে পাঠ কৰিছিল। শেষত গৈ জমিদাৰী চৰকাৰৰ হাতলৈ হস্তান্তৰিত হয়। সেয়েহে এই পূজাৰ দায়িত্ব চৰকাৰৰ হৈ পৰে।

কিছুদিন আগেয়ে দুবাৰো মহামায়াৰ অলঙ্কাৰ আৰু ছত্ৰ ইত্যাদি চুৰি হৈ যায়। ছয়-সাতবছৰ আগেয়ে স্বয়ং মহামায়াই গুচি গ'ল চোৰৰ হাতত। পিছত অৱশ্যে কাশীধামৰ পৰা মহামায়াৰ এটি অষ্টধাতু

নিৰ্মিত মূৰ্তি আনি আকৌ যথাস্থানত প্ৰতিষ্ঠা কৰা হয়। মূল মূৰ্তিটো চুৰি হ'লেও লালজীৰ বিশ্বাস কিন্তু এক বিন্দুমাত্ৰও কমা নাই। তেওঁৰ দৃঢ় বিশ্বাস— মহামায়া বিশ্ব ব্ৰহ্মাণ্ডৰ সৃষ্টি, স্থিতি আৰু বিনাশৰ কাৰণ। তেওঁলোকৰ ঘৰ এৰি গ'লেও মহামায়া আছেই, আৰু সকলোৰে মঙ্গলৰ বাবেই আছে।

এতিয়া লালজীৰ প্ৰসঙ্গলৈ আকৌ ঘূৰি আহোঁ। প্ৰথম দিনৰ আলাপতেই লালজীৰ লগত সখিত্বৰ সূত্ৰপাত হয়। তাৰ পিছত তেওঁ হাতী সম্পৰ্কে আহৰণ কৰা আজীৱন অভিজ্ঞতাৰ কথা আৰু কাহিনী নানাধৰণে উজাৰি বৰ্ণনা কৰি মোক জানিবলৈ দিলে। ইয়াৰ উপৰি দুৰ্মূল্য আৰু দুষ্প্ৰাপ্য কেইখনো কিতাপ তেওঁ মোৰ হাতত তুলি দিছিল। মাজতে এদিন যোগাযোগ হ'ল সুপৰিচিত বিশেষজ্ঞ— ড° ধৃতিকান্ত লাহিড়ী চৌধুৰী মহাশয়ৰ লগত।[2] তেওঁ লালজীৰ অনেক কালৰ বন্ধু। তেওঁৰ পৰা মই যিখিনি সাহায্য পাইছোঁ সেয়া কৈ শেষ কৰিব নোৱাৰি। তেওঁ পাণ্ডুলিপিটো আতিগুৰি মাৰি পঢ়িছে আৰু সংশোধন কৰি দিছে। অৱশ্যে কিতাপখনত বিভিন্ন বিষয়ে যি মতামত আছে সেয়া লালজীৰ, ড° লাহিড়ী চৌধুৰীৰ নহয়। কেইখনো সুন্দৰ ছবি তেওঁৰ সৌজন্যতেই কিতাপখনত ছপা কৰাটো সম্ভৱ হৈছে। 'নাম নামান্তৰ' নামৰ তেওঁ লিখা কিতাপখন মোৰ বিশেষ উপকাৰত আহিছে। তেওঁ লিখা ভূমিকাটোৱে কিতাপখনক বিশেষ মৰ্যাদাসম্পন্ন কৰিছে। অতি আনন্দৰে তেওঁৰ প্ৰীতি আৰু সাহায্যৰ কথা ব্যক্ত কৰিলোঁ।

লালজীৰ সম্পৰ্কে ক'বলৈ মোৰ ভাষা নাই। অশেষ ধৈৰ্য ধৰি তেওঁ মোৰ দৰে সাধাৰণ মানুহৰ প্ৰশ্নৰ উত্তৰ দিছে। মই নিজেই নাজানো তেওঁৰ ৰসাল ভাষা আৰু ভঙ্গীৰ কিমানখিনি বজাই ৰাখিব পাৰিছোঁ। সম্পূৰ্ণভাৱে হয়তো পৰা নাই। পিছে ইয়াৰ কাৰণ মোৰ অক্ষমতা, অযত্ন নহয়। অৱশ্যে পাণ্ডুলিপিটো পিছত লালজীয়ে চাইছে আৰু কিছুমান ঠাইত অদল-বদল কৰিবলৈও নিৰ্দেশ দিছিল। কিন্তু সেইটো অত্যন্ত খৰখেদাৰ মাজেৰে। সেয়েহে কৈছোঁ তথ্যগত ত্ৰুটি -বিচ্যুতি যদি কিবা থাকি গৈছে তেতিয়াহ'লে সেয়া মূলতঃ মোৰ বুজা বা লিখাৰ ভুলৰ বাবে। কিন্তু এই সকলোবোৰ ত্ৰুটি-বিচ্যুতি থকাৰ পিছতো যদি তেওঁ কিতাপখন পঢ়ি সন্তোষিত হয় তেতিয়া হ'লে মই এক অসীম আনন্দ অনুভৱ কৰিম।

ৰাজকুমাৰী নীহাৰ বৰুৱাই লিখা এটি প্ৰবন্ধ অৱলম্বন কৰি হাতী সম্পৰ্কে কেইটামান লোকগীত, সঙ্গীতৰ ভাব আৰু এটি কিংবদন্তি এই কিতাপখনত সন্নিবিষ্ট কৰা হৈছে। যথাস্থানত ঋণ স্বীকাৰ কৰিছোঁ। তেওঁৰ এই উদাৰ অনুমতিৰ বাবে কৃতজ্ঞতা জনালোঁ।

লালজীৰ কন্যা শ্ৰীমতী প্ৰতিমা পাণ্ডেৰ সুৰলা কণ্ঠত হাতী সম্পৰ্কে কেইটামান লোকগীত শুনি অকৃত্ৰিম আনন্দ পাইছোঁ। এই প্ৰসঙ্গত তেওঁক কৃতজ্ঞতা জনালোঁ।

মোৰ বহু কামৰ সহযোগী শ্ৰীবিমলেন্দু মজুমদাৰৰ কথা আগতেই কৈছোঁ। জলপাইগুৰিৰ

2. Member, Eastern Region Committee World Eastern wild life Fund, India and Co-ordinator North-Eastern State, INDIA, Asian Elephant specialist Group, Species survivol Commission, International Union for conservation of nature and natural Resources Wces, Director, West Bengal Forest Development corporation, Member West Bengal Wildlife Advisory Board; Reader, Rabindra Bharati University, Calcutta.

শ্ৰীআশুতোষ চট্টোপাধ্যায়ৰ পৰা মই বহুতো সাহায্য পাইছোঁ। তেওঁ ব্ৰাহ্মণ পুখুৰীলৈ গৈ নিজ হাতেৰে কেইবাখনো ছবি তুলি আনিছে। তেওঁলোক দুয়োজনলৈ প্ৰীতি আৰু শুভেচ্ছা জনালোঁ। শ্ৰীমান দীপঙ্কৰ আৰু কুশল কুমাৰে মোৰ এই প্ৰচেষ্টাৰ বহুতো যাবতীয় কাম-কাজত খাটি দিছে। ভগৱানে তেওঁলোকৰ মঙ্গল কৰক। বহুজনে মোৰ এই কাম-কাজত নানানভাৱে সাহায্য কৰি দিছে। তেওঁলোক সকলোৰে নাম উল্লেখ কৰাটো সম্ভৱ নহয়, কিন্তু তেওঁলোক সকলোকে প্ৰীতি আৰু শুভেচ্ছা জনালোঁ।

পাঠক-পাঠিকাই কিতাপখন পঢ়ি কিছু আনন্দ পালে মই সন্তোষ পাম। পিছে যদি কাৰোবাৰ মনত হাতী সম্পৰ্কে বিধিবদ্ধভাৱে কিছু জনাৰ আৰু কৰাৰ ইচ্ছা জাগে তেতিয়া হ'লে লালজী, ড° লাহিড়ী চৌধুৰী আৰু মোৰ পৰিশ্ৰম সৰ্বতোভাৱে সফলকাম হ'ব।

সৰ্বশেষত বিশ্ববাণীৰ ব্ৰজকিশোৰ মণ্ডলৰ কথা ক'লোঁ। তেওঁ বহুতো কামৰ হেঁচাৰ মাজতো প্ৰশংসনীয় দ্ৰুততা আৰু যত্ন সহকাৰে এই কিতাপখনৰ প্ৰকাশনৰ ব্যৱস্থা কৰিছে। ভগৱানৰ ওচৰত তেওঁৰ সৰ্বাঙ্গীন কুশল কামনা কৰিলোঁ।

— ইতি

অক্ষয় তৃতীয়া, ১৩৮৭
যাদবপুৰ, কলকাতা

বিনয়াৱনত
পাচুগোপাল ভট্টাচাৰ্য

# অনুবাদকৰ কথা

'হাতীৰ সঙ্গত পঞ্চাশ বছৰ' নামৰ কিতাপখনৰ অনুবাদৰ বিষয়ে ক'বলৈ গৈ অলপমান অতীতলৈ ঘূৰি গৈছোঁ। চাকৰি কালত গৌৰীপুৰত অৱস্থিত কৃষি বিভাগৰ সহকাৰী কাৰ্যবাহী অভিযন্তাৰ অফিচলৈ বহুবাৰেই গৈছোঁ। প্ৰত্যেকবাৰেই গৌৰীপুৰৰ মাটিয়াবাগৰ ৰাজপ্ৰাসাদটো আঁতৰৰ পৰাই দেখোঁ কিন্তু কামৰ উজুহাতত ওচৰলৈ গৈ চোৱাৰ সুবিধা হৈ নুঠে। এবাৰ মোৰ পত্নী অধ্যাপিকা ড° মেনকা শইকীয়া গৌৰীপুৰ ভ্ৰমণৰ সঙ্গী হৈছিল। আমি গৈ ধুবুৰীৰ আৱৰ্ত ভৱনত উঠিছিলোঁ। সেইদিনা গধূলি আমাক লগ কৰিবলৈ সহকাৰী কাৰ্যবাহী অভিযন্তা (কৃষি) আৰু অফিচৰ বৰবাবু অপৰেশ চক্ৰৱৰ্তী (বৰ্তমান অৱসৰপ্ৰাপ্ত) আৱৰ্ত ভৱনত উপস্থিত হৈছিলহি। আমি সকলোৱে মিলি একো কাপ চাহ খোৱাৰ পিছত আমাৰ চৰকাৰী কাৰ্যসূচী ঠিক কৰি ল'লোঁ। আৱৰ্ত ভৱন এৰাৰ আগে আগে চক্ৰৱৰ্তীয়ে মোক অনুৰোধ কৰি ক'লে— 'ছাৰ আপুনি এইবাৰ বাইদেউক লগত লৈ আহিছে যেতিয়া অলপমান সময় উলিয়াই মাটিয়াবাগৰ ৰাজপ্ৰাসাদ চাই যাব। নহ'লে আপোনাৰ আৰু চোৱা নহ'ব। মই খবৰ পাইছোঁ প্ৰতিমা পাণ্ডে (তেতিয়া জীৱিত) ঘৰতে আছে। গতিকে পাৰিলে কাইলৈ পিছবেলা গ'লেই ভাল হয়। ময়ো সন্মতি দিলোঁ।

পিছদিনা সময়মতে চক্ৰৱৰ্তীৰ লগত আমি দুয়ো আৰু দুজন সহকাৰী অভিযন্তাৰ সৈতে গৈ মাটিয়াবাগৰ ৰাজহাউলীৰ সন্মুখত গাড়ীৰৰ পৰা নামিলোঁগৈ। তেতিয়া সময় আবেলি ৪ বাজি ৩০ মিনিট গৈছে। গদাধৰৰ সিপাৰে সূৰ্য চকাপাতত বহিছে। ভিতৰলৈ সোমাই গ'লোঁ। দেখিলো প্ৰতিমা পাণ্ডে পিছৰ ফালৰ বাৰাণ্ডা এখনত সাধাৰণ সাজপাৰত বহি আছে আৰু লগতে তেওঁৰ স্বামী অধ্যাপক গংগাশঙ্কৰ পাণ্ডেও বহি আছে। আমি গৈ তেওঁলোকক নমস্কাৰ জনালোঁ। তেওঁলোকে প্ৰতিনমস্কাৰ জনাই বহিবলৈ দিলে। মোৰ পত্নীক প্ৰতিমা পাণ্ডেয়ে তেওঁৰ ওচৰতে বহিবলৈ দি আপোন মনে কথা পাতিলে। প্ৰতিমা পাণ্ডে আৰু চক্ৰৱৰ্তী দুয়োজনে এসময়ৰ সহপাঠী হোৱাৰ বাবে ইজনে সিজনক 'তুই' বুলি মাতে। কিছু সময় কথা-বাৰ্তা পতাৰ পিছত পাণ্ডেয়ে আমাক মাটিয়াবাগৰ ৰাজপ্ৰাসাদৰ ভিতৰলৈ লৈ গ'ল। কথা প্ৰসঙ্গত পাণ্ডেয়ে আমাক ক'লে যে গৌৰীপুৰৰ ৰাজবংশৰ বহুতো ঐতিহাসিক স্মৃতিচিহ্ন সংৰক্ষণৰ অভাৱত নাইকিয়া হৈ গৈ আছে। খুব কম বস্তুহে আমি দেখিলোঁ। তেওঁ আমাক ৰজা প্ৰভাত নাৰায়ণ বৰুৱাৰ খাকী হাফপেণ্ট পিন্ধা ফটো, ৰাণী ভুবনেশ্বৰী দেৱীৰ ফটো, সৰোজবালা দেৱীৰ ফটো, কথাছবি জগতৰ প্ৰবাদপুৰুষ প্ৰমথেশ বৰুৱাৰ ল'ৰালি কালৰ বাঘ চিকাৰৰ ফটো, প্ৰতিমা পাণ্ডেৰ বাঘ চিকাৰৰ ফটো, লালজীৰ ফটো, তেওঁলোকে বিভিন্ন সময়ত চিকাৰ কৰা কেইবাখনো বাঘৰ ছাল দেৱালত ওলমি থকা দেখিলোঁ। শুনিবলৈ পাইছিলোঁ যে লালজীৰ প্ৰিয় হাতী প্ৰতাপ সিঙৰ তৈলচিত্ৰ এখন মাটিয়াবাগৰ ৰাজপ্ৰাসাদৰ দেৱালত ওলমি আছিল। প্ৰতাপ সিঙৰ এই তৈলচিত্ৰখনে বোলে ৰজা-ৰাণীৰ ফটোকো ম্লান কৰি ৰাখিছিল। পিছে আমি নেদেখিলোঁ। দেৱালখন উকাপৰি

আছে। বেয়া লাগিল। আমি পাণ্ডেৰ সৈতে ওলাই আহিলোঁ। তাৰ পিছত প্ৰতিমা পাণ্ডেৰ পৰা বিদায় ল'বলৈ গ'লোঁ। তেওঁলোকে আমাক আগবঢ়াই দিবলৈ লগতে ওলাই আহিল। আমি আগবাঢ়ি আহি থাকোঁতে পাণ্ডে চিত্ৰজগতৰ দিক্‌পাল পুৰুষ প্ৰমথেশ বৰুৱাৰ প্ৰিয় হাতী 'জঙ্গবাহাদুৰ'ৰ জহি-খহি যাব ধৰা মূৰৰ লাওখোলাটো দেখুৱাই দিলে। তেওঁ ক'লে এই 'জঙ্গবাহাদুৰ'ক প্ৰমথেশ বৰুৱাৰ 'মুক্তি' ছবিত দেখা পোৱা গৈছিল। তাৰ পিছত হাতী বান্ধি ৰখা ঠাই, বাঘ পোহা ঠাই, কুকুৰৰ সমাধিস্থল, অজগৰ পুহি ৰখা ঠাই ইত্যাদি দেখুৱালে। দেখুৱাই যোৱাৰ লগতে প্ৰকৃতিপ্ৰেমী লালজীৰ হাতীৰ সৈতে বন্ধুত্বৰ ৰোমাঞ্চকৰ কাহিনী দুই-এটি থোৰতে কৈ গ'ল। এই সকলোবোৰ দেখি শুনি মই অভিভূত হ'লোঁ। কিন্তু মাটিয়াবাগৰ ৰাজবাৰী এতিয়া এখন এৰাবাৰীলৈ ৰূপান্তৰিত হৈছে। সকলোতে অৱক্ষয়ৰ এক কৰুণ বিননি। সংৰক্ষণৰ অভাৱতেই ঐতিহাসিক মাটিয়াবাগৰ ৰাজবাৰী মহাকালৰ বুকুত হেৰাই যাব। গম পালোঁ যে ৰাজপৰিয়ালৰে বোৱাৰী ৰাণু বৰুৱাৰ প্ৰচেষ্টাকো অসম চৰকাৰে আওকাণ কৰিলে। শেষত এক ভাৰাক্ৰান্ত মনেৰে বিদায় লৈ জীপত উঠিলোঁ। তেতিয়া গধূলি সময় ৭-৩০ বাজিছে। ধুবুৰী আৱৰ্ত ভৱন অভিমুখে ৰাওনা হ'লোঁ।

জীপত গৈ থাকোঁতে চক্ৰৱৰ্তীয়ে মোক সুধিলে 'ছাৰ আপুনি মাটিয়াবাগৰ ৰাজবাৰীৰ কথাবোৰ দেখি শুনি খুব অভিভূত হোৱা যেন লাগিল।' মই ক'লোঁ 'মিছা নহয় এয়া আমাৰ অসমৰ এটি ৰাজপৰিয়ালৰ প্ৰকৃতি প্ৰেমৰ নিদৰ্শন নহয় জানো?' কিন্তু সকলোবোৰ হেৰাই যাব ধৰিছে। ভাবিলে দুখ লাগে।' আকৌ তেওঁ সুধিলে— 'ছাৰ আপুনি বঙালী কিতাপ পঢ়েনে? মই ক'লো পঢ়োঁ। তেতিয়া হ'লে মই আপোনাক লালজী (প্ৰকৃতীশ চন্দ্ৰ বৰুৱা)-ৰ প্ৰকৃতি প্ৰেম বিশেষকৈ হাতীৰ প্ৰতি থকা বন্ধুত্ব আৰু অকৃত্ৰিম ভালপোৱাৰ বিষয়ে এখন বঙালী কিতাপ পঢ়িবলৈ দিম। আপুনি পঢ়ি খুব ভাল পাব আৰু বহুতো কথা জানিব। পিছদিনা গধূলি আৱৰ্ত ভৱনলৈ আহি চক্ৰৱৰ্তীয়ে কিতাপখনৰ 'photo-copy' এটা দিলেহি আৰু ক'লে মানুহজনৰ এখনেই কিতাপ আছে, সেইবাবে 'photo-copy' হে দিব পাৰিলোঁ বেয়া নাপায় যেন। মই ক'লো এইটোৱেই হ'ব, কিয় বেয়া পাম। তেওঁক ধন্যবাদ জনালোঁ। পিছত মই বহু কষ্টৰে কলকাতাৰ পৰা কিতাপখনৰ কপি এটা যোগাৰ কৰি আনিছিলোঁ।

এই বঙালী কিতাপখনৰেই নাম 'হাতীর সঙ্গে পঞ্চাশ বছৰ' ৰাজকুমাৰ প্ৰকৃতীশ চন্দ্ৰ বৰুৱাৰ হাতী সম্পৰ্কে আজীৱন অভিজ্ঞতাৰ সংক্ষিপ্ত আলেখ্য। কিতাপখনৰ লিখক পাচুগোপাল ভট্টাচাৰ্য প্ৰকাশ কৰিছে কলকাতাৰ বিশ্ববাণী প্ৰকাশনীয়ে। সঁচাই এখন আলেখ্য। লালজীয়ে কৈ গৈছে পাচুগোপাল ভট্টাচাৰ্যই আঁত ধৰি লিখি গৈছে। কিতাপখন পঢ়িব ধৰিলে শেষ নকৰাকৈ এৰিব নোৱাৰি। মোৰ তেনেকুৱাই হ'ল। ভাবিছিলোঁ ২/৪ পাতকৈ পঢ়িম। পিছে মই কিতাপখন পঢ়িবলৈ আৰম্ভ কৰি ইমানেই আকৃষ্ট হ'লোঁ যে কিতাপখন একেলগে পঢ়ি শেষ কৰিলোঁ। প্ৰকাশভঙ্গী নাটকীয়। লিখি গৈছে প্ৰকৃতিৰ কথা। বন্য প্ৰাণীৰ কথা। মহলত হাতী ধৰাৰ কথা। সেউজীয়া অৰণ্যৰ বুকুত মানুহ আৰু হাতীৰ মাজত গঢ়ি উঠা গভীৰ ভালপোৱাৰ কথা, প্ৰকৃতিৰ জীৱনশৈলীৰ কথা, জীৱ-প্ৰযুক্তিৰ কথা। বনত বাস কৰি কৈ গৈছে প্ৰকৃতিৰ সংৰক্ষণ আৰু জন মানৱৰ কল্যাণ একেডাল ডোলতেই গঁথা। প্ৰকৃতিৰ সংৰক্ষণৰ অবিহনে মানৱজীৱন বৰ্তি থকাতো অসম্ভৱ।

এই আলেখ্যৰ নায়ক প্ৰকৃতীশ চন্দ্ৰ বৰুৱা (লালজী) গৌৰীপুৰৰ ৰজা প্ৰভাত নাৰায়ণ বৰুৱাৰ দ্বিতীয় পুত্ৰ। জন্ম হৈছে ৰজাৰ ঘৰত কিন্তু বাছি লৈছে বনবাস। অৰণ্যৰ সৈতে তেওঁৰ পৰিচয় চিকাৰৰ বাবে। তেওঁৰ নিজৰ কথাৰে উদ্ধৃতি দিছোঁ— 'আমাৰ বংশ মৰ্যাদাৰ প্ৰথম আৰু প্ৰধান লক্ষণ স্কুল-কলেজৰ শিক্ষা নহয়, চিকাৰ পটুতাহে। সেয়েহে লিখা-পঢ়া নিশিকিলেও কোনোৱেই বৰ বেছিকৈ ছিঃ ছিঃ নকৰে। কিন্তু চিকাৰ কৰিবলৈ নাজানিলে একঘৰীয়া হৈ থাকিবলগীয়া হয়।' অৰণ্যই হৈ পৰিল তেওঁৰ জীৱনৰ পাঠশালা। লালজী এজন প্ৰকৃতিপ্ৰেমী মানুহ। হাতীৰ প্ৰতি তেওঁৰ ভালপোৱা আছিল অভূতপূৰ্ব। সেই ভালপোৱাৰ ফলস্বৰূপেই এদিন তেওঁৰ হাতীদৰদী মনটো বনৰীয়া হাতীয়ে প্ৰকৃতিৰ মাজলৈ কাঢ়ি লৈ গ'ল। সেয়েহে তেওঁ কৈছে— 'চিকাৰৰ নিচাৰ বাবেই বছৰৰ ৮ (আঠ) মাহ বনে-জংঘলে কটাবলগীয়া হয়। ইয়াৰ ফলস্বৰূপে মই ঘৰ সংসাৰ, সমাজ আৰু আত্মীয় স্বজনৰ পৰা বহু দূৰলৈ আঁতৰি গৈছোঁ। বনৰ শান্ত ছাঁই মোৰ জীৱনত শীতল ছাঁ দি আছে। মই যেন এতিয়া বনৰ বিশেষ জাতৰ বন্য প্ৰাণী। তাত মোৰ কোনো খেদ নাই। বনত বাস কৰি যি দেখিছোঁ যি পাইছোঁ সেয়া তুলনাহীন। কবিৰ কথাৰ সত্যতা আজি মৰ্মে মৰ্মে অনুভৱ কৰিব পাৰিছোঁ— 'The beasts are very wise. Their mouth are clean of lies.' লালজীৰ হাতী-প্ৰেম আছিল গল্পৰ দৰেই। সেই কাহিনী যেনে ৰোমাঞ্চকৰ তেনে চিত্তাকৰ্ষক আৰু হৃদয়স্পৰ্শী। এই চিত্তাকৰ্ষক কাহিনী পাঠকসকলে এই কিতাপখনৰ পাতে পাতে পঢ়িবলৈ পাব।

লালজীয়ে প্ৰায় ১০০০ (এহাজাৰ) মান হাতীৰ লগত বন্ধুত্ব কৰিছিল। পিছত গৈ হাতীৰ সমাজখন নিজৰ সমাজৰ দৰে হৈ পৰিছিল। হাতী হৈ পৰে তেওঁৰ বন্ধু, সখী আৰু সন্তানৰ দৰে। অৰণ্যত থাকোঁতে থাকোঁতে মানুহৰ ওপৰত যে বন্য প্ৰাণীৰ স্বভাৱৰ বহুখিনি প্ৰভাব পৰে সেই কথা Douglas Hamilton দম্পতীয়ে সমৰ্থন কৰিছে। তেওঁলোকে 'Among the Elephants' নামৰ কিতাপখনত দ্বিধাহীনভাৱে কৈছে যে— 'Living amongst animals one becomes more like them.'

জন্তুৱে মানুহৰ মৰম বুজি পালে কেতিয়াও প্ৰতাৰণা নকৰে। বৰং মানুহৰ জীৱনৰ সুখ-দুখৰ সঙ্গীহে হয়। লালজীৰ সুদীৰ্ঘ বনৰীয়া জীৱনৰ অভিজ্ঞতাৰ উপলব্ধি— 'হাতী আৰু মানুহৰ মাজত ভালপোৱাৰ যি সম্পৰ্ক গঢ়ি উঠে সেয়া কৈ বুজাব নোৱাৰা সম্পৰ্ক। মানুহে মানুহক যিমান ভাল পায় হাতীয়ে মানুহক বেছি ভাল পায়।' তেওঁৰ প্ৰিয় হাতী প্ৰতাপ সিঙৰ বাবে তেওঁৰ মন উতলা। কিমান যে ভালপোৱা, লালজীয়ে নাখালে প্ৰতাপে নাখায়। ইজনে-সিজনক নেদেখিলে পাগল।

ড° ধৃতিকান্ত লাহিড়ী চৌধুৰীৰ ভাষাৰে কৈছোঁ— 'কেৱল এই প্ৰতাপ সিঙৰ সম্বন্ধেই দেখিছোঁ লালজীৰ মন এতিয়াও অবুজ। এতিয়াও কোনো যুক্তি নামানে। মনে মনে বহুবাৰ হাঁহিছোঁ কিন্তু মুখেৰে একো কোৱা নাই। প্ৰতাপ সিং লালজীৰ বাবে কোনো ভূতো নহয়। ভৱিষ্যতো নহয়, মাত্ৰ গজকুলমণি হাতী। প্ৰতাপ সিং ন্যায়পৰায়ণ, সত্যবাদী, চৰিত্ৰবান, ধৰ্মনিষ্ঠ, বেদজ্ঞ, গুপ্তদানকাৰী আৰু যি যি ধৰণে ভবা যায়। প্ৰতাপ সিং সম্বন্ধে ইয়াৰ বাহিৰে অন্য কথা ভবাও পাপ আৰু ভাবিলেও লালজীৰ সন্মুখত নোকোৱাই ভাল। প্ৰতাপ সিং এবাৰ অসুস্থ হৈ পৰাত লালজীয়ে নিজৰ বুকু ফালি কষ্ট দিবলৈ অধৈৰ্য হৈ পৰিছিল। কিন্তু সেইবাৰ

প্ৰতাপ সিং ভাল হৈ উঠিল। পিছত তড়কা ৰোগত (Anthrax) প্ৰতাপ সিঙৰ মৃত্যু হয়। প্ৰতাপ সিঙৰ মৃত্যুৰ পিছত গয়ালৈ গৈ নিজৰ বাপেক-মাকৰ পিণ্ডৰ সৈতে প্ৰতাপ সিঙৰো পিণ্ড দি আহে।

লালজীয়ে অকল স্নিগ্ধ অৰণ্যত বাস কৰা হাতীৰ গতিবিধি, স্বভাৱ, আচৰণ আৰু হাতীৰ আৰণ্যিক ৰূপটো উপভোগ কৰিয়েই ক্ষান্ত থকা নাছিল। এই বৃহৎ আকাৰৰ প্ৰাণীটোৰ জন্ম লগনৰে পৰা মৃত্যুলৈ সকলো বিষয়ে পুঙ্খানুপুঙ্খৰূপে নিৰীক্ষণ, অধ্যয়ন আৰু পৰীক্ষা-নিৰীক্ষা কৰিছিল। প্ৰকৃততে হাতী আছিল তেওঁৰ গৱেষণাৰ বস্তু আৰু অৰণ্যই আছিল গৱেষণাৰ স্থলী। তেওঁৰ পৰীক্ষা-নিৰীক্ষাৰ ফলসমূহ সময়ে সময়ে অৰ্হতাসম্পন্ন বিশেষজ্ঞৰ লগত আলোচনা কৰি হাতীৰ ওপৰত প্ৰয়োগ কৰিছিল। তেওঁৰ এই অভিজ্ঞতাৰ সাক্ষৰ কিতাপখনৰ বহু ঠাইতে লিপিবদ্ধ হৈ আছে। বাংলাৰ এজন সুপৰিচিত হস্তী বিশেষজ্ঞ ড° ধৃতিকান্ত লাহিড়ী চৌধুৰীয়ে কিতাপখনৰ ভূমিকাতেই লিখিছে— 'ভাৰত তথা বিশ্ববিখ্যাত বহুতো হস্তী বিশেষজ্ঞৰ লগত মোৰ পৰিচয় হোৱাৰ সৌভাগ্য ঘটিছে। কিন্তু কেৱল অভিজ্ঞতাৰ পৰিসৰ আৰু প্ৰাচুৰ্যৰ ফালৰ পৰা ক'ব পাৰি লালজী সকলোতকৈ অগ্ৰগণী।'

এইবাৰ হাতীৰ কথা এৰি মানুহৰ মনৰ বেথাৰ কথা দুষাৰ কৈছোঁ: হাতীৰ লগত থাকে মাউত আৰু ফান্দী। হাতী ধৰাৰ আশাত মাউত আৰু ফান্দীয়ে বনে বনে ঘূৰি ফুৰে। এই হাড়ভঙা খাটনিৰ পিছত ৰাতি ধুৰালৈ ঘূৰি আহি জিৰণিৰ সময়ত জুইৰ কাষত বহিলেই মাউত আৰু ফান্দীৰ মনটো উৰা মাৰে দূৰণিৰ ঘৰত এৰি থৈ অহা প্ৰিয়জনৰ ওচৰলৈ। দোতোৰা হাতত তুলি লৈ মাউত ফান্দীয়ে এই ঘৰমুৱা মনৰ কথা আৰু বেথাক ধৰি ৰাখে গোৱালপৰীয়া লোকগীতৰ ভাষা আৰু সুৰৰ মাজত। এফাকি লোকগীতৰ কথা তুলি দিলোঁ—

— 'গৌৰীপুৰীয়া মাহুত কান্দে, ও সখি ঘৰবাড়ি ছাড়িয়া
আই ছাড়িলাং, ভাই ছাড়িলং, ছাড়িলং সোণাৰপুৰী
বিয়াও কৰিয়া ছাড়িয়া আসিলং ও সখি অল্প বয়সেৰ নাৰী।'

এই গোৱালপৰীয়া লোকগীতৰ সম্ৰাজ্ঞী প্ৰতিমা পাণ্ডে লালজীৰেই জীয়ৰী। তেওঁ আছিল গোৱালপৰীয়া লোকগীতৰ আত্মা তথা মাতৃস্বৰূপা। গোৱালপৰীয়া লোকগীতক তেওঁৰেই সম্মানীয় আসনত প্ৰতিষ্ঠিত কৰি গৈছে। এই লোক-সঙ্গীতৰ দিশটোৰ ওপৰত লালজীয়ে তেওঁৰ আলেখ্যত ৰেখাপাত কৰিছে।

অৰণ্যৰ শীতল ছাঁ, বন্য প্ৰাণীৰ ভালপোৱাৰ মাজত বিমল আনন্দ উপভোগ কৰিলেও লালজীয়ে বন্য প্ৰাণীৰ ভৱিষ্যতৰ কথা চিন্তা নকৰাকৈ থকা নাছিল। সেয়েহে লালজীয়ে অৱতৰণিকাত এযাৰ কথা উল্লেখ কৰিছে— 'বনত বাস কৰি যি পাইছোঁ, যি দেখিছোঁ সেয়া তুলনাহীন। তথাপি ভয় এটি আছে। হাত-ভৰি চলি থকাৰ দৰে বন-জংঘল আৰু অৰণ্যৰ ছাঁ শেষ পৰ্যন্ত থাকিবনে?' সঁচাকৈ লালজীৰ এই সন্দেহ দিঠকত পৰিণত হ'ল।

অসমৰ কথাকেই ধৰক। বৰ্তমান অসমৰ অৰণ্য তেনেই উদং। জনসংখ্যাৰ হেঁচা বিশেষকৈ বিদেশীৰ প্ৰব্ৰজন, সন্ত্ৰাসবাদীৰ অৰণ্য লুণ্ঠন, মেঘালয়, নাগালেণ্ড আৰু অৰুণাচলৰ বেদখল ইত্যাদিৰ বাবেই অসমৰ অৰণ্য ভূমি ক্ষিপ্ৰ গতিত সংকুচিত হৈছে। অসমৰ মাটিত বৰ্তমান

অৰণ্যৰ পৰিমাণ ২০ শতাংশতকৈও কম। যাৰ বাবেই হস্তীকুল বাসস্থান আৰু খাদ্যৰ অভাৱত আক্ৰান্ত হৈ পৰিছে। বৰ্তমান অসমত হাতী আৰু মানুহৰ সংঘাত দিনে দিনে বাঢ়ি গৈছে। খাদ্যৰ সন্ধানত বনৰীয়া হাতীয়ে ওলাই আহি গাঁও-ভূইত সোমাই মানুহৰ ঘৰ-দুৱাৰ ভাঙিছে আৰু মানুহো মাৰিছে। এই পৰিস্থিতিত মানুহে নিজৰ জীৱন, খেতি-বাতি, ঘৰ-বাৰী আৰু আন সম্পত্তি ৰক্ষা কৰিবৰ বাবে হাতীক বিভিন্নধৰণে বাধা দিবলগীয়া হৈছে যাৰ বাবে সঘনে হাতী মৃত্যুৰ মুখত পৰিছে। এই ধৰণৰ কৰুণ সংবাদ দিনে দিনে বাঢ়ি গৈছে।

হাতীৰ থকা ঠাই আৰু খোৱাৰ অভাৱৰ বাবেই আজি-কালি মানুহৰ বাবে হাতী এলাগী হৈ পৰিছে। যি হাতী এসময়ত মানুহৰ ঐশ্চৰ্য-বিভূতি আৰু সন্মানৰ প্ৰতীক আছিল, যাক দেৱতাৰ ৰূপত পূজা কৰা হৈছিল, সেই হাতীক আজি-কালি আমাৰ মানুহে অত্যাচাৰী প্ৰাণী বুলি বিষ খুৱাই হত্যা কৰিছে। আনহাতে, সংবাদ মাধ্যমৰ পৰা গমপোৱা গৈছে যে পাহাৰীয়া জনগোষ্ঠীৰ কিছুমান গোটে অতি সহজে কম কষ্টৰে হাতী চিকাৰ কৰি তাৰ মাংসও ভক্ষণ কৰিছে। হাতীৰ মঙহ অসম-মেঘালয় সীমান্তত মুকলিভাৱে বিক্ৰী হৈ আছে।

লালজীয়ে এই জটিল সমস্যাটোৰ ওপৰত নিজৰ মন্তব্য দাঙি ধৰি কৈছে— 'মূঠ কথা হ'ল হাতীৰ চাহিদা কমি গৈছে। ফলস্বৰূপে পোহনীয়া হাতীৰ সংখ্যা কমি গৈছে। তাৰ লগে লগে বনৰীয়া হাতীৰ সংখ্যা ক্ৰমে বৃদ্ধি পাই গৈছে। কিন্তু সিহঁতে খাব কি? বন-জংঘলো কমি গৈছে। ঠায়ে ঠায়ে জনসংখ্যাৰ চাপত হাবি-জংঘল নোহোৱা হৈ গৈছে। ফলস্বৰূপে পেটৰ জ্বালাত হাতীয়ে জংঘল এৰি আহি মানুহৰ গাঁও-ভূঁইত সোমাই খাদ্যৰ সন্ধানত ঘৰ-দুৱাৰ ভাঙে, মানুহ মাৰে, জংঘলত খোৱাৰ অভাৱ নাথাকিলে হাতীয়ে কি আনন্দত গাঁও-ভূঁইত এই অত্যাচাৰ কৰে? অৱশ্যে গুণ্ডা বা মস্তি হাতীৰ কথা বেলেগ। আনহাতে চৰকাৰৰ অনুমতি অবিহনে হাতী মৰাটো নিষেধ। আমি জানো যে এইবোৰ কথা কৈ তৰ্ক কৰিব পাৰি। তথাপি মই যি বুজিছোঁ তাকে কৈ গ'লোঁ।

এতিয়া অৱশ্যে দেশজুৰি হাতীৰ সমীক্ষা চলিছে। ধৰক যদি জংঘলী হাতীৰ সংখ্যা জংঘলৰ তুলনাত বেছি বুলি জনা হয় তেতিয়া বাৰু কি কৰিব? মই গোটেই জীৱন ধৰি ঘৰ আৰু বাহিৰত হাতীৰ লগতে কটাইছোঁ। গতিকে হাতী বধ কৰা পক্ষ সমৰ্থন কৰা মানুহ মই নহয়। বৰং এই বিষয়ত মই চৰকাৰী সঙ্কল্প আৰু সিদ্ধান্তৰ সক্ৰিয় সমৰ্থক। কিন্তু মানুহৰ জীৱন, সম্পত্তি আৰু খেতি-বাতিৰ কথাও ভাবিব লাগিব। সেউজীয়া বন-জংঘলৰ পৰিমাণ যাতে বৃদ্ধি হয় তাৰবাবে সকলোৱে ককালত টঙালি বান্ধি কাম কৰিব লাগিব। কেৱল চৰকাৰৰ উদ্যোগতেই সেউজৰ এই অভিযান সাৰ্থক হ'ব বুলি ক'ব নোৱাৰি। কিন্তু যিমান দিনলৈকে জংঘলী হাতীৰ থকা আৰু খোৱাৰ বাবে বন-জংঘলৰ পৰিমাণ বৃদ্ধি নহয়, সিমান দিনলৈ কি হ'ব? নিতান্ত নিৰুপায় হৈ অত্যন্ত কৰুণ প্ৰশ্নটো তুলিবলগীয়া হৈছে যে বৃদ্ধি পোৱা হাতীৰ সংখ্যাৰ বাবে নিধন আৰু বান্ধোনৰ বিধান দিয়াৰ বাহিৰে অন্য কিবা পথ আছে জানো।'

আফ্ৰিকাতো আজি এই সমস্যাই জটিল ৰূপ ধাৰণ কৰিছে যাৰ বাবে— Douglas-Hamilton দম্পতীয়ে লালজীৰ সুৰতে কৈছে— 'None the less, some would argue that a moment in which the human race is approaching a global

crisis of over population, shortage of food and materials and possible economic break-down, there is little hope left for the survival of the African Elephant.'

বৰ্তমান পৃথিৱীৰ অতি বিপন্ন প্ৰাণীসমূহৰ ভিতৰতে এটি হিচাপে হাতী চিহ্নিত হৈছে। হস্তীকুলৰ যথোচিত সংৰক্ষণ আৰু সুৰক্ষাৰ বাবে দৃঢ় আৰু সময় উপযোগী পদক্ষেপ গ্ৰহণ নকৰিলে এইবিধ প্ৰাণী চিৰকালৰ বাবেই পৃথিৱীৰ বুকুৰ পৰা নোহোৱা হৈ পৰিবগৈ। সাম্প্ৰতিক প্ৰেক্ষাপটত এযা অবিশ্বাস্য হ'লেও সত্য যে অহা দুই-তিনি শতিকাৰ পিছত আমাৰ উত্তৰ পুৰুষে প্ৰাকৃতিক পৰিৱেশত হাতী আৰু দেখাতো সম্ভৱ নহয়। হাতীৰ ভৱিষ্যতো 'ডাইন'ছৰ' দৰেই হ'বলৈ ওলাইছে।

সেয়েহে শেহতীয়াকৈ হস্তীকুলৰ সুৰক্ষাৰ বাবে বিশ্বৰ বিভিন্ন প্ৰান্তৰ পৰিৱেশবিদ আৰু পৰিৱেশ সংৰক্ষণকাৰী সন্থাই গুৰুত্ব আৰোপ কৰা পৰিলক্ষিত হৈছে।

ভাৰতবৰ্ষত হাতী বেদৰ যুগৰ পৰাই মানুহৰ সঙ্গী। হাতীক দেৱতাৰ ৰূপত পূজা কৰা হয়। গণেশ দেৱতাই তাৰ উদাহৰণ। যদি কালক্ৰমত সেই হাতী ভাৰতৰ বনাঞ্চলৰ পৰা একেবাৰে লুপ্ত হৈ যায় তেতিয়া হ'লে আমাৰ সংস্কৃতিৰ ভাণ্ডাৰৰ বৃহৎ অংশ এটি শেষ হৈ যাব।

সভ্যতাৰ উচ্চ শিখৰত আৰোহন কৰা আত্মকেন্দ্ৰিক মানুহৰ অপৰিণত জীৱন দৰ্শনৰ ফলস্বৰূপেই অৰণ্যৰ ধ্বংস, উদ্ভিদ আৰু প্ৰাণীজগতৰ বিভিন্ন প্ৰজাতিৰ বিলুপ্তিৰ দৰে জ্বলন্ত সমস্যাৰ সৃষ্টি হৈছে। ইযাৰ বাবে প্ৰকৃতিয়ে ভাৰসাম্যতা হেৰুওৱাৰ শেষবিন্দুত উপনীত হোৱাৰ পথত। এই সমস্যাই হাতী কি মানুহৰ জীৱনকালৰ ওপৰতো প্ৰভাৱ বিস্তাৰ কৰিছে। এই বিপন্নতাৰ পৰা ৰক্ষা পাবলৈ মানুহে প্ৰকৃতিৰ নিয়ম-শৃঙ্খলা মানি অন্যান্য উদ্ভিদ আৰু প্ৰাণীৰ সৈতে সুসম্পৰ্ক ৰক্ষা কৰি বসবাস কৰিব লাগিব। পৰিৱেশৰ সম্পদবোৰৰ সুস্থ ব্যৱহাৰ আৰু স্বাভাৱিক চক্ৰবোৰৰ সচলতা আৰু সক্ৰিয়তা বজাই ৰখাৰ দৰকাৰ। প্ৰধানকৈ আত্মকেন্দ্ৰিক মানুহে তাৰ ভোগবিলাসী জীৱনৰ আমূল পৰিৱৰ্তন ঘটাব লাগিব।

মোৰ পত্নী নগাঁও এ ডি পি কলেজৰ অধ্যাপিকা ড° মেনকা শইকীয়াৰ উদ্‌গনিত কিতাপখনৰ অনুবাদৰ কাম হাতত লওঁ। অনুবাদৰ সময়ত দুটি উদ্দেশ্য আগত ৰাখিছিলোঁ। প্ৰথমটো হ'ল বৰ্তমান সময়ত যিসকল প্ৰকৃতিপ্ৰেমী সংগঠনে আৰু বন বিষয়াই হাতীৰ সংৰক্ষণৰ বাবে কাম কৰি আছে তেওঁলোকে হয়তো এই কিতাপখনৰ পৰা বহু কথা জানিব পাৰিব। এইখিনিতে মই এটা কথা উল্লেখ কৰিব বিচাৰিছোঁ— মই এজন অনুবাদকহে কোনো বিশেষজ্ঞ নহয়। কিন্তু হাতী মোৰ প্ৰিয় জন্তু। দ্বিতীয় উদ্দেশ্যটো হ'ল লালজী এতিয়া আমাৰ মাজত নাই। মানুহৰ স্মৃতি ক্ষণস্থায়ী। ইতিমধ্যে মানুহৰ মনৰ মাজৰ পৰা লালজীৰ নাম হেৰাই গৈছে। সেয়েহে লালজীৰ দৰে বিশ্ববিখ্যাত হস্তী বিশেষজ্ঞ এজনৰ স্মৃতি যুগমীয়া কৰিবলৈ এই কিতাপখনৰ অনুবাদ অসমৰ পাঠক সমাজৰ হাতত তুলি দিব বিচাৰিছোঁ।

কিতাপখনৰ অনুবাদৰ কাম আগবঢ়াই নিয়াত বহুজনে বহুধৰণে মোক সহায় কৰিছে। নগাঁও চহৰৰ বাসিন্দা, এসময়ৰ অভিজ্ঞ হাতী চিকাৰী মঃ দেৱাজ আকবৰে কিতাপখনৰ অনুবাদৰ সময়ত হাতীৰ লাই-লক্ষণ, মাউত-ফান্দীয়ে ব্যৱহাৰ কৰা শব্দৰ অৰ্থৰ উপৰি মই বুজিবলৈ

অসুবিধা পোৱা কথাবোৰ সুন্দৰকৈ বুজাই দি অনুবাদৰ কাম আগবঢ়াই দিয়াৰ বাবে তেওঁক মই আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ। অনুবাদৰ কাম শেষ কৰি কিতাপখন প্ৰকাশৰ বাবে কলকাতাৰ বিশ্ববাণী প্ৰকাশনীৰ অনুমতি বিচাৰি বহুদিনলৈ হতাশাৰে বৈ থাকিবলগীয়া হৈছিল। কিন্তু নগাঁও ছোৱালী মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপিকা মালতী বৰা আৰু গুৱাহাটীৰ বিশ্বজিত দাসে ব্যক্তিগত কামত কলকাতালৈ যাওঁতে বিশ্ববাণী প্ৰকাশনীৰ কৰ্মকৰ্তাক লগ ধৰি কিতাপখনৰ প্ৰকাশৰ অনুমতি উলিয়াই অনাৰ ব্যৱস্থা কৰে। তাৰবাবে তেওঁলোকে দুয়োৰে ওচৰত মই চিৰকৃতজ্ঞ। কিতাপখন প্ৰকাশৰ অনুমতি দিয়াৰ বাবে বিশ্ববাণী প্ৰকাশনীৰ ভাৰতী দত্তলৈ মোৰ অশেষ ধন্যবাদ থাকিল। অৱসৰপ্ৰাপ্ত অধ্যাপক খগেন বৰাই (ৰহা কলেজ) মোৰ এই প্ৰচেষ্টাত যিখিনি সহায় আগবঢ়াইছে সেয়া সদায়ে মোৰ মনত থাকিব।

কিতাপখন প্ৰকাশৰ দায়িত্ব লোৱাৰ বাবে গুৱাহাটীৰ জ্যোতি প্ৰকাশনৰ প্ৰকাশিকা ইলা শৰ্মালৈ অশেষ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

বহু কষ্ট কৰি বেটুপাতৰ ছবি সংগ্ৰহ কৰি শিল্পীসুলভ মনৰে ঠিক-ঠাক কৰি দিয়াৰ বাবে কৃষি বিভাগৰ অভিযন্তা দীনেশ নাথক অশেষ ধন্যবাদ যাচিলোঁ। কিতাপখনৰ অনুবাদৰ প্ৰতিলিপি কৰি দিয়াৰ বাবে মোৰ ভতিজা দুৰ্গেশ্বৰ শইকীয়াকো ধন্যবাদ জনালোঁ।

অৱশেষত পাঠক-পাঠিকাই এই কিতাপখন পঢ়ি কিছু আনন্দ পালে মোৰ পৰিশ্ৰম সাৰ্থক হোৱাৰ উপৰি 'লালজী'ৰ প্ৰতি শ্ৰদ্ধাঞ্জলি যচা হ'ব।

— হেৰম্ব শইকীয়া

এ ডি পি ৰোড
নগাঁও
২১-১২-২০০৬

To some in their power and irrestible need for space, elephants are symbol of freedom.

...Further more they have lived side by side with man..., since the dawn of history and are and integral part of mythology and folklore; their disappearance would therefore diminish the cultural environment of ... people.



# অৱতৰণিকা

মই যি ঠাইত জন্মগ্ৰহণ কৰিছোঁ সেয়া চিকাৰৰ ঠাই আৰু মোৰ গাঁত আছে চিকাৰীৰ ৰক্ত। কিন্তু সেই সময়ত অৰণ্যৰ পথ আছিল অতিকৈ দুৰ্গম। সেই কাৰণে খোজকাঢ়ি গৈ চিকাৰ কৰাটো মুঠেই সম্ভৱ নাছিল। ফলস্বৰূপে হাতীৰ পিঠিত উঠি চিকাৰ কৰাৰ অভ্যাসেই আমাৰ দেশত গঢ়লৈ উঠিছিল আৰু আমাৰ ৰাজবাৰীৰ দুৱাৰমুখত এটা নহয় কেইবাটাও হাতী বন্ধা থাকে। গতিকে হাতীৰ কথা মই সৰুকালৰে পৰাই শুনি আহিছোঁ— এই হাতীয়ে খেলিছে, এই হাতীয়ে দৌৰি পলাইছে, এই হাতীয়েই মানুহ মাৰিছে, ঘৰ ভাঙিছে, এইটো কৰিছে সেইটো কৰিছে ইত্যাদি। এইবোৰ শুনি শুনি কেৱল মোৰেই নহয়, গৌৰীপুৰৰ বহুজনৰ ল'ৰালি কালৰে পৰাই হাতীয়ে ভালেখিনি ঠাই অধিকাৰ কৰি আছিছে।'— এই কথাবোৰ কৈছে অসমৰ গৌৰীপুৰৰ ৰাজকুমাৰ প্ৰকৃতীশ চন্দ্ৰ বৰুৱাই। শিলিগুৰি চহৰৰ ওচৰৰ এক বনাঞ্চলত তেওঁ হাতী ধৰিবলৈ আহিছে। আস্তানা পাতিছে এটি কাঠৰ বঙলাত। বঙলাটোৰ অৱস্থা বৰ ভাল নহয়। কিন্তু সেই বঙলাতে তেওঁ থকাৰ ব্যৱস্থা কৰিছে। বঙলাটোৰ লগতেই কিছু খোলা ঠাই আছে। সেই ঠাইতে বেছ যত্ন কৰি বান্ধি ৰাখিছে দুই-এটা পোহনীয়া হাতী। ৰাজকুমাৰৰ পাৰিষদ বুলিবলৈ কোনো নাই মাত্ৰ আছে মাউত, কামলা আৰু ফান্দীৰ দল। ৰাজকুমাৰ নিজে চুটি-চাপৰ ৰঙিয়াল মানুহ। নাক জোঙা আৰু বয়স ষাঠিৰ দুৱাৰডলিত। বগা গোঁফ-ডাঢ়িৰে সৈতে মুখখন সুন্দৰ দেখা গৈছে। পিন্ধিছে হাতেৰে ছাপ মৰা গেৰুৱা ৰঙৰ চোলা কাপোৰ। হঠাৎ দেখিলে তেওঁক সন্ন্যাসী বুলি ভুল কৰাটো কোনো অস্বাভাৱিক নহয়। গাৰ বৰণ তেওঁৰ সেই বয়সতো গৌৰবৰ্ণ। পকা থেকেৰাৰ দৰে গাৰ ৰঙৰ বাবেই বাপেক-মাকে আদৰতে ল'ৰালি কালৰে পৰা তেওঁৰ নাম ৰাখিছিল 'লালজী'। আমাৰ এই দেশত যিসকলে বন্য প্ৰাণীক লৈ চিন্তা কৰে সেইসকলে এওঁক 'লালজী' নামেৰেই জানে।

সেইদিনা আছিল ৰাস-পূৰ্ণিমা। চাৰিওফালে শুভ্ৰ জ্যোৎস্নাৰ আলো। সেই জোনাকৰ বুকুত অ'ত-ত'ত পৰি আছে ক'লা ছাঁ। লালজীৰ কাঠৰ বঙলাত জ্বলি আছে কেৰাচিনৰ চাকি আৰু আমি সকলোৱে ঘূৰণীয়াকৈ বহি শুনিছোঁ তেওঁৰ ৰসাল কথা।

'আমাৰ পূৰ্বপুৰুষসকল চাৰিশ বছৰ আগতেই পশ্চিমৰ পৰা গৌৰীপুৰলৈ আহিছিল। চাৰিশ কি হয়তো তাৰ আগেও আহিব পাৰে। সম্ৰাট আকবৰৰ দিনলৈ ঐতিহাসিক তথ্য আমাৰ হাততেই আছিল। এতিয়া পিছে সেই তথ্য গুৱাহাটী বিশ্ববিদ্যালয়ত পোৱা যাব। সেই ঐতিহাসিক তথ্যৰ পৰা জনা গৈছে যে বহুদিন আগতেই আমাৰ পূৰ্বপুৰুষসকল গৌৰীপুৰলৈ আহিছিল। তেতিয়া এই গোটেই অঞ্চলজুৰি আছিল কেৱল জংঘল আৰু জংঘল। জন্তু-জানোৱাৰৰ নামেৰেই বহুতো গাঁও আৰু মৌজাৰ নামকৰণ কৰা হৈছিল। উদাহৰণস্বৰূপে 'গ্যাড়ামাৰি'— মানে 'গড়' মাৰি, মাৰি এদল লোক এই ঠাই পৰ্যন্ত আহিছিল। সেইকাৰণেই এই ঠাইৰ নাম গ্যাড়ামাৰি হ'ল। জলাশয়, বিল আদিৰ সংখ্যাও কম নাছিল। সেইসময়ত গাড়ীৰ প্ৰশ্নটো নুঠেই তাৰ সলনি ব্যৱহাৰ হৈছিল হাতী, ঘোঁৰা আৰু নৌকা। এনেকুৱা জংঘল আৰু জলাশয়ত চিকাৰ কৰাৰ

বাহিৰে আন কোনো আমোদ-প্ৰমোদৰ ব্যৱস্থা নাছিল। তেতিয়া প্ৰচুৰ পৰিমাণে চিকাৰ পোৱা গৈছিল। এতিয়াও কিছু পৰিমাণে আছে। শীতৰ দিনত বিভিন্ন ধৰণৰ বিদেশী হাঁহৰ জাক উৰি আহি গোটেই বিলৰ বুকু ভৰি পৰিছিল। স্বদেশী বনৰীয়া পক্ষীৰো কোনো অভাৱ নাছিল। ঠিক এনেকুৱা এটি দিনতে দেউতাৰ লগত একেলগে হাতীৰ পিঠিত উঠি গৈছিলোঁ বগেশ্বৰ বিলৰ ফালে। তেতিয়া মোৰ বয়স মাত্ৰ সাত বছৰ। গৈ থাকোঁতে হঠাৎ দেউতাই মোক সুধিলে— তই হাতী চলাব জান? মই ক'লোঁ— নাজানো, তুমি মোক শিকাই দিয়া। দেউতাই কিন্তু মোৰ কথাত কোনো গুৰুত্ব নিদিলে। মই তেতিয়া সৰু ল'ৰা। সেইকাৰণেই হাতীৰ দৰে এটা ডাঙৰ জন্তুক নিজৰ অধীনত চলাব পৰাতো মোৰ বাবে এখন ৰাজ্য জয় কৰাৰ দৰেই হ'ব। গতিকে মোৰ মনটো উদ্বিগ্ন হৈ পৰিছিল। দেউতাক বাৰে বাৰে তাগিদা দিব ধৰিলোঁ।

কিয় বাৰু মোক শিকাই নিদিয়া। ঘৰৰ ওচৰ পাওঁ পাওঁ হৈছোঁহি, তেতিয়া দেউতাই কি ভাবি মাউতক হুকুম দিলে তই উঠি যা। তেওঁ মোক ক'লে— যা তই মাউতৰ ঠাইত বহ আৰু নিজৰ ঠেঙেৰে হাতীৰ কাণৰ গুৰিত গুটিয়া মাৰি ধৰ। মই তাকেই কৰিলোঁ আৰু হাতীও ঠিকমতে গৈ থাকিব ধৰিলে। মোৰ মন তেতিয়া আনন্দত উপচি পৰিল যে হাতীৰ দৰে এটা প্ৰকাণ্ড জন্তু মোৰ হুকুম মতে চলিছে। তেতিয়াৰ দিনত আমাৰ ত্ৰিশ-চল্লিশটা হাতী আছিল। তাৰ ভিতৰত এইটোৱেই আছিল সকলোতকৈ শান্ত আৰু চাল-চলনত পকা। নাম আছিল তাৰ ৰাণী। সেয়া বাৰু যাওক, তেতিয়াৰ পৰাই হাতীৰ লগত মোৰ উঠা-বহা আৰম্ভ হ'ল। কিয় জানো হাতীৰ সৈতে মোৰ মনৰ মিলন গঢ়ি উঠিবলৈ বেছি দেৰি নালাগিল। ইয়াৰ পাছতেই এই দৃঢ় ভালপোৱাই মোৰ মনৰ মাজত হস্তীপ্ৰেম জগাই তুলিলে। গোটেই দিনটো মই হাতীৰ লগত পিলখানাতেই কটাওঁ। পঢ়া-শুনা প্ৰায় ধোঁৱা চাঙত উঠাৰ দৰেই হ'ল। অৱশ্যে লিখা-পঢ়া শিকাৰ নিয়ম মানি কলকাতালৈ গ'লোঁ। কিন্তু তাত হাতী নাই কাৰণেই পঢ়াত মন নবহিল। গতিকে স্বদেশলৈ ঘূৰি আহিলোঁ। দেউতাই এইক্ষেত্ৰত কোনো ধৰণৰ বিৰক্তি প্ৰকাশ নকৰিলে। আমাৰ বংশ মৰ্যাদাৰ প্ৰথম আৰু প্ৰধান লক্ষণ স্কুল, কলেজৰ শিক্ষা নহয়, চিকাৰ পটুতাহে। সেয়েহে লিখা-পঢ়া নিশিকিলেও আমাৰ কোনোৱেই বৰ বৈছিকৈ ছিঃ ছিঃ নকৰে। কিন্তু চিকাৰ কৰিবলৈ নজনাতো আমাৰ সমাজত কলঙ্কস্বৰূপ। চিকাৰ নাজানিলে একঘৰীয়াহে থাকিবলগীয়া হয়। সেয়েহে ৰাজপুত্ৰসকলেতো চিকাৰ কৰিছেই, ইয়াৰ উপৰি আমাৰ বাইদেউসকলোৱেও বাঘ চিকাৰ কৰিছে। এনেকুৱাও হৈছে সঙ্গত পৰি মোৰ স্ত্ৰীয়েও বাঘ চিকাৰ কৰিছে। ইয়াত আচৰিত হ'বলগীয়া একোৱেই নাই। ল'ৰালি কালৰে পৰাই চিকাৰ আমাৰ হাতৰ বিদ্যা হয়। আমি তেতিয়াই শিকোঁ কিমান মাইল বেগে হাঁহ-বগলি উৰি যায়। হাতী আৰু ঘোঁৰাত উঠাতো সকলোৱে শিকবলগীয়া হয়। জলমগ্ন হৈ বছৰি বছৰি বানাক্ৰান্ত হোৱা ঠাই। সেইকাৰণেই নাও চলাবলৈ নাজানিলে আমাৰ নচলে। ইয়াৰ বাহিৰেও পানীৰ নমুনা চিনি পাবলগীয়া হয়। কি ধৰণৰ পানীত কিমান মোন ওজনৰ নাও চলিব পাৰে। কেনেকুৱা মেঘৰ পৰা বৰষুণ হয়। সেইটো আকাশৰ বুকুত গোটখোৱা মেঘৰ বৰণ চাই আমি ক'ব পাৰোঁ। এক কথাত বহুতো কিবাকিবি আমি শিকিবলগীয়া হয়। প্ৰথমতে ঘোঁৰা, হাতী, নাও আৰু সৰ্বশেষত মানুহ আৰু ষ্টেট চলোৱাৰ দায়িত্ব।

এতিয়া হাতীৰ কথালৈ ঘূৰি আহোঁ। চাওঁতে চাওঁতে হাতী চলোৱা আৰু বশ কৰাৰ সকলো ধৰণৰ কৌশল মই আয়ত্ত কৰি পেলালোঁ। আমাৰ বংশৰ সকলোৱেই হাতীৰ পিঠিত হাওদা বান্ধি চিকাৰ কৰে। ল'ৰালি কালৰ পৰাই মই বুজিছিলোঁ নিজে হাতী চলাই চিকাৰ কৰাতো অনেক সুবিধাজনক। পিঠিত হাওদাৰ বৃহৎ ওজন লৈ হাতী জোৰেৰে চলিব নোৱাৰে। ডাঠ হাবিৰ ভিতৰলৈ সোমাই যাবলৈ খুব অসুবিধা হয়। তদুপৰি চিকাৰীয়ে বন্দুক চলাব কোন ফালে? সন্মুখত মাউত, সোঁহাতৰ ফালটো বন্ধই। কেৱল বাওঁফালৰ ফাকেদি লক্ষ্যভেদ কৰিবলগীয়া হয়। ইমান ধৰাবন্ধাৰ মাজেদি গুলী চলাই চিকাৰ কৰা কি মুখৰ কথা— জংঘলৰ বাঘ আৰু কাগজৰ বা চিৰিয়াখানাৰ বাঘ একে ধৰণৰ জিনিছ নহয়। তদুপৰি চিকাৰ কি সকলো সময়তে কেৱল হাতীৰ সন্মুখত আহি হাজিৰ হ'ব। চিকাৰ হাতীৰ সোঁফালে-বাওঁফালে বা পিছফালে আহিও হাজিৰ হ'ব পাৰে। সাধাৰণতে বাঘেতো হাতীৰ পিছফালে আহি হাতীৰ ওপৰত হামলা (আক্ৰমণ) কৰিব বিচাৰে। সেইকাৰণেই কৈছোঁ যে হাতী চলাব জানিলে চিকাৰীয়ে তেতিয়া ফট্‌কৈ হাতীৰ মুখ ঘূৰাই চিকাৰৰ সন্মুখীন হ'ব পাৰে। এই সকলোবোৰ সাত-পাঁচ ভাবি মইয়েই প্ৰথমতে নিজে হাতী চলাই চিকাৰ কৰাৰ নিয়ম চালু কৰিছোঁ। পিছে দেউতাই ইয়াৰ বাবে মোক অনেক বাহ-বাহও দিছে।

কিন্তু এইবোৰ পিছৰ কথা। সাঁত বছৰ বয়সৰ পৰাই চিকাৰ মোৰ হাতৰ বিদ্যা। প্ৰথমতে চৰাই, শহাপহু, বনৰীয়া মেকুৰী ইত্যাদি চিকাৰ কৰি মই হাতখন পোনাই লৈছিলোঁ। তাৰ পিছত বাঘ চিকাৰৰ বাবে হাতখন আগবঢ়াই দিছিলোঁ। সেই সময়ত মোৰ বয়স দহ বছৰো সম্পূৰ্ণ হোৱা নাই। আমাৰ ঘৰৰ পৰা প্ৰায় দুই মাইল দূৰৈত ভেলাকোবায় নামেৰে ঠাইত ছয় ফুট লম্বা চিতা বাঘিনীক মাৰি ইনিংছ আৰম্ভ কৰিছোঁ। ১৯৬৫ চন পৰ্যন্ত এশ এঘাৰটা চিতা বাঘ মাৰি ইনিংছ ঘোষণা কৰি দিছোঁ। ১৯২৬ চনত কামৰূপ জিলাৰ সৰভোগ মৌজাৰ ভালুকী গাঁৱৰ হাবিত মই প্ৰথমে ডাঙৰ বাঘ চিকাৰ কৰোঁ। তাৰ পিছত ১৯৬২ চন পৰ্যন্ত একষষ্ঠিটা বাঘ মাৰি এই চিকাৰৰ অন্ত পেলাইছোঁ। ইয়াৰ পিছত হাতীৰ কথা। ১৯৩৭ চনৰ পৰা ১৯৭৮ চনৰ শেষলৈ মোৰ নেতৃত্বত ৯৯২ টা হাতী ধৰা হৈছে আৰু ২৭ টা গুণ্ডা হাতী মৰা হৈছে। এয়ে হ'ল মোৰ চিকাৰৰ স্ক'ৰ-কাৰ্ড।

দেউতাৰ দিনলৈকে চিকাৰ আছিল এক ৰাজসিক বিষয়। জাকজমকতাৰে বনৰীয়া জন্তু চিকাৰ কৰাটোৱেই আছিল আমাৰ অভ্যাস। ময়ো সেই পৰিবেশৰে এজন আৰু মোৰ চিকাৰৰ স্ক'ৰ কাৰ্ডো খুব এটা বেয়া নহয়। অৱশ্যে শেষত গৈ হাতী ধৰাটোৱে মোৰ নিচা আৰু পেছা হ'লগৈ। ১৯৪০ চনৰ পৰাই এই নিচাৰ আৰম্ভণি। এই নিচাৰ বাবেই বছৰৰ আঠ মাহ বনে জংঘলে কটাবলগীয়া হয়। ইয়াৰ ফলস্বৰূপেই মই ঘৰ-সংসাৰ, সমাজ আৰু আত্মীয়স্বজনৰ পৰা বহু দূৰলৈ আঁতৰি গৈছোঁ। এতিয়া মানুহতকৈ বনৰীয়া প্ৰাণীহে মোৰ বাবে আপোন হৈ পৰিছে। কবিৰ কথাৰ সত্যতা আজি মই মৰ্মে মৰ্মে অনুভৱ কৰিব পাৰিছোঁ— The beasts are very wise. Their mouth are clean of lies. নগৰৰ চকুত চমক লগোৱা বিজুলী বাত্তিৰ পোহৰ আৰু কাণ তাল মৰা কোলাহলতকৈ বনবাসৰ আকৰ্ষণ আজি মোৰ বাবে বহু বেছি। কিয় বা কেনেকৈ সেই আকৰ্ষণৰ মাজত বন্দী হ'লোঁ মই ক'ব নোৱাৰোঁ। জ্যোৎস্না, অমাৱস্যা, বৰ্ষা বা বসন্ত কালৰ প্ৰকৃতিৰ ৰূপত বৰ্ণনা দিব পৰা বিদ্যা-বুদ্ধিও মোৰ নাই। এক

কথাত মই এতিয়া জীৱন সংগ্ৰামৰ পৰা সসম্মানে আঁতৰি আহি বনবাসী হৈছোঁ। গতিশীল সমাজ-সংসাৰৰ লগত সম্পৰ্ক একেবাৰে নোহোৱা হৈ পৰিছে। সেইবাবেই বনৰ শান্ত ছায়াই মোৰ নিজৰ জীৱনত শীতল ছাঁ দি আছে। মই যেন এতিয়া বনৰ বিশেষ জাতৰ বন্য প্ৰাণী। তাতে মোৰ কোনো খেদ নাই। বনত বাস কৰি যি দেখিছোঁ যি পাইছোঁ, সেয়া তুলনাহীন। তথাপি ভয় এটা আছে। হাত-ভৰি চলি থকাৰ দৰে বন-জংঘল আৰু অৰণ্যৰ ছাঁ শেষ পৰ্যন্ত থাকিবতো?'

এয়া হ'ল লালজীৰ আংশিক চিত্ৰ-চৰিত্ৰ। নিজমুখে তেওঁ নিজৰ জীৱনৰ যি চিত্ৰ আঁকি দিছে তাৰ মাজত কোনো অত্যুক্তি বা অবাস্তৱতা নাই। P. D. Stracy তেওঁৰ 'Elephant Gold' ত লালজী সম্পৰ্কে যি লিখিছে — The case of 'owner rider' is rare most of the owners being staid or middle aged individuals. But there are one or two notable exceptions. One of them most surprisingly, was the son of a Raja. Lalji as we called him because of his fair complexion, took to mela shikar with his fandis for the sheer sport orit. He was a born elephant man with a deep love for the animal and a most human approach to the sometimes Sordid business of elephant catching. He could always be relied upon to observe the rule scrupulously and had great control over his men with whom he lived in the jungle. (page 79-80)

অৰণ্যত থাকোঁতে থাকোঁতে মানুহৰ ওপৰত যে বন্য প্ৰাণীৰ স্বভাৱৰ বহুখিনি প্ৰভাৱ পৰে সেই কথাও Douglas Hamilton দম্পতীয়ে সমৰ্থন কৰিছে। তেওঁলোকে 'Among the Elephants' নামৰ কিতাপখনত দ্বিধাহীনভাৱে কৈছে যে— 'Living amongst animals one becomes more like them.[3]

এই লালজীৰ মুখৰ পৰাই মই দিনৰ পিছত দিন ধৰি শুনিছোঁ হাতীৰ কথা আৰু কাহিনী। কিছু কথা লিখিও তেওঁ মোক জানিবলৈ দিছে। গৌৰীপুৰত তেওঁলোকৰ ৰাজবাৰীত লালজীৰ জীয়ৰী শ্ৰীমতী প্ৰতিমা পাণ্ডেয়ে হাতী সম্পৰ্কে প্ৰচলিত কেইবাটাও লোকগীত গাই শুনাইছে। সেয়েহে হাতী সম্পৰ্কে বহু কথা, কাহিনী, কিংবদন্তি আৰু লোকগীত মোৰ জোলোঙাত জমা হৈছে। সেই জোলোঙাখনকেই আজি মই আপোনালোকৰ সন্মুখত খুলি দিম। ইয়াৰ সকলো তত্ত্ব আৰু তথ্য লালজীৰ। তাৰ ভঙ্গি আৰু ভাষা যিমান পাৰোঁ ধৰি ৰাখিছোঁ। তথাপি ঠাই বিশেষে সজাই-পৰাই দিছোঁ।

হাতী সম্পৰ্কে দেশী আৰু বিদেশী বহুতো গৱেষণাধৰ্মী কিতাপ আছে। কিন্তু লালজী ঠিক গৱেষক নহয়। তেওঁ গোটেই জীৱনজুৰি প্ৰায় হাজাৰটা হাতী ধৰিছে। বহু বছৰ ধৰি হাবি-জংঘলত কটাইছে। হাতী আৰু বন-জংঘলক ভাল পায় বাবে হাতীৰ সুখ-দুখ, স্বভাৱ আৰু অভাৱৰ খবৰ ৰাখি থাকে। সেইকাৰণেই তেওঁৰ মুখৰ সুমধুৰ কথাৰ ৰস এক বিশেষ ধৰণৰ হ'ব বুলিয়েই আশা কৰিছোঁ।

---

3. LAIN and OMIA DOUGLAS– HAMILTON (Fontana cqllins)

# এক

'এনেকুৱা জঞ্জাল মূৰত লৈ ঘৰ-সংসাৰ এৰি কিহৰ নিচাত বাৰু জংঘলে জংঘলে ঘূৰি ফুৰিছে?' এই ধৰণৰ প্ৰশ্ন মোক বহুজনেই কৰিছে। মই আগতেই কৈছোঁ যে মোৰ দেহত আছে চিকাৰীৰ ৰক্ত। সৰুকালৰে পৰাই চিকাৰৰ সন্ধানত জংঘলে জংঘলে ঘূৰি ঘূৰি মই জংঘলক ভাল পাই পেলাইছোঁ। হাতী ধৰাটোও মই চিকাৰ বুলিয়েই কওঁ। গাৰো পাহাৰলৈ মই যেতিয়া চিকাৰ কৰিবলৈ যাওঁ তেতিয়া আমাৰ ষ্টেট আছিল। তিনিশৰো অধিক কৰ্মচাৰী আছিল আৰু আছিল ডেৰশ বন্দুক। গাৰো পাহাৰত চিকাৰ কৰি থকাৰ সময়তে এদিন বৰ বিপদত পৰি মনে মনে ঠিক কৰিছিলোঁ এইবাৰ নিজৰ জীৱন ৰক্ষা কৰি যাব পাৰিলে আৰু এই কামত নানামো। মনে মনে সৰু-সুৰা হিচাব এটাও কৰি উলিয়াইছিলোঁ। আমাৰ গৌৰীপুৰৰ বজাৰলৈ বছৰি প্ৰায় একলাখ মোন মৰাপাট আহে। গতিকে বাকী একো কৰিব নোৱাৰিলেও মৰাপাটৰ ব্যৱসায়তে নামি যাম। প্ৰতি মোনত যদি চাৰি অনাকৈও লাভ কৰোঁ মোৰ পইচা কোনে খায়। কিন্তু দেহৰ ৰক্তত আছে চিকাৰৰ নিচা, জংঘলৰ প্ৰতি মৰমৰ টান। সেই কাৰণেই যেতিয়া পূজাৰ ঢাক বাজি উঠিব, শীতৰ আগমন হ'ব, হেমন্তৰ হিমে ধুই নিয়ে প্ৰকৃতিৰ বুকু তেতিয়া যাদুৰ পৰশৰ দৰেই চিকাৰৰ শিহৰণে মন মোৰ মতলীয়া কৰি তোলে। ইয়াৰ পিছত মই আৰু ঘৰত বহি থাকিব নোৱাৰোঁ। তেতিয়া ঘৰ-সংসাৰৰ সকলো চিন্তা পৰিহাৰ কৰি চিকাৰৰ সন্ধানত জংঘলৰ ফালে ওলাই গুচি যাওঁ। ইয়াকেই আমি চিকাৰ যাত্ৰা বুলি কওঁ। যাত্ৰা কৰাৰ আগে আগে আমাৰ চিকাৰৰ যান-বাহন যেনে— হাতী-ঘোঁৰাৰ আৰু অস্ত্ৰ-শস্ত্ৰৰ পূজা কৰা হয়। যাত্ৰা কৰাৰ তিনি দিনৰ ভিতৰত এটা হ'লেও চিকাৰ কৰি ৰক্তপাত কৰিবই লাগিব। এয়েই হ'ল আমাৰ লৌকিক নিয়ম। এই নিয়ম আমি এই পৰ্যন্ত মানি চলিছোঁ আৰু এই অভ্যাস আমাৰ তেজত মিহলি হৈ আছে। জংঘলী হাতীৰ কবলত পৰি যিবিলাক প্ৰতিজ্ঞা কৰিছিলোঁ পূজাৰ ঢাক বজাৰ লগে লগে সকলোবোৰ প্ৰতিজ্ঞাই মনৰ পৰা অন্ত যায়।

তাৰ পিছত বনে-জংঘলে জন্তু-জানোৱাৰৰ পাছে পাছে খেদা-খেদি কৰোঁতে ছয় মাহ সময় গুচি যায়। আকৌ যেতিয়া বসন্ত আহিব অৰ্কিড ফুলিব, অলপ অলপ গৰম বতাহ বলিব আৰু গছত কুঁহিপাত ওলাব তেতিয়া মনত পৰিব ঘৰ-সংসাৰ আৰু ল'ৰা-ছোৱালীৰ কথা। যেতিয়া জমিদাৰী আছিল তেতিয়া য'ত যেনেকৈ থাকোঁ সেই ঠাইতে দফ্তৰ বহে। এতিয়া সেই জঞ্জাল নাই একেবাৰে স্বাধীন।

আগতেই কৈছোঁ এই চিকাৰৰ নিচা মোৰ হাতৰ বিদ্যাত পৰিণত হয় মাত্ৰ সাত বছৰ বয়সৰ পৰা। প্ৰথম চিকাৰটো মই হাওদাত উঠিয়েই কৰিছিলোঁ। পিছত ১৯৩৭ চনত কন্সাৰ ডিভিজনৰ পৰা 'গৌৰীশঙ্কৰ' নামৰ এটা হাতী কিনো। গৌৰীশঙ্কৰ খুব বেগাই যাব পাৰে। সেইকাৰণেই তাৰ দ্বাৰাই মই কনীয়া জন্তু ঘেৰাও কৰোঁ। এবাৰ গ'লোঁ দৰং জিলাৰ মাজবাট বেল ষ্টেচনৰ ওচৰৰ জংঘললৈ। তাতে এজন লোকক বাঘে আক্ৰমণ কৰি মাৰি পেলাইছিল। বাঘটো নামাৰিলে নহয়। পেটত গুলী খোৱাৰ পিছতো তাৰ জোৰ মুঠেই কমা নাছিল। মই ক্ষিপ্ৰ গতিৰে

হাতী চলাই বাঘৰ মুখামুখি হ'লোঁ। গৌৰীশঙ্কৰ সেই সময়লৈও চিকাৰত পাৰ্গত হৈ উঠা নাই। সি মাত্ৰ দুবছৰ মানহে শিক্ষা পাইছে। তাৰ বাহিৰেও সি এটা খুব ওখ হাতী নহয়। তাৰ উচ্চতা সাত ফুট আঠ ইঞ্চিহে হ'ব। সি বাঘটো দেখি চঞ্চল হৈ উঠিল। মই কৌশলেৰে তাক চলাই বাঘলৈ গুলী চলালোঁ। বাঘটো পৰি গ'ল আৰু শেষ নিশ্বাস পেলালে। তেতিয়াৰ পৰাই গৌৰীশঙ্কৰৰ সাহস বাঢ়ি গ'ল। পিছত সি বাঘ দেখিলেই বাঘৰ পিনে দৌৰি যোৱা হ'ল। তাৰ পিছত মোৰ জীৱনলৈ আহিল 'প্ৰতাপ সিং'। প্ৰতাপ সিঙৰ কথা 'ৰাৰোমাস' পত্ৰিকাত লিখিছোঁ। কিন্তু যি লিখিছোঁ সেয়া চাৰি অনা মাত্ৰ— বাৰ অনা এতিয়াও বাকী আছে। প্ৰতাপৰ লগত মোৰ যে কি ধৰণৰ সম্পৰ্ক আছিল সেইটো মই কৈ বুজাব নোৱাৰিম। সেয়া এক অদ্ভুত ভালপোৱাৰ সম্পৰ্ক। হাতীৰ সৈতে যে মানুহৰ এনে ধৰণৰ এটা সম্পৰ্ক গঢ়ি উঠিব পাৰে সেইটো মই নিজে কোনোদিনেই ভাবিব নোৱাৰোঁ। অন্য কাৰোবাৰ মুখত শুনিলেও বিশ্বাস কৰিবলৈ টান পাওঁ। কিন্তু নিজৰ দুই চকু ভৰাই যি দেখিছোঁ আৰু প্ৰাণ দি অনুভৱ কৰিছোঁ সেয়া বা কেনেকৈ উৰাই দিওঁ? সকলোবোৰ দেখি-শুনি আজি মই বিশ্বাস কৰিবলৈ বাধ্য হৈছোঁ যে মানুহে মানুহক যিমান ভাল পায় হাতীয়ে কিন্তু মানুহক অনেক বেছি ভাল পায়। মোৰ দৰে বনৰীয়া জন্তু পাগল অনেকজন আছে যিয়ে মানুহতকৈ জন্তু-জানোৱাৰকে বহুত বেছি ভাল পায়। প্ৰতাপে মোক নেদেখিলে খোৱা-লোৱা কৰিবলৈ মুখখনকেই নোতোলে। কিন্তু মোৰ স্ত্ৰী আৰু সন্তানে মই নাথাকিলেও নোখোৱাকৈ নাথাকে। প্ৰতাপ সিঙে কেৱল মোৰ কথাহে শুনে। আনৰ আদেশক সি বিশেষ কৰ্ণপাত নকৰে। হাতীৰ সাধাৰণতে একৰ পৰা দুই মাহ পৰ্যন্ত 'মস্তি' থাকে। প্ৰতাপ সিঙৰ কিন্তু একে লেঠাৰীয়ে ছয়মাহ পৰ্যন্ত 'মস্তি' থাকে। সম্পূৰ্ণ 'মস্তি' অৱস্থাত তাক Breeding-ৰ বাবে এৰি দিয়া হয়। সেই সময়তো যদি মই তাক মাতো সি দৌৰি আহে। এয়া বাৰু আচৰিত ঘটনা নহয় জানো? আজিও মই ভাবোঁ মানুহৰ প্ৰতি এটা জংঘলী হাতীৰ ইমান ভালপোৱা কেনেকৈ বাৰু সম্ভৱ হয়। মই চিকাৰী জীৱনত প্ৰায় দুই হাজাৰতকৈও অধিক হাতী দেখিছোঁ। কিন্তু প্ৰতাপৰ দৰে হাতী দেখা নাই। তাজমহল এটাই আছে। দুটা নাই। 'প্ৰতাপ সিং' তুলনাহীন— সি অনন্য।

অপ্ৰাসঙ্গিকভাৱেই বহুখিনি প্ৰতাপৰ কথা ক'লোঁ। কি কৰিম কওক? হাতীৰ কথা ওলালেই প্ৰতাপৰ কথা মনলৈ আহে। তেতিয়া মোৰ আৰু কোনো কথাৰ প্ৰতি খেয়াল নাথাকে। প্ৰতাপৰ সম্পৰ্কে দুই-চাৰি আষাৰ কথা নকৈ থাকিব নোৱাৰোঁ। প্ৰতাপক হেৰুওৱাৰ দুখ-শোক মোৰ মনৰ পৰা কেতিয়াও শেষহৈ নাযায়। সেইটো মই ভালকৈ বুজি পাওঁ। সেই কাৰণেই প্ৰতাপৰ বিষয়ে দুই-চাৰিষাৰ কথা কৈ মনটোক পাতল কৰি লওঁ। নহ'লে অন্য কোনো কথাই মোৰ মূৰত নোসোমায়।

# দুই

ক'ৰ পৰা আৰম্ভ কৰিম সেই কথাকেই ভাবিছোঁ। ঠিক আছে— হাতীৰ লক্ষণ বিচাৰ কৰিয়েই শুভাৰম্ভ কৰা যাওক। আৰম্ভণিতেই এটা কথা কও আপোনালোক বহুতে হাতীৰ গাত বগা বগা দাগ নিশ্চয় দেখিছে। এইবিলাক কিন্তু কোনো লক্ষণৰ শ্ৰেণীত নপৰে। এই দাগবোৰক 'ছিট' বোলা হয়। পোহনীয়া হাতীক গা ধুৱাই ঘঁহি ঘঁহি গাতো পৰিষ্কাৰ কৰি থকা যায় কাৰণেই দাগবোৰ বেছ উজ্জ্বল হৈ ফুটি উঠে। কিন্তু জংঘলী হাতীৰ গাৰ এই দাগবোৰ ধূলি-বোকাৰে ঢাক খাই লেতেৰা হৈ থাকে কাৰণে ভালকৈ দেখা নাযায়। কিন্তু বয়সৰ লগে লগে সকলো হাতীৰ গাতে দেখা দিয়ে। এইবাৰ লক্ষণৰ কথালৈ আহোঁ। হাতীৰ সাধাৰণতে ওঠৰটাকৈ নখ থাকে। সন্মুখৰ ভৰিত পাঁচটাকৈ দহটা আৰু পিছৰ ভৰিত চাৰিটাকৈ আঠটা নখ থাকে। ওঠৰটাতকৈ কম নখ থাকিলে সেই হাতীক কুলক্ষণীয়া বুলি কোৱা হয়। বেছি হ'লে কিন্তু কোনো দোষ নাই। বাইশটা নখ থকা হাতীও মই ধৰিছোঁ। এয়া গ'ল নখৰ কথা। তাৰ পিছত আহে নেজৰ কথা। নেজডাল যদি দুই নম্বৰ গাঁঠিৰ তললৈ গৈ মাটি চুই যায় তেতিয়াহ'লে তাক আমি 'ঝাড়ুদুম' বুলি কওঁ। 'দুম' মানে নেজ অৰ্থাৎ বিমান অলক্ষী আছে সকলোবোৰ এই হাতীয়ে বাহিৰৰ পৰা ঘৰলৈ লৈ আহে। তালু যদি ক'লা হয় তেতিয়াহ'লে সেই হাতী খুনী হয়, মানুহৰ মাৰে। স্বাভাৱিক ৰঙৰ তালু য'ত কোনো দাগ নাই, সেয়া হ'ল সুলক্ষণ যাক আমি 'গোলাপ তালু' বুলি কওঁ। ইয়াৰ পিছত শুনক দাঁতৰ কথা— সোঁফালৰ দাঁতটো যদি তলত আৰু বাওঁফালৰ দাঁতটো যদি ওপৰত হয় তেতিয়া হ'লে সেইটো কুলক্ষণ। মই মিলাই দেখিছোঁ এইবোৰ লক্ষণৰ কথা কিছুক্ষেত্ৰত ঠিকেই মিলে বিশেষকৈ (মদ্দা) মতা হাতীৰ ক্ষেত্ৰত। কিন্তু মাইকী হাতীৰ ক্ষেত্ৰত এইবোৰ লক্ষণ সিমানকৈ নিমিলে। আমাৰ 'পৱন পিয়াৰী'তো বোল্লনখী আছিল কিন্তু তাইৰ তেনেকুৱা একো দোষ চকুত পৰা নাছিল। পিছে সাধাৰণ মানুহৰ ধাৰণা সহজতে পৰিবৰ্তন নহয়। হিন্দীত এটা প্ৰবাদ আছে—

> বোল্লনখী ঝাড়ুদুম্
> যে চড়হে, ক'গয়ী নকুল সহদেৱ
> ঘৰ জ্বলে ঘৰণী মৰে, স্বামী চলে বিদেশ।

— অৰ্থাৎ বোল্লনখী ঝাড়ুদুম্ হাতীত যি উঠিব তাৰ ঘৰ জ্বলি যাব আৰু গৃহিণীও মৰিব। স্ত্ৰী যদি উঠে তেতিয়া হ'লে সেই স্ত্ৰীৰ স্বামী চিৰদিনৰ বাবে বিদেশলৈ গুচি যাব। এই সকলো কথা বোলে স্বয়ং নকুল-সহদেৱে কৈ গৈছে।

মই অৱশ্যে এইবোৰ লক্ষণ-তক্ষণ সিমানকৈ নামানো। পিছে বিহাৰৰ হাতীৰ মেলাত এতিয়াও এইবোৰ লক্ষণৰ বিচাৰ কৰিহে মহাজন আৰু খৰিদ্দাৰে হাতীৰ দৰদাম ঠিক কৰে। পিচে মই বেলেগ কিছু দিশৰ পিনেহে লক্ষ্য কৰোঁ। যদি হাতীৰ পিঠিখন টৌখেলোৱা হয় তেতিয়া হ'লে সেই হাতী মই পছন্দ নকৰোঁ। ভাল জাতৰ হাতীৰ পিঠি হ'ব আহল-বহল

আমি যাক 'সম্বল পিঠিৰ' হাতী বুলি কওঁ। মানুহে হাতী কিনে সাধাৰণতে মালবস্তু বা মানুহ পিঠিত বোজাই কৰি কঢ়িয়াই নিবলৈ। যদি হাতীৰ পিঠিখন টৌখেলোৱা ধৰণৰ হয় তেতিয়াহ'লে নিশ্চয় বস্তু বোজাই কৰি কঢ়িয়াই নিবলৈ অসুবিধা হ'ব পাৰে। বোজাই কৰা বস্তুৰ বেছিখিনি ওজন পিঠিৰ কোনো নিৰ্দিষ্ট ঠাইতে পৰিব। ফলস্বৰূপে হাতী কমজোৰী হৈ পৰিব। হাতীৰ পিঠিত ঘাও হ'ব পাৰে। ঘা এবাৰ হ'লে সেই ঘা সম্পূৰ্ণকৈ নুশুকায়, থাকি যায়। কিন্তু আহল-বহল পিঠিৰ হাতীৰ শক্তি বেছি হ'ব আৰু মাল বা মানুহৰ ওজন গোটেই পিঠিখনৰ সকলো ঠাইতে সমানে পৰিব। ফলস্বৰূপে পিঠিত ঘা হোৱাৰ ভয় নাথাকে। তাৰপিছত মই হাতীৰ ভৰিকেইখন তন্নতন্নকৈ চাই লওঁ। ভৰিত ঘা লাগিলে সেই হাতী মই নিকিনো। এই ধৰণৰ ঘাক কিছুমানে 'কাড়ি' বুলি কয়। আমি 'ফাকুই' বুলি কওঁ। এইবাৰ আহিল হাতীৰ চকুৰ কথা। চকুৰ কিবা দোষ আছে নেকি বা হাতীটোৱে চকুৰে দেখা পায়নে নাপায়। এইটো মই খুব ভালকৈ পৰীক্ষা-নিৰীক্ষা কৰি লওঁ। চকুৰ মণি যদি একেবাৰে বগা হয় তেতিয়াহ'লে সেই হাতী অন্ধ হ'ব পাৰে। ইয়াৰ বাহিৰেও হাতীৰ চকুৰ ওচৰত আঙুলি, জুই বা লাঠি লৰাই চাওঁ— তেতিয়া যদি হাতীয়ে চকুৰে পিৰিঠি লৰাই সঘনে চকু মাৰে তেতিয়া হ'লে মই ধৰি লওঁ যে তাৰ দৃষ্টিশক্তি পুৰাকৈ আছে। হাতীৰ গাৰ ছালখনো ভালকৈ চাই লওঁ। 'গ্যাড়াখাল' অৰ্থাৎ গড়ৰ ছালৰ দৰে যাৰ গাৰ ছাল সেই হাতীয়েই ভাল। গড়ৰৰ ছালৰ দৰে ডাঠ ছালেই ভাল। তেতিয়া হ'লে সেই হাতীৰ শক্তি বেছি হ'ব, সহজতে সি দুৰ্বল নহয়। সকলোতকৈ ডাঙৰ কথা সেই হাতীৰ পিঠিত ঘা নহয়। কাৰণ হাতীক যি কামতে নিয়োগ নকৰক কিয় হাতীৰ গাত দড়িৰৰ বান্ধ পৰিবই। যদি হাতীৰ ছাল পাতল হয় তেতিয়াহ'লে দড়িৰ ঘঁহনি খাই ঘা হ'বৰ ভয় থাকে। সেইবাবে কথাতে কয়— 'সম্বলপিঠি, পক্ষীদুম আৰু গ্যাড়াখাল মাৰ্কা হাতীয়েই হ'ল সকলোতকৈ উত্তম। 'পক্ষীদুম' কথাটোৰ অৰ্থ বুজিবই পাৰিছে। চৰাইৰ ফিচাৰ দৰে সৰু নেজ যি নেজ মাটিৰ পৰা আঠ ইঞ্চি বা তাৰ ওপৰত থাকে। এইবোৰ লক্ষণ মোটামুটিকৈ হাতীৰ গাত দেখা যায় অৱশ্যে ইয়াৰ হেৰফেৰো হোৱা দেখা যায়। সেইকাৰণে লক্ষণ বিচাৰৰ ক্ষেত্ৰত মই খুব গোড়া নহওঁ। কিন্তু বহুতো মানুহৰ মনত হাতীৰ লক্ষণৰ কথাবোৰে বাৰুকৈয়ে সাঁচ বহুৱাৰ বাবে 'ঘোল্লনখী', 'ঝাড়ুদুম্' হাতী বজাৰত বেছি দামত বিক্ৰী নহয়।

আমাৰ শাস্ত্ৰত হাতীৰ লক্ষণৰ কথা কম লেখা নাই। কিন্তু সেই লক্ষণবোৰ বৰ্তমান সময়ত সিমানকৈ মিলি যোৱা দেখা নাযায়। কিন্তু শাস্ত্ৰৰ কথা মিছা বুলি কোৱাৰ সাহস মোৰ নাই। ঋষি-মুনিসকলে ইমান কষ্ট কৰাৰ পিছত কিয় বাৰু মিছা কথা কৈ যাব? আচলতে ঋষি-মুনিসকলৰ দিন বহুদিন আগতেই শেষ হৈ গৈছে আৰু তাৰ লগে লগে শেষ হৈ গৈছে সেই সময়ৰ হাতীৰ দল। সেই কাৰণেই শাস্ত্ৰৰ কথা মানি আমি যদি বৰ্তমান হাতীৰ লক্ষণৰ কথা বিচাৰ কৰোঁ তেতিয়াহ'লে সকলো হিচাপেই ভুল হৈ যাব।

হাতীৰ বেচা-কিনাৰ কথা ওলাল যেতিয়া হাতী মেলাৰ কিছু কথা নক'লেও নহ'ব। সোণপুৰৰ হৰিহৰ ছত্ৰৰ মেলাখনেই হ'ল সকলোতকৈ ডাঙৰ মেলা। মেলা বহে ৰাস পূৰ্ণিমাৰ সময়ত। তাতে বাবা হৰিনাথৰ এটা পুৰণা মন্দিৰ আছে। এই মন্দিৰটোৰ লগতে জড়িত হৈ আছে এটি কিংবদন্তি। পুৰণিকালত ইয়াতে এবাৰ হাতী আৰু কুম্ভীৰৰ মাজত প্ৰবল ধৰণে

যুদ্ধ হৈছিল। কুম্ভীৰৰ আক্রমণত যেতিয়া হাতীৰ অৱস্থা কাহিল হ'ল তেতিয়া ভগৱান বিষ্ণুয়ে নিজেই অৱতীর্ণ হৈ হাতীটোক ৰক্ষা কৰিলে। যুদ্ধ যি ঠাইত হৈছিল মন্দিৰটো তাতেই প্রতিষ্ঠিত হ'ল। আগেয়ে দেশীয় ৰজা-মহাৰজাসকলৰ কাৰণেই এই সোণপুৰ মেলাত ডাঙৰ ডাঙৰ হাতী ভাল দামত বিক্রী হৈছিল। তাৰ পিছত ৰজা-মহাৰজাসকলৰ দিনো শেষ হ'ল, হাতীৰ দামো কমি গ'ল। পিছে কৃষিৰ উৎপন্ন, ফচলৰ দাম বাঢ়ি যোৱাত গাঁৱৰ কিছুমান কৃষকৰ হাতত দুপইচা জমা হ'ব ধৰিলে। সেইবাবেই হাতীৰ বজাৰখনো সতেজ হ'বলৈ ধৰিলে। যোৱা ১৯৭৭ চনত সোণপুৰৰ মেলাত ৩৫১ টা হাতী উঠিছিল। তাৰ ভিতৰত ২৮০ টা বিক্রী হ'ল। তথাপি সেইবাৰৰ মেলাখন সিমান জমা নাছিল। আগে আগে বানপানী হৈ গৈছে, তাৰ পিছতেই 'এনকাফ্যালাইটিচ্' আৰম্ভ হৈছে। মেলা বহিলে ৰোগ বিয়পিব পাৰে— এই ভয়তে চৰকাৰে মেলা বন্ধ কৰি দিবলৈ বিচাৰিছিল। কিন্তু এয়াতো কেৱল হাতীৰ মেলাই নহয়, লগতে তীর্থও আছে। ইয়াতেই হৰি আৰু হৰৰ প্রতিষ্ঠিত বিগ্রহ আছে আৰু তাৰ লগতে প্রচলিত হৈ আছে ধর্মীয় আচাৰ-অনুষ্ঠান। শেষ পর্যন্ত মেলা ঠিকেই বহিল কিন্তু বিশেষভাৱে নজমিল। এই মেলাত বছৰি গড়ে ৫০০ টা হাতী কিনা-বেচা হৈ থাকে। অনেকৰ মতে এই মেলাখনেই বিশ্বৰ ভিতৰত সর্ববৃহৎ পশুমেলা। ইয়াৰ পিছতেই নাম ল'ব পাৰি 'সীতামাৰহিৰ' মেলা। সীতামাৰহি কথাটোৰ মানে হ'ল 'সীতাদেৱীৰ বিবাহ মণ্ডপ'। ঠাইখন আছিল মোজাফৰপুৰ জিলাত। এতিয়া সীতামাৰহি নামেৰেলেগকৈ এখন জিলাৰ সৃষ্টি হৈছে। পূৰণিকালত জনক ৰজাৰ ৰাজ্যৰ ভিতৰতে এই অঞ্চলটো অন্তর্ভুক্ত আছিল। মানুহৰ বিশ্বাস যে ইয়াতেই ভূমি কর্ষণৰ সময়ত সীতাদেৱী ভূমিৰ কোলাৰ পৰা ওলাই আহিছিল। 'মাৰহি' শব্দটো হ'ল ভোজপুৰী মানে 'সকঘৰ'। মানুহৰ মুখে মুখে প্রচলিত হয় 'সীতামাৰহি' আৰু পাছত গৈ 'সীতামাৰী' নামে জনাজাত হ'ল। এয়া হৈছে এক কিংবদন্তি। মেলাখন হয় ৰাস পূর্ণিমাৰ পিছৰ শুক্লা পঞ্চমীত। সেইকাৰণেই মেলাখনৰ নাম বিবাহ পঞ্চমীৰ মেলা। এই মেলাত হাতীৰ লগতে গৰুৰো কিনা-বেচা কৰে। তৃতীয় মেলাখন বহে কিষাণগঞ্জত। আগেয়ে মেলাখন আছিল খাগড়াৰ নবাবৰ। এতিয়া চৰকাৰৰ। মেলাখন বহে মুছলমান ভাইসকলৰ কোনোবা এটা পর্বৰ সময়ত। সাধাৰণতে জানুৱাৰী মাহতেই এই মেলা বহে। বেঙ্গল আৰু বিহাৰৰ সীমাৰ পৰা প্রতিবছৰে প্রায় ১০০ টা হাতী এই মেলাত বিক্রী কৰিবলৈ আনে। শেষৰ মেলাখন বহে সিংহেশ্বৰৰ থানত শিৱৰাত্রিৰ দিনা। ঠাইখন 'সাহৰসা' জিলাত কিন্তু যাব লাগে পূর্ণিয়া হৈ। সিংহেশ্বৰত শিৱ মন্দিৰ আছে। এই মেলাখনত প্রায় ২৫০/৩০০ মান হাতীৰ কিনা-বেচা হয়। ইয়াতেই শিৱৰাত্রিৰ দিনা হাতীৰ এক বিৰাট শোভাযাত্রা হয়। হাতীৰ দৌৰ প্রতিযোগিতাও হয়। ইয়াৰ বাহিৰেও পূর্ণিমাৰ গধূলি নামে গাঁৱত এখন সৰু মেলা হয়। কিন্তু কেইবছৰমান হ'ল ইয়াত মেলা বহা নাই। মেলাখন চলাই এজন প্রভাৱশীল মহাজনে। তেওঁ মৰাৰ পিছতেই মেলাখন উঠি যোৱাৰ দৰেই হৈছে। পিছে গোলাপবাগত এখন মেলা বহাৰ কথা চলিছে। পূর্ণিয়াৰ বাজাৰৰ ওচৰতেই গোলাপবাগ বুলি এখন বজাৰ আছে। তাতেই মেলাখন বহা কথা। কেতিয়া মেলা বহিব সেইটো নাজানো। পিছে দেখা গৈছে যে প্রথম চাৰিখন মেলা ঠিকমতেই বহে আৰু হাতীৰ কিনা-বেচাও হয় ভাল ধৰণেই। আগতেই কৈছোঁ সঁচাই হওক বা মিছাই হওক

প্ৰবাদবাক্যৰ প্ৰভাৱ কিন্তু কম নহয়। সেয়েহে আজিও 'ঝাড়ুদুম শিয়াল তালু (ক'লা তালু) আৰু যোল্লনখী হাতীৰ দাম কম। এটা কথা কওঁ। সোণ আৰু পুৰৰ মেলাই যে সকলোবোৰ মেলাতকৈ ডাঙৰ সেয়া নহয়, এই মেলালৈ পোহমনা আৰু পুৰাপুৰি শিক্ষা দিয়া হাতীয়েই বেছিকৈ আনে। বাকীবোৰ মেলাত জংঘলৰ পৰা ধৰি আনিয়েই কেৱল মাত্ৰ কাম চলাব পৰাকৈ শিক্ষা দিয়া হাতীৰ সংখ্যাই বেছি। এই প্ৰসঙ্গত এইটো কথা জনাৰ দৰকাৰ যে হাতী কিনা-বেচাৰ কাম য'ত হাতী ধৰা হয় সেই ঠাইৰ পৰাই আৰম্ভ হয়। অৰ্থাৎ অসম আৰু উত্তৰ বঙ্গৰ পৰাই হাতীৰ সদাগৰসকলে হাতী ধৰা মহলতেই বাহৰ পাতি থাকে। হাতী ধৰা পৰাৰ লগে লগেই ডিপোলৈ আনে আৰু তাতেই ডাকত বিক্ৰী হয়। তাৰ পিছতেই সদাগৰসকলে সামান্য ধৰণৰ শিক্ষা দি বিহাৰৰ মেলাত বিক্ৰীৰ বাবে হাতী পঠিয়াই দিয়াৰ ব্যৱস্থা কৰে।

ইয়াৰ মাজতেই আৰু এটা কথা কওঁ। মেলাত হাতী কিনা কিন্তু যাৰে তাৰে কাম নহয়। কেৱল লক্ষণ চালেও নহয়। ভালকৈ চাব জানিব লাগিব হাতীৰ চকুৰ দৃষ্টিশক্তি আছে নে নাই, ভৰিত কাড়িয়ে ধৰিছে নেকি বা তাৰাতাৰিকৈ শিক্ষা দিয়াৰ ফলত হাতীৰ বনৰীয়া স্বভাৱৰ পৰিৱৰ্তন হ'বলৈ ধৰিছে নে নাই। বাৰে বাৰে হাতীৰ দৃষ্টিশক্তিৰ কথা যে কৈছোঁ তাৰ কাৰণ কি? তেতিয়া হ'লে শুনক। সাধাৰণতে সেউজীয়া অৰণ্যৰ বুকুৰ পৰাই হাতী ধৰি আনি গৰম বতাহ বলি থকা শুকান অঞ্চলত অৱস্থিত মেলাবোৰলৈ হাতী চালান দিয়া হয়। সেই ঠাইবোৰত দুই-চাৰিডাল আম গছৰ বাহিৰে আন ধৰণৰ সেউজীয়া গছ-বননি একেবাৰে নাই আৰু তাৰ ওপৰৰে বৈ গৈছে সৰ্বশৰীৰ পোৰা 'লো'। এই ধৰণৰ প্ৰাকৃতিক কাৰণৰ বাবেই অতি কমেও শতকৰা পঞ্চশটা হাতী অন্ধ হয়। মই সোণপুৰৰ মেলালৈ কেইবাবাৰো গৈছোঁ, প্ৰত্যেক বাৰেই এই সম্পৰ্কে খবৰ-খাতি লৈছোঁ, হিচাব-নিকাচো কৰিছোঁ। ফলাফল একেই ধৰণৰ। শতকৰা পঞ্চাশটা হতভগা হাতীয়ে দৃষ্টিশক্তি হেৰুৱাই বহি আছে। এই ভয়ানক সমস্যাটোক লৈ মই অনেক ধৰণেই ইয়াৰ প্ৰতিৰক্ষাৰ বাবে চেষ্টা চলাইছোঁ। সেই চেষ্টা এই পৰ্যন্ত চলাই আছোঁ। প্ৰথমতে ভাবিছিলোঁ যে বনৰীয়া হাতী মানুহৰ বশ হ'লে তাৰ অভ্যাস সলনি হোৱাৰ বাবে অন্ধ হৈ যায়। হাতী বনৰীয়া আৰু নিশাচৰ জন্তু। কিন্তু মানুহৰ বশ হোৱাৰ পিছত সেই হাতীয়ে ৰাতিৰ সলনি দিনত কাম কৰে। অসমৰ হাতীয়েও একে ধৰণেই কাম কৰে। তাৰ বাবে আমাৰ হাতীৰ দৃষ্টিশক্তি মুঠেই কমি নাযায়। গতিকে ৰাতিৰ সলনি দিনত কাম কৰাৰ লগত হাতীৰ দৃষ্টিশক্তিৰ সম্পৰ্ক থকা দেখা নাযায়। আমাৰ দেশত দঁতাল হাতী দুই-চাৰিটা অন্ধ হৈ গৈছে তাৰ কাৰণ বেলেগ। আমাৰ ইয়াত দঁতাল হাতীয়ে কাঠ টানে। দাঁতৰ সহায়ত সিহঁতে কাঠ টানি নিয়ে। ইয়াৰ ফলত সিহঁতৰ চকুৰ ওপৰত জোৰ পৰে। চকুৰ লগত দাঁতৰ ওতঃপ্ৰোত সম্বন্ধ আছে। এনেকুৱা ধৰণে জোৰ পৰাৰ কাৰণেই মাজে মাজে সিহঁতৰ চকুৰ পৰা পানী ওলোৱা দেখা যায়। হাতীৰ চকুত পানী ওলোৱা দেখিলে মই হাতীক কেতিয়াও কামত নলগাওঁ। লগে লগে জিৰণি ল'বলৈ দিওঁ। সেই সময়ত বিশ্ৰাম নল'লে হাতীটো অন্ধ হৈ যাব পাৰে। কিন্তু মেলাৰ হাতীৰ বেলিকা এই কথা নাখাটে আৰু নাখাটে মখনা হাতীৰ বেলিকা। আমি অৱশ্যে বনৰীয়া হাতী ধৰি আনি লগে লগে দড়ি লগাই কামত নলগাওঁ। লাহে লাহে তাক আমাৰ কামৰ লগত পৰিচিত কৰাইহে

কামত লগাওঁ। আমাৰ দেশত 'তিনপানি' বোলা কথা এটা আছে। অৰ্থাৎ তিনিটা বাৰিষা কটোৱাৰ পিছত বনৰীয়া হাতী সম্পূৰ্ণকৈ ঘৰুৱা কামৰ বাবে পাৰ্গত হৈ উঠে, তাৰ আগতে নহয়। এই সকলো যুক্তি-তৰ্কৰ পৰা মোৰ মনত ধাৰণা হৈছে যে সেউজীয়া স্নিগ্ধতাৰ অভাৱ আৰু গৰম বতাহৰ কাৰণেই হাতীৰ দৃষ্টিশক্তি কমি যায় আৰু কেতিয়াবা একেবাৰে লোপ পাই অন্ধ হৈ পৰে। মই যোৱা ৪০ বছৰ ধৰি হাতীৰ লগত উঠা-বহা কৰিছোঁ, এই ঘটনাবোৰ নিজ চকুৰে দেখিছোঁ ঠিকেই কিন্তু ইয়াৰ ওপৰত মই নিয়মীয়াকৈ কোনো ধৰণৰ গৱেষণা কৰা নাই।

মেলাত বান্ধি থোৱা হাতীৰ ভৰিত কিয় 'কাড়ি' (ঘা) হয়। মেলালৈ অনা হাতীৰ আগভৰি দুখন আৰু পিছৰ ভৰি দুখন খুব কটকটীয়াকৈ বান্ধি ৰাখে। ইয়াৰ ফলত বেচেৰা হাতীৰ লৰচৰ কৰিব পৰা কোনো উপায় নাথাকে। হাতীয়ে সাধাৰণতে পিছভৰি দুখনৰ ওপৰত ভৰ দি থিয় হৈ থাকে। পিছে লৰচৰ কৰিব নোৱাৰাৰ বাবে পিছৰ ভৰি দুখনৰ তলৰ মাটি লাহে লাহে বহি যায় আৰু গাঁতৰ দৰে হৈ পৰে। হাতীৰ দেহৰ ওজনটো কম নহয়! যেতিয়া হাতীয়ে প্ৰস্ৰাৱ কৰে তেতিয়া পিছৰ ভৰিৰ তলত বহি যোৱা গাঁতৰ দৰে ঠাইত জমা হয়। নলা এটা কাটি দিয়া হয়। কিন্তু প্ৰথম অৱস্থাত প্ৰস্ৰাৱ হাতীৰ ভৰিৰ তলত কিছু সময় জমা হৈ থাকে। তাৰ পিছতহে নলাৰে প্ৰস্ৰাৱবোৰ ওলাই যায়। ইফালে কটকটীয়াকৈ বন্ধাৰ বাবে হাতীয়ে লৰচৰ কৰিব নোৱাৰে। হাতীৰ প্ৰস্ৰাৱ খুব খাৰুৱা আৰু কড়া। বান্ধি থোৱা হাতীৰ ভৰিত যদি সদায়ে এই প্ৰস্ৰাৱ লাগি থাকে তেতিয়া হ'লে ঘা হ'বলৈ কিমান সময় লাগে? এই ঘা কিন্তু সাধাৰণ ধৰণৰ কথা নহয়। এই ঘা হ'লে প্ৰথমতে ভৰিৰ তলুৱাৰ চামৰা খাই পেলায়। তাৰ পিছত নখৰ গুৰিয়ে গুৰিয়ে ঘা বিয়পি পৰে। তেতিয়া হাতীয়ে খোৰাই খোৰাই খোজ কাঢ়ে। ঠিক সময়ত চিকিৎসাৰ ব্যৱস্থা নকৰিলে সেই হাতী অকামিলা হ'বলৈ বেছি সময় নালাগে। এই ৰোগ কিন্তু বনৰীয়া বা পোহনীয়া হাতীৰ বৰ বেছিকৈ নহয়। বনৰীয়া হাতীৰ ভৰি দুখনতো কোনোৱে বান্ধি নথয়। পোহনীয়া হাতী বন্ধাৰ বিশেষ কায়দা আছে যাতে এই সকলোবোৰ অসুবিধাই ঢুকি নাপায়। প্ৰথমতে এটা বাঁহৰ খুঁটা পুতি দহ হাত মান দীঘল এডাল চেইন লগাই দিওঁ। গতিকে ১৫ ফুটমান ঠাইৰ ভিতৰত হাতীয়ে চলা-ফিৰা কৰিব পাৰে। ইয়াৰ বাহিৰেও হাতীৰ নিজস্ব অভ্যাস বুলি এটা কথা আছে। যিখিনি ঠাইত সিহঁতে থাকে বা খায় সেই ঠাইত সিহঁতে পায়খানা বা প্ৰস্ৰাৱ নকৰে। জংঘলত থাকিলেও নকৰে। এই যে মোৰ লগত দুটা হাতী আছে ইহঁতে ৰাস্তাত পায়খানা বা প্ৰস্ৰাৱ নকৰে। দৰকাৰ হ'লে ৰাস্তাৰ ওপৰতেই থিয় হৈ থাকিব। তাৰ পিছত ৰাস্তাৰ পৰা আঁতৰি গৈ প্ৰস্ৰাৱ, পায়খানা কৰি আহিব। যদি হাতী মাজ ৰাস্তাত থিয় হৈ থকাৰ পিছত মাউতে বুজি নাপায় তেতিয়াহ'লে এই অবলা জন্তুৱে বাৰু কেনেকৈ বুজি পাব। গতিকে উপায়হীন হৈ ৰাস্তাতে প্ৰস্ৰাৱ, পায়খানা কৰিব। অকল হাতীয়েই নহয় গেণ্ডৰায়ো একে ঠাইতে পায়খানা কৰি থাকে যেতিয়ালৈকে তাৰ পায়খানা দ'ম বান্ধি পায়খানাৰ ঘাৰত নালাগে। গেণ্ডৰা হৈছে তৃণভোজী জন্তু। তাৰ পেট ভৰাবলৈ ভালেমান ঘাঁহ-বনৰ দৰকাৰ হয়। গতিকে য'তে-ত'তে পায়খানা কৰিলে ঘাঁহ-বনবোৰ যে লেতেৰা হ'ব আৰু সেই ঘাঁহ-বন

সি খাব নোৱাৰিব সেইটো জানিয়েই সি কেৱল এখন ঠাইকে লেতেৰা কৰে। ভাবি চাওক কিমান সুন্দৰ আমাৰ বন্য প্ৰাণীৰ ব্যৱস্থা। কিন্তু কিছুমান মানুহৰ উৎপাততেই আজি সকলো ব্যৱস্থা নষ্ট হৈ গৈছে। বুজিব পাৰিছে— চুৰি কৰি যিয়ে গেণ্ডেৰা মাৰে সিহঁতে এইবোৰ কথা ভালকৈ জানে। লদাৰ উচ্চতা বাঢ়ি থকা দেখি সিহঁতে বুজিব পাৰে যে ইয়ালৈ গেণ্ডেৰা পায়খানা কৰিবলৈ আহি থাকে। গতিকে সিহঁতে তাৰে ওচৰতে খাল খান্দি ভিতৰত লুকাই থাকে। যেতিয়া গেণ্ডেৰা পায়খানা কৰিবলৈ আহে তেতিয়া সিহঁতে সুবিধা বুজি মাৰি পেলায়। কথা কৈ কৈ কৰ'বাত ওলালোঁগৈ।

# তিনি

এইবাৰ আৰম্ভ কৰোঁ মেলাৰ হাতীৰ শিক্ষা-দীক্ষাৰ কথা। হাতীৰ মহাজনসকলে অতি সোনকালে বনৰীয়া হাতীক অলপ শিক্ষা দি মেলালৈ লৈ আহে। ইমান সোনকালে হাতীক শিক্ষা দিলে হাতী বিপথে যোৱাৰ ভয় থাকে। কিন্তু উপায়েই বা কি? বেছিদিন ধৰি হাতীক শিক্ষা দিলে বহুতো খা-খৰচ পৰে। কথাতে কয় হাতীৰ খাৱন। তদুপৰি বনৰীয়া জন্তুৰ কথাটো ক'ব নোৱাৰি। হঠাত যদি এটা হাতী মৰে তেতিয়া হ'লে কেইবাহাজাৰ টকা নষ্ট হৈ যায়। সেইকাৰণে যিলোকে হাতীৰ ব্যৱসায় কৰে, কিন্তু হাতী নোপোহে তেওঁলোকে উপায়েৰে সোনকালে হাতী বিক্ৰীৰ বাবে মেলালৈ আনিব বিচাৰে। কিন্তু সোনকালে শিক্ষা দিবলৈ হ'লে জোৰ জুলুম কৰিবলগীয়া হয়। দয়া, মায়া, ভালপোৱাৰ মাধ্যমেৰে শিক্ষা দিবলৈ হ'লে ধৈৰ্য লাগে, সময় লাগে। জংঘলৰ জন্তুৱেনো ইমান সহজতে মানুহৰ কথা বা ইংগিত বুজি পায় নে? জংঘলৰ জীৱনৰ কথা কি একে দিনাই পাহৰি গৈ পোহ মানিব? কিন্তু ব্যৱসায়ীসকলে ইমান কথা ভাবি নাচায়। বনৰীয়া জন্তুৰ প্ৰতি মৰম, দৰদ তেওঁলোকৰ বাবে কেৱল মূল্যহীন কথা। তেওঁলোক হাতী ব্যৱসায়ী মাত্ৰ। সেইকাৰণে লাঠিৰ জৰিয়তে এই কাম সমাধা কৰিব বিচাৰে। ফলস্বৰূপে হাতীয়ে এটা অজান আতঙ্কৰ মাজত নতুন জীৱন আৰম্ভ কৰে। মালিকক বা মাউতক— অৰ্থাৎ তাৰ জীৱনৰ প্ৰথম পুৰুষক ভাল পাবলৈ নিশিকে মাত্ৰ ভয় কৰে। শেষত এই ভয়েই গৈ আক্ৰোশত পৰিণত হয়। সুবিধা পালেই হাতীয়ে মালিক বা মাউতক ধাক্কা দি চায়। শুঁৰৰ ওভোতা আঘাতত মাউতো যেতিয়া পৰি যায়, তেতিয়া হাতীয়ে বুজি পায় যে মানুহৰ গাত শক্তি বুলিবলৈ তেনেকুৱা একো নাই। অজানা অচিনা মানুহৰ প্ৰতি তেতিয়া তাৰ ভয় কমি যায়। ইয়াৰ প্ৰতিক্ৰিয়া হিচাপে মাউতৰ অত্যাচাৰৰ মাত্ৰা বাঢ়ি গৈ থাকে। মই কিন্তু এই ধৰণৰ জোৰ জুলুমৰ ওপৰত মুঠেই বিশ্বাস নকৰোঁ। মই জানো যে মিঠা কথাৰ দাম অনেক বেছি। সেই কাৰণেই সুৰ লগাই গান গাই গাই শিক্ষা দিওঁ। মৰমৰ হাতেৰে মই নতুন হাতীক মৰম কৰোঁ। গতিকে হাতীক শিকাই-বুজাই ল'বলৈ মোৰ বেছি দেৰি নালাগে। সদাগৰৰ হাতত দহৰ পৰা পোন্ধৰ দিনৰ ভিতৰত হাতীক শিক্ষা দিয়া শেষ হয় আৰু মোক অতিকমেও ছমাহ লাগে। ইয়াৰ বাহিৰেও সদাগৰৰ হাতত হাতীয়ে চাৰি-পাঁচটা কথা শিকিলেই হাতী লায়কৰ হৈ পৰে বুলি ভাবে। মই কিন্তু হাতীক অতিকমেও অন্ততঃ বিশ-পঁচিশটা কথা শিকাওঁ। পুৰাপুৰি প্ৰশিক্ষণ দি এটা হাতীক উপযুক্ত কৰি তুলিবলৈ মোৰ দুই বা তিনি বছৰ লাগে। বহুত কথাকেই শিকোৱা হয় পিছে সকলো হাতীক সকলো ধৰণৰ কথা শিকোৱা নহয়। অৱশ্যে সকলো হাতীয়ে একে ধৰণৰ কামো নকৰে। এই ধৰক, যি হাতীয়ে কাঠ টানিব, সেই হাতীয়ে একে ধৰণৰ বোল শিকিব লাগিব। যি হাতী বাঘ চিকাৰলৈ যাব সি বেলেগ ধৰণৰ বহুতো বোল শিকিব লাগিব। পিছে আৰম্ভণিতে চাৰি-পাঁচটা কথা সকলো হাতীয়েই শিকিব লাগে। এই কথাবোৰ হাতীৰ 'অ, আ, ক, খ' শিকাৰ দৰে। হাতী যদি বিদেশলৈ ৰপ্তানি কৰাও হয় তেতিয়া হ'লেও এই

কথাকেইটা শিকি যাবই লাগিব। হাতীয়ে এই কথাবোৰ কেতিয়াও পাহৰি যাব নোৱাৰে। সেইকাৰণেই কেতিয়াবা হাতীৰ লগত মাউতকো বিদেশলৈ পঠিয়াব লগা হ'ব পাৰে। নহ'লে বিদেশী বণিকে এইকেইটা 'বোল' ৰূপান্তৰিত কৰি নিবই লাগিব।

এই প্ৰসঙ্গতে হাতীৰ দাঁতৰ গঢ় আৰু তাৰ ভাল-বেয়াৰ বিষয়ে দুই-চাৰিষাৰ কথা কওঁ। হাতীৰ দাঁতৰ বাবেই কোনোৱে কোনোবা হাতী কিনে। হাতীৰ দাঁত যিমান মোটা হ'ব তাৰ বয়স সিমানেই বেছি বুলি ধৰি লোৱা হয়। সৰু কালতে হাতীৰ দাঁত সৰু হৈ থাকে, তাৰ পিছত বয়স বৃদ্ধি হোৱাৰ লগে লগে দাঁত মোটা হ'বলৈ ধৰে। ইয়াৰ মাজতো এটা কথা আছে। দাঁতৰ আগ যিমানে কটা হ'ব দাঁত সিমানেই মোটা হৈ যায়। অৰ্থাৎ দাঁত যিমানেই ভোতা হ'ব সিমানেই মোটা হ'ব। সেইকাৰণেই বনৰীয়া হাতীৰ দাঁত সৰু আৰু দীঘল হৈ থাকে— তাৰ দাঁত বাৰু কোনে কাটিবলৈ যাব? পিছে নিজৰ ভিতৰতে যুদ্ধ কৰি যিয়ে দাঁত ভাঙে, সিহঁতৰ দাঁতো একে নিয়মেৰেই মোটা হৈ যায়। দাঁতৰ গঢ়ো বিচিত্ৰ ৰকমৰ। প্ৰথমতে ধৰা যাওক নল-দাঁতৰ হাতীৰ কথা। সৰু আৰু দীঘল নাইবা জমিমুখীয়া দাঁতকেই আমি নল-দাঁত বোলোঁ। তাৰ পিছত হ'ল চাক্‌না (আমাৰ ভাষাত কোৱা হয় সাক্‌না) দাঁত চুটি আৰু মোটা গঢ়ৰ দাঁত। সুৰত-দাঁতৰ নাম শুনিছেনে? 'খুবসুৰত' মানে সুন্দৰ কিন্তু আমি সুৰতকেই সুন্দৰ বুলি কওঁ। সুৰত-দাঁত বেশ মোটা ধৰণৰ, আগটো সামান্য ওলোটা অৰ্থাৎ আকাশমুৱা। আৰু এক ধৰণৰ দাঁত আছে যাক কোৱা হয়— 'পালং-দাঁত' অৰ্থাৎ মোটা দাঁত দুটাৰ কিছুখিনি সোজা-সোজীভাৱে নামি যোৱা কিন্তু আগ দুটা কায়দা-মাফিক ওলোটা আৰু দাঁত দুটাৰ অৱস্থিতি এনেকুৱা ধৰণৰ যে তাৰ ওপৰত এখন 'পালং' বা চকী থৈ দিলে সেইখন বাগৰি নপৰাকৈ স্থিৰ হৈ থাকিব। নামটো সুন্দৰ নহয় জানো? নামটো কেৱল সুন্দৰেই নহয় 'পালং-দাঁত' সুলক্ষণৰো চিন। সেই কাৰণে পালং-দাঁতৰ হাতীৰ বজাৰত আদৰ আৰু মূল্য বেছি। এইবাৰ কওঁ মখনা হাতীৰ কথা। মখনা হাতীৰ দাঁত বৰকৈ নগজে। যদিও গজে আমি তাক কওঁ Tush (Tusk নহয়) আৰু এই Tush বা নাকসামা কিছু বাহিৰলৈ থাকিলে সেই হাতীক সুন্দৰী (সুন্দৰ নহয়) মখনা বুলি কওঁ। সাধাৰণতে সেই দাঁত সৰু, কিন্তু বেচ টান আৰু গোটা। এইধৰণৰ দাঁত থকা হাতী দন্তাল নে মখনা এই লৈ গোলমাল হ'ব পাৰে। চৰকাৰৰ লগত এই লৈ গোলমাল হৈয়েই থাকে। কাৰণ মখনা হাতীৰ দাম আৰু Royality দুয়োটাই কম আৰু দন্তাল হাতীৰ দুয়োটাই হ'ল বেছি। শেষত চৰকাৰৰ সিদ্ধান্ত হ'ল যি দাঁতে শুঁৰডালক অতিক্ৰম কৰি যায় সেই মখনা হাতী দন্তাল হৈ যায়। এই সিদ্ধান্ত আমাৰ কাৰণে সুবিধাজনক হৈছিল। বনৰীয়া হাতী সচৰাচৰ সৰুতেই ধৰে। তেতিয়া হাতীৰ বিশেষকৈ মক্‌নাৰ দাঁত নাবাঢ়ে। গতিকে আমি সেই সুবিধাৰ ফল ভালকৈ ভোগ কৰিব পাৰিছিলোঁ।

আঁতিগুৰি মাৰি কথা কোৱাৰ অভ্যাস মোৰ নাই। সেইকাৰণেই আগৰ কথা পিছলৈ যায় পিছৰ কথা আগলৈ আহে। দন্তাল আৰু মখনা হাতী সম্পৰ্কে দুই-চাৰিষাৰ কথা আগতেই কৈছোঁ। এতিয়া সিহঁতৰ গুণ্ডা হাতীৰ লগত পৰিচয় সম্পূৰ্ণকৈ জানি লোৱা দৰকাৰ। সকলো মতা হাতীৰ দাঁত থাকে এই ধাৰণাটো কিন্তু সঁচা নহয়। তেতিয়াহ'লে হাতীদাঁতৰ দাম ইমান বেছি কিয়? শতকৰা পঁয়সত্তৰটা মতা হাতীৰ দাঁত নাথাকে। মোৰ

এই হিচাবটো একেবাৰে নির্ভুল বুলি ক'ব নোৱাৰোঁ। তথাপি এইটো মই অভিজ্ঞতাৰ পৰা ক'লোঁ। হিচাবৰ কথা এৰি হাতীৰ কথাকে কওঁ। ভোজপুৰীত কয় 'মকুনা'। এই শব্দটো 'মাকুন্দ' ৰ পৰাই আহিছে। অসমৰ 'মক্না'ৰ আৰু এটা নাম আছে 'গুণ্ডা'। এই গুণ্ডা মানে Rogue নহয় সেইটো বুজিব পাৰিছে। দীঘল দাঁত থকা হাতীক দন্তাল বোলে। মখনা হাতীৰো অবশ্যে চুটি সৰু দুটা দাঁত থাকে যেনেকৈ থাকে মাইকী হাতীৰ। সেয়া মখনাই হওক বা দন্তালেই হওক। মতা হাতীৰ মন মেজাজ একেই ধৰণৰ। পিছে পৰিৱেশ আৰু শিক্ষাৰ গুণৰ বাবেই সিহঁতৰ মেজাজ আৰু স্বভাবৰ কিছু কিছু হেৰফেৰ হয়। এই প্ৰসঙ্গতে কৈ থওঁ যে ভাৰতীয় দন্তাল মাইকী হাতী মই দেখা নাই। পিছে সুন্দৰী মখনাৰ দৰে দাঁত ওলোৱা মাইকী হাতী মই ভালেকেইটাও দেখিছোঁ। আমাৰ 'বাসন্তী' আৰু 'ৰাধাপিয়াৰী'ৰতো প্ৰায় এহাতকৈ দীঘল দাঁত আছিল। কিন্তু সেই দাঁত শুঁৰক অতিক্ৰম কৰি যোৱা নাছিল। পিছে Stracey চাহাবৰ কিতাপত দন্তাল মাইকী হাতীৰ কথা পঢ়িছোঁ আৰু গুৱাহাটী চিৰিয়াখানাত এটা সৰু মাইকী হাতী দেখিছোঁ। সেইটোৰ দেশ অবশ্যে আফ্ৰিকা। সেয়া যাহওক পিছে এটা কথা মই চিন্তা কৰি দেখিছোঁ যে দন্তালতকৈ মখনা হাতীৰেই শক্তি বেছি। ইয়াৰ বাহিৰেও হাতী চিকাৰ বা বাঘ চিকাৰৰ ক্ষেত্ৰত মখনাই বেছি কাম কৰে। দূৰৈৰ পৰা বনৰীয়া হাতীয়ে বুজি নাপায় যে চিকাৰী হাতীটো মতা নে মাইকী। বেছিভাগ সময়তে দেখা যায় যে চিকাৰী হাতীটো মাইকী বুলি ভাবি বনৰীয়া হাতী আগুৱাই আহে। এনেকুৱা হ'লে আমাৰ কাৰণে চিকাৰৰ সময়ত বহুতো সুবিধা হয়। আনহাতে দন্তাল হাতী দেখিলে বনৰীয়া হাতী তাৰ ওচৰলৈ আহিব নিবিচাৰে বৰং পলাবলৈহে বিচাৰে। চিকাৰৰ সময়ত দঁতাল হাতীৰ দাঁত বনৰ লতা পাতৰ সৈতে সাঙোৰ খাই যাব পাৰে। ইয়াক এৰুৱাওতে বহুতো সময় নষ্ট হয়। দঁতালেও এইটো জানে। সেইকাৰণে সিহঁতে সাৱধান হৈ আগবাঢ়ে। ফলত সিহঁতৰ বেগ বহুখিনি কমি যায়। কিন্তু মখনা হাতীৰ এইবোৰৰ ভয় নাই। সি দুৰ্বাৰ বেগত বন-জংঘল ফালি চিকাৰৰ ফালে আগবাঢ়ে। অনেকৰ ধাৰণা যে হাতীয়ে হাতীয়ে যুদ্ধ কৰিলে এটাই অন্যটোক দাঁতেৰে আঘাত কৰে। ধাৰণাটো কিন্তু একেবাৰে ভুল। সেয়ে যদি হ'লহেঁতেন দঁতাল হাতীয়ে সকলো যুদ্ধতে জয়লাভ কৰিলেহেঁতেন। কিন্তু যি ঘটি থাকে সেয়া একেবাৰে ওলোটা। দঁতাল হাতীয়ে ডাঙৰ মখনাৰ সৈতে যুঁজত জয়ী নহ'বও পাৰে। আপুনি হয়তো ভাবিছে যে দঁতালেতো দাঁতৰ সহায়ত মখনাক জখম বা জব্দ কৰিব পাৰে। কিন্তু সেই সুযোগ সিহঁতে নিদিয়ে। আগেয়েই মখনা হাতীয়ে শুবিৰে জোৰকৈ হেঁচা মাৰি ধৰি দঁতালৰ দাঁত চেপি ধৰে। তাৰ পিছত কপালেৰে ধাক্কা মাৰিবলৈ আৰম্ভ কৰে। অবশ্যে প্ৰথমতেই দুয়োজনে দুই দিশৰ পৰা ভীমবেগেৰে খেদি আহি পৰস্পৰে পৰস্পৰক খুব জোৰেৰে ধাক্কা মাৰে। সেয়া বৰ ভয়ানক কথা। সেই ভীষণ ধাক্কাৰ ফলত সেই ঠাইৰ মাটি আৰু জংঘল থৰ থৰকৈ কঁপি উঠে। তাৰ পিছত চলি থাকে ধাক্কা-ধাক্কি আৰু কপাল ঠোকা -ঠুকি, কেতিয়াবা অলপ সময়ৰ বাবে এৰা-এৰি হৈ আঁতৰি যায়। পিছ মুহূৰ্ততে আকৌ আহি যুদ্ধ আৰম্ভ কৰি দিয়ে। আচলতে সিহঁতে ফাঁক বিচাৰি ফুৰে। সিহঁত দুজনেই জানে যে শত্ৰুক এবাৰ পাছফালৰ পৰাই আক্ৰমণ কৰিব পাৰিলেই শত্ৰু

পক্ষৰ দুৰ্গ ধ্বংস হৈ যাব। কাৰণটো নিশ্চয় বুজিব পাৰিছে। পাছ ফালৰ পৰা হাতী আক্ৰান্ত হ'লে বৰ অসুবিধাত পৰি যায়। সি বেচেৰাই তেতিয়া কেনেকৈ আত্মৰক্ষা কৰিব। উপায়হীন হৈ পিছৰ ভৰি দুখন মাৰি মাৰি কেৱল আঁচুৰিবলৈ ধৰে। তেনেকুৱা কৰিলে কি আন এটা আক্ৰমণকাৰী হাতীক দমন কৰিব পাৰে। কিন্তু শেষ পৰ্যন্ততো এজন হাৰিবই। যিজন হাৰিব সেইজন মৰিবই। মানুহৰ দৰে সিহঁতে কাজিয়াখন মোকাবিলা কৰি নিজকে মৃত্যুৰ পৰা ৰক্ষা কৰিবলৈ নাজানে। সিহঁতৰ ৰাজ্যত সেই নিয়ম নাই। সিহঁতে কেৱল জানে আপোচহীন আমৰণ যুদ্ধ। কেতিয়াবা সেই যুদ্ধ দিনৰ পিছত দিন চলি থাকে। সেই যুদ্ধৰ শেষত কোনোবা এজনৰ মৃত্যুৰ পিছত আনজনে প্ৰাণ লৈ পলাই যায়; তাকেই আমি Rogue বা গুণ্ডা বুলি চিহ্নিত কৰোঁ। বেছিভাগ যুজ হয় সেই আদিম আৰু অকৃত্ৰিম কাৰণ নাৰী অৰ্থাৎ মাইকী হাতীৰ ওপৰত মালিকী স্বত্বৰ বাবে। কথাটো আৰু পৰিষ্কাৰকৈ কোৱা দৰকাৰ। একোটা দলত একাধিক মতা হাতী থাকে। হাতীৰ সকলো পোৱালীয়েইতো মাইকী নহয়। মতা পোৱালী সময়ত ডাঙৰ হৈ ডেকা হৈ পৰে। তেতিয়াই এই ধৰণৰ কাজিয়া হোৱাৰ সম্ভাৱনা বাঢ়ি যায়। এককথাত, ৰাণীৰ 'হেৰেম'ৰ অধিকাৰী হ'বলৈ এই যুদ্ধৰ আয়োজন। এয়া হ'ল দলপতিৰ প্ৰতাপ আৰু অধিকাৰৰ কথা। দলপতিৰ এই শক্তি আৰু অধিকাৰৰ বাবেই দলৰ শক্তিশালী হাতীও মাইকী হাতীৰ কাষলৈ নাযায়। গ'লেও কোনো ধৰণৰ গুৰুত্ব নাপায়। কিবা যদি ওলট-পালট হয় তেতিয়াহ'লে অৰণ্য কঁপোৱা যুদ্ধ আৰম্ভ হৈ যায়। 'মাৰোঁ নাইবা মৰো' এয়ে হাতী জংঘলৰ নিয়ম। আগেয়ে কৈছোঁ যে যদি এই মহাযুদ্ধৰ পৰা কোনোটোৱে পলাই যাব পাৰে তাকেই আমি গুণ্ডা বুলি কওঁ। তেতিয়া তাৰ সৰ্বহাৰাৰ অৱস্থা— ৰাজপাট আৰু হেৰেম সকলোৱেই তাৰ হাতছাড়া। সি পলাবৰ সময়তো বন-জঙ্গল ভাঙি-ছিঙি গাৰ খং গাতে মাৰ নিয়াব বিচাৰে। এই অৱস্থাত জনবসতিৰ ফালে সেই হাতী আহিলে সৰ্বনাশ কৰি থৈ যায়। সন্মুখত যি পাব তাকেই ভাঙি-ছিঙি শেষ কৰিব। ওচৰত মানুহ পালে তাকো মাৰি পেলাব। তেতিয়া সেই সমস্ত এলেকাজুৰি ত্ৰাহি মধুসূদন দেখে। সেই গতিকেই সকলো দিশ ভাবি-চিন্তি এই ধৰণৰ হাতীক গুণ্ডা (Rogue) বুলি চৰকাৰে ঘোষণা কৰে। ইয়াৰ পিছতেই চিকাৰীৰ বন্দুকৰ নলীৰ পৰা ওলাই আহে জ্বলন্ত 'মৃত্যু'। তেতিয়াই সেই হাতীয়ে সকলো দুখ-কষ্টৰ অন্ত পেলাই পৃথিবীৰ পৰা বিদায় মাগে।

এটা খুনী হাতীক (গুণ্ডাক) শেষ কৰা অৱশ্যে মুখৰ কথা নহয়। সেই সাক্ষাৎ যমদূতক নিপাত কৰিবলৈ হ'লে লাগে সাহস, সৰ্তকতা, স্থিৰ বুদ্ধি আৰু নিৰ্ভুল লক্ষ্য। কিন্তু বিনাৰক্ত-পাতে আৰু বিনাঅস্ত্ৰাঘাতে বনৰীয়া হাতী ধৰাৰ কায়দাৰ (পদ্ধতি) কথা আৰু ফান্দী ফিকিৰৰ কথা শুনিলে আপোনাৰ গা কঁপি উঠিব। নিৰ্ভুল কৌশল আৰু অবিশ্বাস্য সাহস এই দুয়োটাৰ যোগাযোগৰ বলতেই অনন্ত কালৰ পৰাই মানুহে এই অসম্ভৱক সম্ভৱ কৰি তুলিছে। প্ৰথমতে ধৰক পৰতালা চিকাৰৰ কথা। (আগেয়ে কৈ থোৱা ভাল যে ইয়াত হাতী চিকাৰ মানে হ'ল 'হাতীধৰা' আৰু গুণ্ডা মানে ডেকা বয়সীয়া মতা হাতী)। অসমত আহোম ৰজাসকলৰ দিনত আৰু ময়মনসিং ৰজা আৰু জমিদাৰৰ মাজত পৰতালা চিকাৰ খুব প্ৰচলিত আছিল। এই চিকাৰ একেবাৰে নাটকীয় বস্তু— নাটকৰ দৃশ্য বুলি ধৰি ল'ব পাৰি। অৱশ্যে

এই নাটকত অভিনয় কৰে কুন্‌কী হাতীয়ে। ইয়াৰ দায়িত্ব থাকিব মাউতৰ ওপৰত। পিছে কুন্‌কী যে এই নাটকত একেবাৰে বিপদমুক্ত তেনেকুৱা নহয়। সেই কথালৈ পিছত আহিম। গুণ্ডা হাতীৰ অহা-যোৱাৰ খবৰ পালেই মহলদাৰৰ হুকুম মতে মাউত অতি সোনকালে সাজু হৈ যায়। এটা ডাঙৰ গুণ্ডা হাতীক কৰায়ত্ত কৰিবলৈ হ'লে বেছ ডাঙৰ দুটা কুন্‌কী হাতীতো লাগেই, তিনিটা হ'লে বেছি ভাল হয়। এই কুন্‌কীৰ যথেষ্ট সাহস থাকিব লাগে, আৰু ফান্দী-ফিকিৰ সকলো জনা হ'ব লাগে। এই কুন্‌কী হাতীৰ কপালত টিপ্-টাপ্ থাকিলে মাউতে যত্ন কৰি ধুই উঠাই দিয়ে। এই সতর্কতাৰ কাৰণ আছে। বনৰীয়া হাতীয়ে টিপ্-টাপ্ পিন্ধি সাজি-কাচি নুঘূৰে। সেই কাৰণেই টিপ্-টাপ্ পিন্ধা হাতী দেখিলে গুণ্ডা হাতীৰ মনত সন্দেহ জাগিব পাৰে। এবাৰ সন্দেহ জাগিলে সকলোবোৰ নষ্ট হৈ যায়। কেবল এটাই নহয়। কুন্‌কী আৰু মাউতৰ প্ৰাণলৈও টনাটনি হ'ব পাৰে। মাউতে লগত কিছু পৰিমাণে দড়িদড়া আৰু এখনকৈ ক'লা কম্বল ৰাখে। যাত্ৰা কৰাৰ সময়ত ক'লা কম্বলখন মূৰে-গায়ে লৈ কুন্‌কী হাতীৰ ওপৰত নেদেখাকৈ পৰি থাকে। বুজিবলৈ পাৰিছে যে গুণ্ডা হাতীক ফাকি দিবলৈ এই কম্বল মূৰত লোৱাৰ অভিনয়। হাতীয়ে অৱশ্যে ওপৰৰ ফালে চকু তুলি নাচায়। কিন্তু কোনো কাৰণত যদি মাউতো হাতীৰ নজৰত পৰি যায় তেতিয়াহ'লৈ বিপদৰ আৰু শেষ নাথাকিব। কিন্তু ক'লা কম্বলেৰে ঢাকি থোৱা কিবা এটি দেখিলেও সি মানুহ বুলি সন্দেহ নকৰে। হয়তো ভাবিব এটা ওখ পিঠিৰ হাতী। গুণ্ডাহাতীৰ মুখামুখি হ'লেও মাউতে অৱশ্যে সুযোগ বুজি মনে মনে নামি আহে। কুন্‌কীটোৱে সহজভাৱে গুণ্ডাটোৰফালে আগবাঢ়ি যে— এয়া হৈছে মাত্ৰ এক অভিসাৰিকা। তাৰ পিছত আৰম্ভ হয় আচল নাটকৰ প্ৰথম অঙ্ক। কুন্‌কী হাতীটোৱে গুণ্ডা হাতীৰ লগত সহজে আৰম্ভ কৰি দিয়ে প্ৰেমৰ অভিনয়। সি এক নিটোল নিৰ্ভুল অভিনয়। দ্বিতীয় অঙ্কত কুন্‌কীৰ প্ৰেমৰ পৰশত গুণ্ডা হাতীটো একেবাৰে মতলীয়া হৈ পৰে। কুন্‌কী হাতীটোৱে তেতিয়া সুবিধা বুজি গুণ্ডাটোক ভুলাই ভুলাই এডাল বৰগছৰ ওচৰলৈ লৈ যায়। লগে লগে মাউতৰ চলা-ফিৰা কৰা সুবিধাৰ প্ৰতিও নজৰ ৰাখে। গুণ্ডাৰ নজৰৰ পৰা মাউতক লুকুৱাই ৰাখিবলৈ কুন্‌কীয়ে পাহৰি নাযায়। মাউতে এই সুবিধাতে ৰছীয়েদি গুণ্ডাৰ পিছৰ ভৰি গছৰ গুৰিৰ লগত পকাই জোৰকৈ বান্ধি পেলায়। বেছ— এতিয়া কাম সমাধা হ'ল। এতিয়া চাওক মানুহ কিমান সাহসী হ'লে এই কামত নামিব পাৰে সেইটো বোধহয় বুজিবলৈ বাকী নাই। আকৌ সকলো সময়তে এই দুই অঙ্কতে নাটকখন শেষ নহয়। কোনো সময়ত নিখুঁত সৰ্তকতা আৰু প্ৰস্তুতি থকা সত্ত্বেও গুণ্ডাটোৱে এই কথাটো আগে ভাগে গম পায়। তেতিয়া আৰম্ভ হয় ৰক্তাক্ত তৃতীয় অঙ্ক। গুণ্ডাটোৱে খং আৰু ক্ষোভত একেবাৰে অস্থিৰ হৈ কুন্‌কীৰ ওপৰত আক্ৰমণ চলায়। কুন্‌কী হাতীয়ে এই দাৰুণ বিপদতো ধৈৰ্য নেহেৰুৱায়। সাধাৰণতে সিইঁতে প্ৰথমতে মাউতক পলাবলৈ সুবিধা কৰি দিয়ে। তাৰ পিছতহে নিজৰ প্ৰাণ ৰচাবলৈ চেষ্টা কৰে। অনেক সময়ত সেই চেষ্টাও ব্যৰ্থ হয়। প্ৰতাৰিত প্ৰেমিকসকলৰ আক্ৰমণত বহুতো কুন্‌কী হাতীৰ প্ৰাণহানিৰ কথা আমি শুনিবলৈ পাইছোঁ। বৰ্তমান সময়ত এই চিকাৰৰ প্ৰচলন নাই। ৰজাই সেই সময়ত আনন্দ উপভোগ কৰিবলৈ এই ধৰণৰ চিকাৰৰ আয়োজন কৰিছিল। ব্যৱসায়ৰ দিশৰ পৰা এই চিকাৰৰ প্ৰচলন কোনো দিনেই হোৱা নাছিল।

পিঠা চিকাৰ বা জঙ্গী চিকাৰ হ'ল জংঘলী হাতী ধৰাৰ আৰু এটা পুৰণা পদ্ধতি। এসময়ত নেপালত এই চিকাৰৰ প্ৰচলন আছিল। নেপালত হাতী ধৰাৰ অধিকাৰ একমাত্ৰ ৰজাৰ। গুণ্ডা হাতীৰ খবৰ পালে ৰাজদৰবাৰত জাননী দিয়া হয়। তেতিয়া মহাৰাজৰ হুকুমত আঠ-দহটা পোহনীয়া জঙ্গী দঁতাল হাতী শীঘ্ৰে গুচি যায় গুণ্ডা হাতীৰ সন্ধানত। জঙ্গী দঁতাল হাতীকেইটাই গুণ্ডাটোক আগুৰি পেলায়। এফালে এটি মাত্ৰ গুণ্ডা হাতী আৰু আনফালে আঠ-দহটা দঁতাল। কিন্তু প্ৰাণৰ মমতা ডাঙৰ মমতা। সেই প্ৰাণৰ মমতাৰ বাবেই জংঘলী গুণ্ডাটোৱে প্ৰায় চৌৱিশ ঘণ্টা ধৰি যুদ্ধ কৰে। কিন্তু সি নোৱাৰে। বুদ্ধি কৰিবলৈও বেচেৰাৰ একো নাই। পলাবলৈতো কোনো ৰাস্তাই নাই। পোহনীয়া দঁতাল হাতীয়ে ইতিমধ্যে তাক আগুৰি ধৰিছেই। ইয়াৰ ফলত গৈ সি একেবাৰে ক্লান্ত হৈ পৰে। মাউতে তেতিয়া সুযোগ বুজি তাৰ ভৰিত এডাল দীঘল শিকলি লগাই দিয়ে। তাৰ পিছত আৰু কি? কিছু সময়ৰ বাবে গা লুকাই ফুৰে দঁতাল আৰু মাউতৰ দলে। ইফালে গুণ্ডা বেচেৰাই শিকলিৰ ভৰ টানি টানি একেবাৰে নাজল-নাথল হৈ পৰে। দঁতালক লৈ মাউত তেতিয়া আকৌ আগুৱাই আহে। কামটো তেতিয়া অতি সহজ হৈ পৰে। গুণ্ডা হাতীৰ দপ্‌দপ্‌নি বুলি একোৱেই নাথাকে। এটি আধা মৰা হাতীৰ গলত ফান্দ লগাবলৈ মাউতৰ খুব সতৰ্কতাৰ দৰকাৰ নাথাকে। কামো শেষ হ'ল হাতী ধৰাও হ'ল। এয়েই হ'ল পিঠা চিকাৰ। বুদ্ধিৰ কোনো কথা নাই কেৱল নিষ্ঠুৰতা, জোৰ-জুলুমেই হ'ল এই চিকাৰৰ মূল কথা। গুণ্ডা হাতীয়ে অনেক সময়ত ইমান উপদ্ৰৱ সহ্য কৰিব নোৱাৰি মৰিয়েই যায়। এই চিকাৰ পদ্ধতিৰ আজি আৰু প্ৰচলন নাই।

ইয়াৰ পিছত আহোঁ খাল কাটি কৰা হাতী চিকাৰৰ কথালৈ। এই প্ৰথাক ইংৰাজীত Pitfall বুলি কয়। দক্ষিণ ভাৰতত এই প্ৰথাৰ বেছ প্ৰচলন আছিল। এই পদ্ধতিত তেনেকুৱা কোনো ধৰণৰ দক্ষতাৰ কথা নাই। হাতীয়ে চলাচল কৰা ৰাস্তাত গড়খাৱৈ খান্দি হাতী ধৰিবলৈ লুকাই বহি থাকে। এই ধৰণৰেই ব্যৱস্থা। কিন্তু এই পদ্ধতিৰে পাইকাৰী হাৰত হাতী ধৰাটো সম্ভৱ নহয়। তদুপৰি যদি হাতী এই গড়খাৱৈত বেয়া ধৰণে হামখুৰি খাই পৰে তেতিয়াহ'লে আঘাত পাব পাৰে, আৰু অসুবিধা আছে যেনে— একেটা গড়খাৱৈত একেলগে মূৰ মূৰ কৰি কেইবাটাও হাতী পৰি যোৱাতো অসম্ভৱ নহয়। তেতিয়াহ'লে তলত পৰা এটা-দুটা হাতীয়ে আঘাত পাবই। ইয়াৰ বাহিৰেও হাতীয়ে এবাৰ এই কথাটো গম পালে সেই বাটেৰে কেতিয়াও নাযায়।

পাইকাৰী হাৰত হাতী ধৰাৰ বাবে খেদা বা গড়েই সকলোতকৈ প্ৰশস্ত পদ্ধতি। আগেয়ে বাৰ্মাত চেগুন কাঠ টানিবলৈ অনেক হাতীৰ দৰকাৰ হৈছিল। শুনা যায় যে বম্বে বাৰ্মা কোম্পানীৰ (B.B.C) প্ৰায় চাৰিশমান কাঠ টনা হাতী আছিল। গতিকে এই কোম্পানীৰ হাতীৰ চাহিদা পূৰণ কৰাটোৱেই এটা ডাঙৰ সমস্যা হৈ পৰিছিল। সেয়েহে Sanderson চাহাবে অনেক মগজু খটুৱাই দলে দলে হাতী ধৰিবলৈ এই নতুন পদ্ধতি খেদা বা গড় চিকাৰ উলিয়ালে। খেদা বা গড় আকৌ দুই ধৰণৰ— দণ্ডিগড় আৰু পুংগড়। দণ্ডি বোলোতে হাতীৰ চলাচলৰ পথকেই বুজায়। এই পথৰ ওপৰতেই খোৱাৰ সজায় হাতী ধৰাৰ নামেই হ'ল 'দণ্ডিগড়'। খোৱাৰ হৈছে এটি বৰ ডাঙৰ কাঠৰ গড়াল যাৰ ওপৰতো একেবাৰে খোলা।

পিছে এই গড়ালটো খুব মজবুতকৈ বনোৱা হয়। এক ফুট বেৰৰ গছৰ গুৰিৰে একোখন ঠাই বেৰিলে গড়ালটো তৈয়াৰ কৰা হয়। খোৱাৰৰ ভিতৰত বেৰৰ চাৰিওফালে নিকতবৰ্তী কৈ তিনি ফুট দ' গাঁত কৰা হয়। ফলত গড়ালৰ ভিতৰত আবদ্ধ হোৱা হাতীয়ে বেৰত ধাক্কা দিবলৈ ভয় কৰে কিয়নো ভৰি গাঁতত পৰিব পাৰে। তাৰ পিছত এদল মানুহে লগ হৈ বহু দূৰৈৰ পৰা হাতীৰ দলটোক নানান ধৰণে জোৰ-জুলুম কৰি খেদি আনি গড়ালৰ ভিতৰত ভৰাই দিয়ে। দলক এনেকৈ বিভন্ন ধৰণে হেঁচা দি আগুৱাই আনিবলৈ বহুতো মানুহৰ দৰকাৰ হয়। মহীশূৰৰ ৰজাসকলৰ আমোলত এই প্ৰথাৰ প্ৰচলন আছিল। ৰজাসকলে এই খেদা চিকাৰ দেখি নিজে খুব আনন্দিত হৈছিল। অসমত এই প্ৰথা বিশেষধৰণে প্ৰচলিত হোৱা নাছিল। এতিয়া অৱশ্যে এই ধৰণে হাতী ধৰাৰ কথা শুনা নাযায়। কাৰণটো অলপমান ভাবিলেই বুজিব পাৰিব। আজিকালি জংঘল বহু পৰিমাণে পাতল হৈ গৈছে। সেইকাৰণে হাতীয়ে এতিয়া বিশেষ কোনো দণ্ডি অৰ্থাৎ নিৰ্দিষ্ট পথেৰে অহা-যোৱা নকৰে। প্ৰায়েই পথ পৰিবৰ্তন কৰি অহা-যোৱা কৰে। নিৰ্মম মানুহৰ হাতৰ পৰা বাচি থাকিবলৈ সিহঁতে মগজু খটুৱাই এই বুদ্ধিটো উলিয়াইছে। আজিকালি হাতীয়ে দলবান্ধি চাহ বাগিচাৰ মাজেৰে চলাচল কৰে। আকৌ একোটা দল ৰেল লাইন পাৰ হৈ যায়। অসমৰ ঘন অন্ধকাৰ অৰণ্যৰ মাজেৰে হাজাৰ হাজাৰ বছৰ ধৰি যি পথেৰে হাতী চলাচল কৰিছে সেই পথেৰেই আজিকালি জীপ গাড়ী চলাচল কৰে। গাৰো পাহাৰৰ ভিতৰত হাতী অহা-যোৱা কৰা বাটৰ আলম লৈয়েই মানুহ আৰু গাড়ী অহা-যোৱা কৰাৰ ৰাস্তা সজাই লৈছে। গতিকে আজিকালি কোন পথৰে হাতী নামি আহিব তাৰ কোনো ঠিকনা নাই। তেতিয়াহ'লে কওক খোৱাৰ বাৰু ক'ত সজাব?

এইবাৰ শুনক 'পুংগড়'ৰ কথা। আমাৰ দেশীয় ভাষাত 'পুং' মানে হ'ল মাটিখোলা, ইংৰাজীত যাক কোৱা হয় salt lick। বঙালীত আমি নোনা গড় বুলি কওঁ। হাতীৰ দৰে ঘাঁহ খোৱা জন্তুৰ পেটলৈ ঘাঁহৰ লগতে নানা ধৰণৰ পোক-পৰুৱা বা পোকৰ কণী ভিতৰলৈ গুচি যায়। এই বিভিন্ন ধৰণৰ পোক আৰু তাৰ কণীয়ে পেটৰ ভিতৰত বাহ বান্ধি হাতীক কাহিল কৰি দিয়ে। কিন্তু এইবোৰ ৰোগ-ব্যাধিৰ পৰা ৰক্ষা পাবলৈ বনৰ ভিতৰতে ব্যৱস্থা আছে। ঘন জংঘলৰ মাজত বিশেষকৈ জুৰিৰ পানীৰ দাঁতিত প্ৰকৃতিয়ে নিজেই যেন আগে ভাগে এটাৰ পিছত এটাকৈ পুং তৈয়াৰ কৰি ৰাখিছে। এই পুঙৰ নিমখীয়া মাটি (Mineral salt) খুব ঘাঁহ খোৱা জন্তুৱে নোখোৱাকৈ থাকিব নোৱাৰে। নিমখীয়া মাটি খালে সিহঁতৰ হজমী শক্তি আৰু পেট একেবাৰে পৰিষ্কাৰ হৈ যায়। এক ধৰণৰ জুলাপ। সেয়েহে পোন্ধৰ দিন বা এমাহৰ মূৰে মূৰে হাতীৰ দলে নিমখীয়া মাটি খাবলৈ এই পুঙলৈ আহিবই। নিমখীয়া মাটিৰ টানত হাতীয়ে বিশ-ত্ৰিশ মাইল পথ অতিক্ৰম কৰি যাবলৈ ৰাজী। এই নিমখীয়া মাটিৰ পঙলৈ অহা-যোৱাৰ পথত খোৱাৰ সজাই হাতী ধৰাকেই 'পুংগড়' বুলি কয়। 'পুংগড়' প্ৰথাত কম খৰচত আৰু কম মানুহেৰে কাম সমাধা কৰা হয়। গড়টো সজাব লাগিব যিকালে নিয়মীয়াকৈ হাতীয়ে মাটি খাই গুচি যায় সেইফালে। এইবোৰ বিষয়ে পুঙ্খানুপুঙ্খৰূপে খুঁটি-নাটি মাৰি জানিবলৈ বিশেষ বিধি ব্যৱস্থাৰ দৰকাৰ। 'গড়'ৰ গৰাকীৰ লোকে ৰাতি গছৰ ওপৰত বহি বহি চাৰিওফালে

নজৰ দি থাকে, হাতী কোন ফালৰ পৰা আহে আৰু কোন ফালে গুচি যায়। যদি ৰাতি হাতী অহা-যোৱা কৰা দেখা নাপায় তেতিয়াহ'লে গোটেই কথাটোকে পুনৰ তন্ন তন্নকৈ বুজি লোৱাৰ আৱশ্যক হয়। অৰ্থাৎ তেতিয়া 'গড়'ৰ গৰাকীৰ মনলৈ বিভিন্ন ধৰণৰ প্ৰশ্ন আহে। যেনে— ধৰক মাটিৰ কিবা দোষ হৈছে নেকি? মাটিৰ লগত Mineral salt ৰ অভাৱ হৈছে নেকি? নাইবা হাতীৰ দলে অন্য কোনোবা পুঙলৈ মাটি খাবলৈ যায় নেকি? এই সকলোবোৰ প্ৰশ্নৰ উত্তৰ অনুমানৰ ওপৰত পোৱা নাযায়। বিভিন্ন তথ্যপাতি সংগ্ৰহ কৰিব লাগিব। ইয়াৰ পিছতহে 'গড়'ৰ মালিকে নিৰ্ভুলভাৱে ঠিক কৰিব পাৰে কোন পথেৰে হাতীয়ে মাটি খাই গুচি যায়। তেতিয়াহে সেই পথৰ ওপৰত 'গড়' সজাব পাৰিব। 'গড়' সজোৱা কামটো সোনকালে কৰি পেলোৱা দৰকাৰ। এই কামটো শেষ হোৱাৰ আগতেই হাতীৰ দল আহি পালেই বিপদ। তেতিয়া হাতীৰ বুজিবলৈ মুঠেই বাকী নাথাকিব যে মানুহ আহি সেই ঠাইত হাতী ধৰিবলৈ ফান্দ পাতি বহি আছে। তেতিয়া সহজতে হাতীয়ে সেই ফালে মুখ নকৰে। হয়তো তিনি-চাৰি মাহমান পিছত আকৌ জানিবলৈ আহিব পাৰে। সেইকাৰণেই অতি সোনকালে আমি গড়টো তৈয়াৰ কৰোঁ। কিন্তু সোনকালে কৰিলেও গড় মানে 'খাচা'টো অৰ্কিড-তৰ্কিড দি খুব সুন্দৰকৈ সজোৱা হয়। হাতীয়ে গমকে নাপায় সেইটো এটা 'খাচা' নে জংঘল। তাৰ পিছত আমি হাতীৰ আশাত বহি থাকোঁ। ৰাতি হাতী অহাৰ কথা। জোনৰ পোহৰ থাকিলে হাতী আমাৰ চকুত সোনকালে ধৰা পৰে। আন্ধাৰ ৰাতি কিন্তু সঠিককৈ ধৰিব নোৱাৰি। পিছে হাতীৰ দলে এটা বিৰাট জন্তুৱে চুপি চুপি একেবাৰে সাৰ-সুৰ নোহোৱাকৈ আহিব নোৱাৰে। ইয়াৰ বাহিৰেও হাতী অহা ৰাস্তাত আমি কিছুমান কেঁচা বাহ কাটি পেলাই থওঁ। তাৰ ওপৰত হাতীৰ ভৰি পৰিলেই মৰ্ মৰ্কৈ শব্দ হয়। তেতিয়া আমি বুজি পাওঁ যে হাতীৰ দল আহিছে আৰু গড়ৰৰ ভিতৰত সোমাইছে। লগে লগে ৰছীডাল আমি কাটি দিওঁ। ৰছীডাল বেত বা ওদালৰে বন্ধা থাকে। এডাল গছো ৰছীৰ লগত টানকৈ বান্ধি ৰখা হয় যাৰ ফলত ৰছীডাল কাটি দিয়াৰ লগে লগে গছডালে খাচাৰ দৰ্জাখনক টানি নি একেবাৰে খাপে খাপে খোৱাকৈ পেলাই দিয়ে। বেছ ইয়াৰ পাছত আৰু কি লাগে?

ওদাল কথাটো আপোনালোকৰ এই ফালৰ মানুহবোৰেও কৈ থাকে। ওচৰতেই এখন গাঁও আছে যাৰ নাম— 'ওদ্‌লাবড়ি'। আমাৰ অসমত হ'লে এই গাঁৱৰ নাম হ'ব 'ওদালগুৰি'— কিমাননো পাৰ্থক্য। সেয়া যাওক এইবোৰ কামৰ বাবে ওদালেই আমি পছন্দ কৰোঁ। কিয়নো ওদালৰ গাত মানুহৰ গোন্ধ লাগি নাথাকে। ওদাল বনৰীয়া বস্তু। ওদাল নাপালে আমি অৱশ্যে পাটৰ ৰছী তৈয়াৰ কৰি লওঁ। কিন্তু পাটৰ গছ পচাই তাৰ পৰা ছাল এৰুৱাই পাট তৈয়াৰ কৰিব লাগে। পাটৰ লগত মানুহৰ গাৰ গোন্ধ মিলি একেবাৰে একাকাৰ হৈ যায়। সেইকাৰণেই সেই পাট আমি মাটিত ভালকৈ ঘহি লওঁ। সেইটো নকৰিলে হাতীয়ে পাটৰ গোন্ধৰ পৰা বুজি পায় যে ইয়াত মানুহৰ হাত লাগিছে। কথাটো শুনি আপুনি নিশ্চয় অবাক হৈছে! চাওক হাতীৰ দৃষ্টিশক্তি খুবেই কম। সম্পূৰ্ণ দৃষ্টিশক্তি থাকিলেও বন-জংঘলৰ মাজত হাতীয়েই বা কেইটা মানুহ দেখিবলৈ পায়। কিন্তু হাতীৰ বিশাল শৰীৰটো বহু দূৰৈৰ পৰা মানুহৰ চকুত পৰে। ফলত মানুহৰ অভাৱনীয় আক্ৰমণৰ পৰা নিজকে ৰক্ষা কৰিবলৈ

বেচেৰাই হয়তো সময় নাপায়। সেইকাৰণেই ভগবানে হাতীক দিছে অস্বাভাৱিক ধৰণৰ ঘ্ৰাণশক্তি। সেই শক্তিৰ বলতেই সি বহু দূৰৈৰ পৰাই আগে-ভাগে মানুহ অহা-যোৱা বা মানুহৰ হাতত থকা যিকোনো বস্তুৰ খবৰ পায়। তেতিয়া সি অকণো ভুল নকৰাকৈ বুজি পায় যে কোনফালে কিমান দূৰৈত তাৰ শত্ৰু বহি আছে। তেতিয়া হাতী আৰু সেইফালে মুঠেই আগ নাবাঢ়ে। কিন্তু এই প্ৰসঙ্গত বেছ কেইটামান প্ৰশ্ন আহি পৰে। যেনে— হাতীবোৰে নিজৰ ভিতৰত কেনেকৈ খবৰ সৰবৰাহ কৰে। ধৰক, দলটোত এটা হাতীয়ে গন্ধ পালে যে তাৰ গাৰ কাষতে এটা হাতী ধৰা খাচা আছে কিন্তু দলৰ অন্যবোৰ হাতীয়ে সেই খবৰ পায় কেনেকৈ? আপুনি জানে যে হাতীয়ে দল বান্ধি ঘূৰি ফুৰে। কিন্তু দলৰ লেগামডাল থাকে দলৰ ভিতৰৰ সকলোতকৈ বয়সীয়াল মাইকী হাতীৰ হাতত। তাই যদি কেনেবাকৈ জানে বা বুজি পায় যে সন্মুখত হাতী ধৰা গড় আছে তেতিয়া হ'লে দলনেত্ৰী মাইকী হাতীজনীয়ে সেইফালে আগবাঢ়ি নাযায় বেলেগ ৰাস্তাৰে যাবলৈ ধৰে। লগৰবোৰেও মাইকী হাতীজনীৰ পিছে পিছে যাবলৈ ধৰে। ধৰক, দলৰ আন হাতীয়েও এই বিপদৰ কথা আগেয়ে গন্ধ পাইছে। তেতিয়া হ'লেও দলনেত্ৰীয়ে সেই খবৰ ঠিক মতেই পাব। কিন্তু কেনেকৈ পায়? বনৰীয়া জন্তুবোৰে বিচিত্ৰ ধৰণে 'আৱাজ' দি সিহঁতৰ ভাব ভাবনাৰ বিনিময় কৰি থাকে। ইহঁতৰ কিছুমান আৱাজৰ অৰ্থ মই নিজে বুজিব পাৰোঁ। হাতীৰ আৰু বাঘৰ সাত-আঠ ৰকমৰ বিভিন্ন ধৰণৰ আৱাজ আছে। সেইবোৰ বুজি নাপালে আমাৰ কাম নচলে। আমাৰ কথা কোৱাটোও কিছুমান শব্দৰ বাহিৰে অন্য একো নহয়। হাতীয়ে বিভিন্ন অৱস্থাত বিভিন্ন ধৰণে আৱাজ কৰে। খুচি মেজাজত থাকিলে হাতীয়ে এক ধৰণে আৱাজ কৰে আকৌ খঙত থাকিলে বেলেগ এক ধৰণে আৱাজ কৰে। চমকি উঠিলে হাতীৰ আৱাজ একেবাৰে সলনি হৈ যায়। Breeding ৰ সময়ৰ আৱাজৰ বেছ বৈশিষ্ট্য আছে। মাইকী হাতীক মতা হাতীয়ে এক বিশেষ ধৰণে আৱাজ কৰি মাতে। আকৌ যদি মাইকী হাতীয়ে মতা হাতীক মাতে সেই আৱাজৰ ধৰণো বেলেগ। এই সকলো বিচিত্ৰ ধৰণৰ আৱাজ আমি কাণত আৰু মনত ধৰি ৰাখোঁ। কিন্তু হাতীৰ মুখদেখি তাৰ মনৰ খবৰ পোৱা নাযায়। হাতীৰ মুখ ভাব-লেশহীন। পিছে তাৰ চকুৱে কথা কৈ থাকে। অৱশ্যে চকুৰ এই ভাব বুজিবলৈ হ'লে বেছ কিছুদিন হাতীৰ লগত উঠা-বহা কৰা দৰকাৰ। এতিয়া নিশ্চয় বুজি পাইছে যে বিশেষ কোনো আৱাজৰ সহায়ত বা চকুৰ ইঙ্গিতত হাতীয়ে নিজৰ ভিতৰত বিপদৰ খা-খবৰ, অনা-নিয়া কৰিব পাৰে।

শেষত 'মেলা চিকাৰ'ৰ কথা কৈছোঁ। অসমত এই প্ৰথা সকলোবোৰতকৈ বেছি প্ৰচলিত। মেলা কথাটোৱেই অসমীয়া কথা। কিন্তু বঙালী ভাষাৰ 'মেলা'ৰ লগত অসমীয়া 'মেলা' শব্দৰ তেনেকুৱা কোনো পাৰ্থক্য নাই। বঙালীত আমি বাৰু নকওঁনে— 'খোলা-মেলা'। মেলা চিকাৰৰ মেলা বুলি কওঁতে এই খোলা-মেলা কথাকেই বুজায়। এতিয়া শুনক এই মেলা চিকাৰৰ কথা। এই চিকাৰৰ বাবে দৰকাৰ হয় কুন্‌কী হাতী, মাউত, ফান্দী আৰু ফান্দ ফাড়া। বঙ্গদেশত কুন্‌কী বোলোতে কেৱল মাইকী হাতীকে বুজায়। আমি কিন্তু কুন্‌কী বুলি কওঁতে বুজি পাওঁ যে যি হাতী বনৰীয়া হাতী ধৰাৰ কামত খুব অভিজ্ঞ, সেই হাতী মাইকী হ'ব পাৰে, মতা হ'ব পাৰে, দঁতালো হ'ব পাৰে। ফান্দ হ'ল হাতী ধৰাৰ 'ফাঁচ'। হাতী ধৰাৰ

সময়ত কুন্‌কী হাতীৰ বুকুত যি মোটা পাটৰ ৰছীৰ পেটি বন্ধা হয় সেইডালক কোৱা হয় 'ফাড়া'। ফাড়াৰ লগত ফান্দখন সাঙুৰি লৈ মজবুত কৰি বন্ধা হয়। কুন্‌কী হাতীৰ ওপৰত বহি যিজন মানুহে ফান্দ পেলাই হাতী ধৰে তেওঁকেই আমি ফান্দী বুলি কওঁ। এই ফান্দীয়েই হৈছে 'মেলা চিকাৰ' নাটকৰ সাহসী নায়কজন। সকলো ফান্দীয়েই পৰিপক্ক মাউত। কিন্তু সকলো মাউতেই ফান্দী হ'ব নোৱাৰে। ফান্দীৰ সম্মান মাউতকৈ বহু বেছি কিয়নো ফান্দীৰ কামত যথেষ্ট গুণ আৰু যোগ্যতাৰ দৰকাৰ। সেই যোগ্যতাৰ বিচাৰ কৰাৰ ভাৰ হ'ল খুব অভিজ্ঞ, পৰিপক্ক ফান্দীসকলৰ। যেয়ে ফান্দীগিৰি কৰিব বিচাৰে সিয়েই অভিজ্ঞ ফান্দীৰ ওচৰত পৰীক্ষা দিব লাগে। অভিজ্ঞ ফান্দীয়ে যদি সকলো ফালৰ পৰাই উপযুক্ত বুলি ভাবে তেতিয়াহে ফান্দীৰ কাম কৰিবলৈ অনুমোদন দিয়ে। যদি দেখে যে প্ৰাৰ্থীজন হাতীৰ সকলো কামত চালাক, খুব চতুৰ আৰু পাৰদৰ্শী নহয় তেতিয়াহ'লে সেইবাৰৰ বাবে তাৰ ফান্দীৰ প্ৰাৰ্থিত্ব নাকচ কৰে। সেয়েহে ফান্দীৰ কাম শিকিবলৈ হ'লে বহুতো কষ্ট আৰু অভ্যাস কৰি হাতীৰ সকলোবোৰ কথাকেই শিকিবলগীয়া হয়। সকলোৱে জানে যে পাকৈত আৰু অভিজ্ঞ ফান্দীয়ে যাকে তাকে ফান্দী বুলি মানি নলয়। ফান্দী বচাৰ বিষয়ত খুঁটি-নাটি আৰু অনেক কথা ক'বলৈ বাকী আছে। সুবিধা মতে সকলো কথা পিছত ক'ম। ইয়াতে কেৱল এটা কথাকেই কৈ থওঁ যে মেলা চিকাৰৰ ফান্দী আমাৰ সকলোৰে ওচৰত বিশেষ সম্মানৰ দাবীদাৰ। হাতীৰ গৰাকীসকলেও ফান্দীক নিয়ম অনুসৰি মানি চলে। ফান্দীক হাতী আৰু তাৰ খৰচ-ভৰচৰ কথা বুজাই দি মালিকে দায়িত্বৰ পৰা খালাচ হয়। ফান্দীৰ ওপৰত খবৰদাৰী কৰাৰ কোনো এক্তিয়াৰেই তেওঁলোকৰ নাই। চৈধ্য দিনৰ পিছে পিছে আহি ফান্দীয়ে মালিকক কিমানটা হাতী ধৰিব পাৰিছে তাৰ খবৰ দিয়ে। যদি পৰা নাই তাৰো খবৰ দিয়ে আৰু খৰচ-পাতি কিমান হৈছে সেইটোও বুজাই দিয়ে। ইয়াৰ পিছত মালিকে যদি ইটো-সিটো দেখুৱাই অসন্তুষ্ট হয় তেতিয়াহ'লে ফান্দীয়ে চাফ-চাফকৈ কৈ দিয়ে তোমাৰ কাম আৰু মই নকৰোঁ ইয়াতেই এৰিলোঁ। সেইকাৰণেই মালিকে ফান্দীক আঁতৰাবলৈ নিবিচাৰে। মালিকসকলে ভালকৈ জানে যে পইচা থাকিলে হাতীৰ মালিক হোৱা যায়, কিন্তু পইচা দিলেও অভিজ্ঞ ফান্দী পোৱা নাযায়। এইবাৰ মেলা চিকাৰৰ কথালৈ উভতি আহোঁ।

আমি শুভদিন চাই চিকাৰ যাত্ৰাৰ আগতে পূজা-পাতল কৰি লওঁ। তাৰ পিছত মাউত, ফান্দী, ফান্দফাড়া আৰু কুন্‌কী হাতী লৈ চিকাৰলৈ ওলাই যাওঁ। হাতী নমাৰ খবৰ অৱশ্যে আগে ভাগেই যোগাৰ কৰোঁ। সেই খবৰৰ ওপৰত নিৰ্ভৰ কৰিয়েই প্ৰথমতে আমাৰ সুবিধা মতে এডোখৰ ঠাই বাছি লওঁ। তাৰ পিছত দল-বল লৈ সেই ঠাইতে আস্তানা পাতোঁ। এইটোৱেই হ'ব আমাৰ Main Camp বা Depot; দেশীয় ভাষাত আমি কওঁ 'ঘাই ধূৰা'। ইয়াতো আমি আকৌ নানা ৰকমৰ পূজা-অৰ্চনা কৰোঁ। সেই কথা বাৰু পিছত ক'ম। তাত কিন্তু আমি একেবাৰে চুপ-চাপকৈ বহি নাথাকোঁ। মানুহ লগ পালেই বুদ্ধি কৰি তেওঁলোকৰ পৰা সেই জংঘলৰ চাৰিওফালে হাতী চলা-ফুৰা কৰাৰ কথা গোটাবলৈ চেষ্টা কৰোঁ। চাৰিওফালে বোলোতে অৱশ্যে আমি বিশ-ত্ৰিশ মাইল দূৰৈৰ জংঘলৰ কথাকে ধৰোঁ। নিজেও হাটে-বজাৰে ঘূৰা-ফুৰা কৰোঁ, ৰাস্তা-ঘাটত মানুহৰ

লগত কথা-বতৰা পাতোঁ— কিজানিবা কিবা খবৰ পাওঁ। খবৰ কিন্তু এদিন নিশ্চয় পাবেঁই। আমি তেতিয়া সেইফালে কেইদিনমানৰ খোৱাৰ সামগ্ৰী আৰু চাৰি পাঁচটা কুন্‌কী হাতী লগত লৈ জংঘলৰ ভিতৰত সোমাই পৰোঁ। টম্বু বা তাৰ্‌প'লিন বুলি একো বস্তুৱেই আমাৰ লগত নাথাকে। এইবোৰ বস্তুৰ অজানা-অচিনা গোন্ধ হাতীৰ নাকত লাগিব পাৰে। তেতিয়াহ'লে চাৰিওফালে সেই গোন্ধ সহজতে বিয়পি যাব। জংঘলৰ মাজত আমি ক'ত থাকোঁ জানে? ধৰাত— এডাল পাত থকা বৰগছৰ তলত। তাত আমি সাধু-সন্ন্যাসীৰ দৰে ধুনি জ্বলায় দিনৰ পিছত দিন বহি থাকোঁ। ধুনি কিন্তু আমি কোনো চখৰ কাৰণে নজ্বলাওঁ। গছৰ তলত বাস কৰিবলৈ হ'লে ধুনি নজ্বলালে কেনেকৈ চলিব বাৰু? জুই দেখিলে বন্য প্ৰাণী ওচৰত ঘূৰি ফুৰিবলৈ ভয় কৰে। ধুনি জ্বলোৱা কাৰণে আমি শীত আৰু মহৰ কামোৰৰ পৰা ৰেহাই পাওঁ। আকৌ এই ধুনিৰ জুইতে আমি বাঁহৰ চুঙাত কোনো মতে ৰন্ধা-বঢ়া কৰোঁ। বাচন-বৰ্তন বুলিবলৈ আমাৰ লগত একোৱেই নাৰাখোঁ। চাউল, দাইল লৈ যাওঁ মোনাৰ ভিতৰত পেকেট কৰি আৰু নিমখ থাকে বাহৰ চুঙাত কোনো মতে ৰন্ধা-বঢ়াৰ কাম কৰোঁ। টিন বা এলুমিনিয়ামৰ বস্তুলৈ গ'লে ইটোৰে-সিটোৰে লাগি শব্দ হ'ব পাৰে। সেই শব্দৰ কম্পনে বনৰ নিস্তব্ধতা ভঙ্গ কৰি অনেক দূৰলৈ বিয়পি গৈ বনৰীয়া হাতীক বিৰক্ত কৰিব পাৰে। ৰন্ধা-বঢ়াৰ সময়ত আমি দালিতো সম্ভাৰ নিদিওঁ, গোন্ধ পালেই হাতীয়ে বুজিব পাৰিব যে মানুহ ওচৰতেই আছে। গতিকে বুজিব পাৰিছে যে হাতীয়ে সেই ঠাই এৰি গুচি যাব। আকৌ জংঘলী হাতীৰ মনত সন্দেহ জগাৰ ভয়ত আমি কুন্‌কী হাতীবোৰক তেল ঘঁহি নিদিওঁ, স্নান নকৰাও বা সজোৱাও নহয়। আমি নিজেও গোন্ধ তেল আদি ব্যৱহাৰ নকৰোঁ। আনকি কাপোৰবোৰতো ভালকৈ মাটি ঘঁহি লওঁ। বহুদিনলৈ এখন কাপোৰেৰে দিন কটোৱা হয়। পাটৰ সূতাৰে বোৱা কাপোৰ পিন্ধাতো একেবাৰে মানা। ইয়াৰ উদ্দেশ্য হৈছে যে হাতীয়ে যেন কোনো নতুন বস্তুৰ গোন্ধ নাপায়। কাৰণ গোন্ধ পালেই বুজিব পাৰিব যে শত্ৰু বেছি দূৰত নাই। ধৰাত থকা সময়ত ৰাজকুমাৰ আৰু তাৰ ফান্দীৰ মাজত কোনো ভেদাভেদ নাথাকে। আমীৰ আৰু ফকিৰ দুয়োয়েই একেই ধৰণে থাকে, একে খানা খায় আৰু একে ৰকমৰ কাপোৰ-কানি পিন্ধে। সেয়া যাওক, হাতীৰ সাহানৰ (দলৰ) খবৰ কাণলৈ আহিলে ধৰাত আনন্দৰ জোৱাৰ উঠে। সকলো ফান্দীয়েই আশা কৰে এইবাৰ তাৰেই হাতী ধৰাৰ পাল পৰিব। ফান্দীসকলক চলাবলৈ এজন হেড্‌ফান্দী বা বৰফান্দী থাকে। তেৱেঁই হ'ল ফান্দীৰ দলপতি। এই বৰ ফান্দীয়েই ঠিক কৰি দিয়ে কোন ফান্দী কেতিয়া হাতী ধৰিবলৈ যাব। সাধাৰণতে নতুন ফান্দীয়েই সকলোৰে আগত এই সুযোগ পায়। এয়া সিহঁতৰ বাবে হাতে-কামে কৰা পৰীক্ষা। হাতী ধৰাৰ দায়িত্ব পোৱাৰ পিছতেই ফান্দীয়েই সেই সময়ত দল নেতাৰ আসনত বহি যায়। সি যি ক'ব সেয়া সকলোৱেই শুনিব লাগিব। সি যি ফালে যাবলৈ ক'ব, যি কৰিবলৈ ক'ব মাউতে তাকেই শুনিব লাগিব। ফান্দীৰ হুকুম আনকি হাতীৰ মালিক, ফান্দীৰ মনিবেও কড়াই-গণ্ডাই পালন কৰিব লাগিব। বুজিব পাৰিছে যে এই কামত বহুতো দায়িত্ব আছে। ফান্দীৰ লৈতে যদি হাত মিলাই সকলোৱেই এক গোট হৈ কাম নকৰে তেতিয়াহ'লে যিকোনো সময়তে

সৰ্বনাশ ঘটিব পাৰে। ধৰক ফান্দী, মাউত, মালিক, মনিব সকলোৱে মিলি যদি হুকুম দি থাকে তেতিয়াহ'লে সকলোৱেই বিপদত পৰিব আৰু হাতী কোনো কালেই ধৰা নহ'ব। সেইকাৰণেই প্ৰথাগতভাৱে ফান্দীৰ একনায়কত্ববাদ বহু কালৰ পৰাই চলি আহিছে। এতিয়া হাতী ধৰাৰ কথালৈ উভতি যাওঁ। আপুনি জানে যে হাতী দলপাতি ঘূৰি ফুৰে। জংঘলৰ ভিতৰলৈ সোমাই গৈ হাতীৰ দল দেখা পালে ফান্দীয়ে ঠিক কৰিব লাগিব কোনটো হাতী সি ধৰিব। দলৰ গুণ্ডাৰ (দলপতিৰ) গাত হাত নিদিয়াই ভাল। মই নিজে মন কৰোঁ যে কুন্‌কী হাতীতকৈ অন্ততঃ এক ফুট চাপৰ হাতী ধৰাৰ চেষ্টা কৰাতোৱেই যুক্তিসঙ্গত। বনৰীয়া হাতী যদি কুন্‌কী হাতীৰ সমান ওখ হয় তেতিয়াহ'লে তাক সৈমান কৰিবলৈ দুটাকৈ কুন্‌কী হাতীৰ দৰকাৰ হ'ব। কিয়নো দুটা সমান জোখৰ হাতীৰ ভিতৰত জংঘলী হাতীটোৰ বল-শক্তি বেছি হোৱাটো স্বাভাৱিক। ইয়াৰ বাহিৰেও ব্যৱসায়ৰ দিশটোও চাব লাগিব। এটা বনৰীয়া হাতী ধৰিবলৈ যদি দুটা কুন্‌কী হাতী লাগে তেতিয়াহ'লে ব্যৱসায় নিলামত যাব। যদি দুটা কুন্‌কীৰ সাহায্যত দুটা সৰু সৰু বনৰীয়া হাতী ধৰিব পাৰিলে, বেছ কিছু লাভ হোৱাৰ আশা থাকে। ব্যৱসায়ৰ কথা উঠিলে যেতিয়া আৰু দুই-এটা কথা কৈ থওঁ। এতিয়াৰ বজাৰত সকলোতকৈ বেছি চাহিদা হ'ল চাৰিৰ পৰা চাৰে ছয় ফুট ওখ হাতীৰ। বিহাৰীসকলেই এই দেশৰ হাতীৰ সকলোতকৈ ডাঙৰ খৰিদ্দাৰ। কিয় বা বিহাৰীসকলে হাতী হাতী কৰি ইমান কথা কয় মই আগেয়ে সমূলি বুজিব পৰা নাছিলোঁ। আমি থাকোঁ অৰণ্যৰে ভৰা দেশত। সেই অৰণ্যই হৈছে হাতীৰ বাসস্থান। গতিকে হাতী চিকাৰ কৰিবলৈ হাতীৰ দৰকাৰ হয়। কিন্তু বিহাৰীসকলৰ বেলিকা এই কথা সমূলি প্ৰযোজ্য নহয়। সিহঁতৰ লগত কথা পাতি বুজিব পাৰিছোঁ যে হাতী সিহঁতৰ সামাজিক মৰ্যাদাৰ প্ৰতীক। সিহঁতৰ পৰিষ্কাৰ কথা— হাতী কোনো কামত লগাওক বা নলগাওক— কিন্তু 'ইজ্জতকা চাওয়াল হ্যায়' অৰ্থাৎ সিহঁতৰ দুৱাৰ মুখত হাতী বন্ধা থাকিলে সমাজত প্ৰভাৱ আৰু প্ৰতিপত্তি বেছি বাঢ়ি যায়। বিদেশৰ বজাৰত সকলোতকৈ বেছি দামত বিক্ৰী হয় 'সাৰিণ' (কুমাৰী হাতী, যাৰ পোৱালি হোৱা নাই)। অৱশ্যে বিদেশলৈ যিমান হাতী চালান দিয়া হয় তাৰ সকলোবোৰেই মাইকী হাতী। 'মস্তি' হ'লে মতা হাতী ভয়ঙ্কৰ হৈ উঠে, সেইকাৰণেই বিদেশীসকলে মতা হাতী কিনি মিছাকৈয়ে জঞ্জালত পৰিব নিবিচাৰে। ব্যৱসায়ৰ কথা ইয়াতেই শেষ কৰি আকৌ চিকাৰৰ কথা আৰম্ভ কৰোঁ। টকা-পইচাৰ হিচাব কৰাৰ বাহিৰে আৰু কিছু ভাবিবলগীয়া কথা আছে। আমি সকলোৱে জানো যে হাতীৰ দলৰ সকলোতকৈ সৰু পোৱালি হাতীটোৰ প্ৰতি মা হাতীৰ টান থাকে। সেই কাৰণেই কোলাৰ কেঁচুৱাটোক ধৰিলেই বিপদ। ধৰা পৰিলে পোৱালিটোৱে চিঞৰি উঠিবই। লগে লগে তাৰ মাকে ৰণচণ্ডী মূৰ্তি ধৰি দল-বল লৈ আক্ৰমণ কৰিবলৈ সাজু হ'বই। আমি তেতিয়া ফান্দী-ফিকিৰৰ বাহা একেবাৰে খালী কৰি পেলাওঁ। কিন্তু যেতিয়া দেখোঁ যে আৰু ৰক্ষা পোৱা নাযাব, তেতিয়া কি কৰোঁ জানেনে? নাই— নাই যি ভাবিছো— সেয়া নহ'ব মুঠেই, ইষ্ট মন্ত্ৰ জপ নকৰোঁ। সময়ে বা ক'ত? বৰং স্মৰণ কৰোঁ সেই বাক্য— খুড়া নিজৰ প্ৰাণ বচাওক। অৰ্থাৎ হাতী ধৰাৰ ইচ্ছা খোঁৱা চাঙত তুলি থৈ পৈতৃক প্ৰাণটো বচাবলৈহে সুৰুঙা চাই থাকোঁ। সেই সুৰুঙা

বিচাৰোঁতে আমি খুব এটা ভুল নকৰোঁ। ফান্দৰ লগত বান্ধি থোৱা কুন্‌কীৰ পিঠিৰ ৰছীডাল কাটি দিলেই লেঠা খতম হয়। এৰা পৰাৰ লগে লগে পোৱালিটোৱে একে দৌৰে গৈ মাকৰ ওচৰত হাজিৰ হয়। আমি হাৰি গৈ নিজৰ প্ৰাণ বচাওঁ আৰু লগে লগে মা হাতীৰ দেহাটোও শাঁত পৰি যায়। এতিয়া বুজিব পাৰিছে যে কিয় আমি কোলাৰ কেঁচুৱাৰ ফালে হাত আগ নবঢ়াওঁ। ইমান বাধা-বিঘিনি পোৱা সত্বেও কোনটো হাতী ধৰিব ফান্দীয়েই ঠিক কৰি দিয়ে। তাৰ পিছত ফান্দীযে যি কৰে সেয়া আপোনালোকে চহৰত বহি থাকি ভাবিব নোৱাৰিব। কথা নকৈ কেৱল কুন্‌কী হাতীক ইঙ্গিতত চলাই লৈ গৈ পোনে পোনে হাতীৰ দলৰ মাজত সোমাই পৰে। কেৱল সেয়েই নহয় ফান্দীয়েই কুন্‌কীক লৈ গৈ বাছি থোৱা হাতীটোৰ ওচৰত থিয় হয় গৈ। বুজক কি ধৰণৰ বেপৰোৱা কাৰবাৰ। হাতীৰ দলে যদি কেনেবাকৈ এবাৰ বুজিব পাৰে বা কিবা অচিনা বা অজানা বস্তুৰ গোন্ধ পায় তেতিয়াহ'লে সৰ্বনাশৰ শেষ নাথাকিব। কিন্তু বনৰীয়া হাতীটোৱে একো বুজিব নোৱাৰে কেৱল ভুলেই বুজে। ওখ কুন্‌কী হাতীৰ পিঠিত বহা ফান্দী বা মাউত তাৰ নজৰত নপৰে। কিন্তু যিটো তাৰ নজৰত পৰিব সেইটো হ'ল এটা ডাঙৰ কুন্‌কী হাতী। গতিকে বেচেৰা জংঘলী হাতীটোৱে ভাবে যে সি দলৰ মাজতেই আছে কিন্তু অজানা-অচিনা গোন্ধ পাব ক'ৰ পৰা? আগতেই কৈছোঁ যে কুন্‌কী হাতীবিলাকক কিছুদিনৰ পৰাই তেল ঘঁহা নহয় আৰু সজোৱা নহয়। মাউত আৰু ফান্দীয়ে পিন্ধি থাকে কৌপিন। ইয়াৰ বাহিৰেও সিহঁতে নিজৰ গাত ভালকৈ হাতীৰ লদা সানি লয়। গতিকে জংঘলী হাতীয়ে চকুৰে যি দেখে আৰু নাকেৰে যি গোন্ধ পায় সকলোবোৰেই চা-চিনাকি। ইয়াৰ পিছত ফান্দীয়ে কি কৰে জানে? ফান্দখন একেবাৰে মালাৰ দৰে কৰি বাছি থোৱা বাচাধনৰ গলত ওলোমাই দিয়ে। আৰম্ভণিতেই সেই হাতীৰ গলৰ ওচৰ কেনেকৈ পায়গৈ? হাতীয়ে গলটোক লুকুৱাই লৈ শুঁৰডাল ওলোমাই থাকে। সেইবাবে ফান্দৰ ওপৰৰ ফালটো থাকে হাতীৰ গলধনত আৰু তলৰ ফালটো শুঁৰৰ ওপৰত। আনফালে হাতীয়ে আকৌ শুঁৰৰ ওপৰতেই বিশেষ ভৰসা ৰাখে। শুঁৰডালক বচাই ৰখাৰ কথা হাতীয়ে কেতিয়াও পাহৰি নাযায়। তদুপৰি হাতীৰ শুঁৰডাল Sensitive। হাতীৰ শুঁৰৰ ওপৰত কিবা এটা পৰিলে হাতীয়ে চুপ কৰি থাকিব নোৱাৰে। তেতিয়া হাতীয়ে কিবা এটা কৰিবই। সি কেতিয়া কি কৰে সেয়া একেবাৰে আহম্মিকাৰ চূড়ান্ত। সি সেই সময়ত শুঁৰডাল ভিতৰৰ ফালে কোঁচাই লৈ যায় ফলস্বৰূপে ফান্দখন গলধনত একেবাৰে খাপ খাই পৰি যায়। হাতীৰ শুঁৰত কিবা এটা পৰিলে বা লাগিলে হাতীয়ে শুঁৰডাল কোঁচাই নিবই নিব। এই অভ্যাস যদি হাতীৰ নাথাকিলহেঁতেন তেতিয়াহ'লে ফান্দখন তাৰ গলত কেতিয়াও লগাব নোৱাৰিলেহেঁতেন। যাওক বাৰু সেই কথা। এতিয়া ভাবি চাওক গলত ফান্দখন লগাৰ পিছত হাতীটোৱে কি কৰিব পাৰে? টনা-টনি আৰম্ভ কৰি দিব। নহয় সকলো সময়তে নকৰে। প্ৰথমতে সি একোকে বুজিব নোৱাৰি ধক্‌মক্ কৰি উঠে। সি কুন্‌কী হাতীটো দেখি ধৰি লয় যে সি নিজৰ দলৰ মাজতেই আছে। এই ভাবটো কাটি যাবলৈ তাৰ বেছি সময় নালাগে। সোনকালেই সি বুজি পায় যে সি আবদ্ধ হৈছে। তেতিয়া সি জোৰ কৰিবলৈ আৰম্ভ কৰে। কিন্তু জোৰ কৰিব পাৰিব কেনেকৈ?

কুন্‌কী হাতীটো যে তাতকৈ ওখ-ডাঙৰ। তথাপি ফান্দীয়ে খেয়াল ৰাখিব লাগে যাতে ফান্দখনে হাতীৰ গলত বেছিকৈ চেপা মাৰি নধৰে। জোৰে চেপি ধৰিলে ঘা লাগিব পাৰে। ঘা লাগিলেই বিপদ। ইয়াৰ পিছতেই মাছৰ লগত খেলা কৰাৰ নিচিনা কথা হয়। মাজে মাজে ফান্দীয়ে কিছু সময়ৰ বাবে ৰছীডাল এৰি দিয়ে আৰু সময় বুজি কোঁচাই আনে। এইদৰে কৰোঁতে জংঘলী হাতীটো যেতিয়া কাবু হৈ পৰে তেতিয়া ফান্দীৰ দলে অন্য হাতীবোৰ খেদাৰ ব্যৱস্থা কৰে। অৱশ্যে গাৰ বলেৰে নহয় বুদ্ধিৰেহে। ফান্দীৰ সাঙ্গো-পাঙ্গসকলে তেতিয়া ফট্‌কা ফুটায় আৰু খুব হাল্লা কৰি দিয়ে, তেতিয়া দলৰ অন্য হাতীবোৰ পলাই-পটং দিয়ে। ইমান সহজতে দলে দলে হাতী ভয় খাই পলাই যায় শুনিলে অবাক হ'ব লাগে। আচল কথা কি জানে? সকলো জংঘলী জন্তুৱে অজানা আৰু অচিনাৰ বাবে মানুহক ভয় কৰে। এক অজানা আৰু অচিনা ভয় মানুহৰ গলৰ আৱাজ আৰু ফট্‌কাৰ আৱাজ জংঘলী হাতীয়ে কেতিয়াও শুনা নাই। সেইবাবেই সেই আৱাজ শুনি ভয় খায় যায়। ভাবে— কি বিকট আৱাজৰে বাবা! লগে লগে অজানা বিপদৰ ভয় পায়। এইবোৰ কাৰণতেই সিহঁতে সেই ঠাই এৰি দৌৰি পলাই যায়। জংঘলী হাতীৰ দল গুচি গ'লেই দুৰ্গ ভাঙি পৰে। ফান্দীয়ে তেতিয়া সগৌৰৱে ক্লান্ত হতভগা হাতীটোক টানি টানি আন পথেৰে (যি পথেৰে জংঘলী হাতীৰ দলটো দৌৰি পলায় যায়, সেই পথেৰে নহয়) ধুৰালৈ লৈ আহে।

সকলো সময়তে কিন্তু ইমান সহজতে দুৰ্গ ভাঙি নপৰে। গলত ফান্দ লগাৰ পিছতো কেতিয়াবা কেতিয়াবা জংঘলী হাতীটোৱে ইমান জোৰ কৰে যে কুন্‌কী হাতীটো কাহিল হৈ পৰে। তেতিয়া ফান্দীয়ে বুদ্ধি কৰি ফান্দৰ ৰছীডাল বেচ ডাঙৰ গছ এডালৰ চাৰিওফালে মেৰিয়াই বান্ধি লয়। এই বুদ্ধিটো কিন্তু খুব ভাল নহয়। গছত ঘেৰি বান্ধি দিয়াৰ পিছত দৰকাৰৰ সময়ত ৰচিডাল এৰি দিব পৰা নাযাব। হাতীয়ে কোন ফালে টনা-টনি কৰে তাৰ ঠিকনা নাই। গতিকে কেতিয়াবা বেয়া ধৰণৰ টনাটনিৰ ফলত ৰছী ডালত টান পৰিলে হাতীৰ গলত ফাঁচ লাগি যাব পাৰে। তেতিয়া হাতীৰ জখম হ'বই। হাতীৰ জখম হ'লে মালিক আৰু ফান্দীয়ে জৰিমনা ভৰিব লগা হ'ব পাৰে। বন বিভাগৰ লাইচেন্সৰ বলতেই আমি হাতী ধৰি থাকোঁ। লাইচেন্সৰ চৰ্তই হ'ল হাতীৰ প্ৰতি কোনো ধৰণৰ নিৰ্মম ব্যৱহাৰ কৰিব নালাগিব। এই চৰ্তৰ ভয়তেই আমি চামৰাৰ ফান্দ ব্যৱহাৰ নকৰোঁ। যদি চামৰাৰ ঘঁহনি খায় হাতীৰ গলধনত ঘা হয় তেতিয়াহ'লে একে ধৰণৰেই বিপদ। মিলৰয় চাহাবে (Milroy) এই বিষয়টো অনেক ধৰণে পৰীক্ষা-নিৰীক্ষা কৰি চাইছিল। শেষত তেওঁ বুজিছিল যে পাটৰ ৰছীৰে তৈয়াৰী ফান্দ ফাড়াই সবাতোকৈ শ্ৰেষ্ঠ।

আৰু এটা কথা। অনেকৰ ধাৰণা যে ফান্দীয়ে দূৰৈৰ পৰাই ফান্দ দলিমাৰি দি হাতীৰ গলত বা ভৰিত লগাই দিয়ে। এটা সৰু হাতী ধৰিবলৈ যি ফান্দৰ প্ৰয়োজন তাৰ ওজন কিমান জানেনে? প্ৰায় বাৰৰ পৰা চৈধ্য কেজি। এতিয়া আপুনি বুজি চাওক এই ধৰণৰ ওজন থকা ফান্দ এখন দলিমাৰি নিজৰ লক্ষ্যত লগোৱাটো জানো সম্ভৱ? হাতীবোৰতো কাগজেৰে তৈয়াৰী কৰা নহয় যে চুপচাপ থিয় হৈ থাকিব আৰু ফান্দখনো নিজে নিজে গৈ গলত লাগি যাব।

মেলা চিকাৰৰ কথা শেষ কৰাৰ আগে আগে কুন্‌কীৰ গুণাগুণৰ বিষয়ে দুই-চাৰিষাৰ কথা কওঁ। মধ্য বয়সীয়া অৰ্থাৎ কুৰিৰ পৰা পঁয়ত্ৰিশ বছৰৰ হাতীয়েই কুন্‌কীগিৰি কৰাৰ বাবে উপযুক্ত। মেলা চিকাৰৰ বাবে অনা কুন্‌কী হাতী সাহসী আৰু বেগী হোৱাতো অতি দৰকাৰী। পাকৈত ফান্দীৰ হাতত পৰিলে কুন্‌কী হাতী সহজতেই কামত বেছ পাৰদৰ্শী হৈ উঠে। সিহঁতৰ ভয় নোহোৱা হয়। এইটো ঠিক যে কুন্‌কী হাতীয়ে আৰম্ভণিতে কিছু ভয় কৰে। ভয়টো অকাৰণত নহয় কিয়নো হঠাৎ জংঘলী হাতীৰ দলে আক্ৰমণ কৰিব পাৰে। ওস্তাদ ফান্দীয়ে সিহঁতক সাহস যোগায়। কেৱল সেয়েই নহয় ফান্দীৰ কৌশল আৰু সতৰ্কতাৰ বাবে জংঘলী হাতীয়ে কুন্‌কী হাতীৰ ওপৰত অত্যাচাৰ কৰিবলৈ সুযোগেই নাপায়। তাৰ পিছত দুই-চাৰিটা জংঘলী হাতী ধৰিব পাৰিলেই কুন্‌কী হাতীয়ে এই চিকাৰৰ সকলো ভিতৰুৱা কথা বুজি পায়। তেতিয়া বনৰীয়া হাতীৰ সন্মুখা-সন্মুখী হ'লেও সাহস নেহেৰুৱায়। কিন্তু অভিজ্ঞতাহীন ফান্দীৰ হাতত পৰিলে কুন্‌কী হাতী পিছুৱাই আহিবলগীয়া হয়। 'বীৰ সিং' নামে আমাৰ এটা মখনা কুন্‌কী আছিল। তাক লগত লৈ আমি সাত-আঠটা বনৰীয়া হাতী ধৰিছিলোঁ। কিন্তু এবাৰ এজন অনভিজ্ঞ ফান্দীয়ে একেবাৰে গণ্ডগোল কৰি পেলালে। ফলস্বৰূপে তাক বেচেৰাক বনৰীয়া হাতীয়ে পাই খুব মাৰ সোধালে। তাৰ পিছত সি মেলা চিকাৰৰ বাবে একেবাৰে অকামিলা হৈ পৰিল। বনৰীয়া হাতীৰ গোন্ধ পালেই সি একেবাৰে তৰা-নৰা ছিঙি দৌৰিব লৈ ধৰে।

ইয়াত এটা প্ৰশ্ন উঠিব পাৰে। জংঘলী হাতীৰ গলত ফান্দ লগাবলৈ ফান্দী অতি ব্যস্ত হৈ থাকে। গতিকে কুন্‌কীৰ ভাল-বেয়াক লৈ মূৰ ঘমাবলৈ তাৰ সময় ক'ত? পিছে অভ্যাসত পৰিণত হ'লে অনেক বস্তুৱেই সদায় চাবলগীয়া নহয়। বহুতো অসুবিধা মূৰত লৈয়ো পাৰ্গত ফান্দীয়ে কিন্তু কুন্‌কীৰ কথা নাপাহৰে। কুন্‌কীক বচাবলৈ খুব যত্ন কৰে। ইয়াৰ বাহিৰেও সি অকলে এটা কুন্‌কী হাতী লৈ চিকাৰলৈ নাযায়। অতিকমেও তিনি-চাৰিটা কুন্‌কী হাতী একেলগে মেলা চিকাৰলৈ পঠোৱা হয়। ফান্দীৰ কুন্‌কীটোৱে যাতে মাৰ নাখায় তাৰ বাবে বাকী দুই-তিনিটা কুন্‌কীয়ে নজৰ দি থাকে। গতিকে বুজিব পাৰিছে যে ফান্দীৰ কুন্‌কীক সিহঁতে সাহায্য কৰি বৰং উপকাৰেই কৰিছে। কিন্তু ফান্দীয়ে যেতিয়া এটা বেছ ডাঙৰ হাতীৰ গলত ফান্দ লগাই তেতিয়াহে বিপদত পৰে। কাৰণ তাৰ কুন্‌কীয়ে কেনেকৈ অকলে এটা ডাঙৰ জংঘলী হাতীক আবদ্ধ কৰি ৰাখিব? তেতিয়া সেই ফান্দীটোৱে 'দোহাৰ' বুলি কৈ সাহায্য বিচাৰে। বিপদৰ কথা বুজি অন্য এজন ফান্দীয়ে তাৰ কুন্‌কীটোক আগুৱাই লৈ গৈ বনৰীয়াৰ গলত আৰু এখন ফান্দ লগাই দিয়ে। ইয়াকেই 'দোহাৰ' বুলি কয়। দোহাৰৰ পিছতো যদি বনৰীয়াক নিয়ন্ত্ৰণ কৰাটো কঠিন হয় তেতিয়া ফান্দীয়ে আকৌ 'তেহাৰ' বুলি মাত দিয়ে। তৃতীয় ফান্দীটোৱে তেতিয়া তাৰ কুন্‌কীক লৈ আগুৱাই আহে আৰু বনৰীয়াৰ গলত আৰু এখন ফান্দ লগাই দিয়ে— ইয়াৰেই নাম তেহাৰ।

মেলা চিকাৰত ফান্দীৰ যে কিমান দায়িত্ব সেয়া আৰু কি ক'ম? জংঘলী হাতীৰ গলত কোনো মতে ফান্দ লগাব পাৰিলেই ফান্দীৰ কাম একেবাৰে শেষ হৈ নাযায়। ফান্দীৰ ফান্দত পৰিলেও একোটা আসুৰিক শক্তিধৰ হাতীক নিয়ন্ত্ৰণ কৰাটো মুঠেই সহজ কথা নহয়। এখন কি তিনিখন ফান্দ গলত পৰিলেও সি সাংঘাতিক টনা-টনি কৰি জোৰ-জুলুম

কৰি থাকে। অনভিজ্ঞ ফান্দীয়ে যদি সেই সময়ত হাতীক দম ল'বলৈ সময় নিদি টনা-টনি কৰে তেতিয়াই বিপদ। প্ৰথমতে তাৰ গলত ফান্দ, তাৰ পিছত খুন্দাখুন্দিৰ ধাক্কা আৰু ফান্দীৰ অবিৰাম টনা-টনি। ফলত বেচেৰাৰ বুকুত দম থাকিব ক'ৰ পৰা? বেচেৰাৰ তেতিয়া উশাহ বন্ধ হৈ মৰি যায়। মাউতৰ ভাষাত ইয়াকে কয় 'দম বন্ধ' হোৱা। মই নিজেই দুই-তিনিটা বনৰীয়াক দম চুটি মৰা দেখিছোঁ। কিন্তু পাৰ্গত ফান্দীৰ সকলো ফালেই চকু থাকে। কুন্‌কীক বনৰীয়া হাতীৰ আক্ৰমণৰ পৰা বচাই ৰাখে। আকৌ বনৰীয়াকো অকাৰণত হায়ৰাণিত নেপেলায়। কুন্‌কীয়ে ফান্দীৰ ইঙ্গিতত ইফাল-সিফাল কৰি থাকে আৰু বনৰীয়াৰ গলত ফান্দ পৰিলে অক্ষত অৱস্থাত গৈ ধূৰাত হাজিৰ হয়। ফান্দীৰ আৰু এটা বিশেষ গুণ হ'ল হাতীৰ ৰাস্তা চিনি পোৱা। হাতীৰ ৰাস্তা যিয়ে চিনি নাপায় সি হাতীৰ খবৰ পায়েই বা কৰিব কি? জংঘলৰ ভিতৰত সোমাই কামত নহাঁকৈ ঘূৰা-ঘূৰি কৰি দিন কটায়, নহ'লে ভুল কৰি ডাঙৰ ডাঙৰ হাতীৰ দলৰ মাজত সোমাই বিপদহে মাতি আনে। অভিজ্ঞ ফান্দীয়ে কিন্তু বনৰীয়া হাতীৰ ভৰিৰ খোজৰ চিন দেখিলেই কৈ দিব পাৰে— সেই খোজ দন্তাল, মখনাৰ নে মাইকী হাতীৰ। তাৰ পিছত ফান্দীয়ে মূৰ ঠাণ্ডা কৰি ঠিক কৰি ল'ব পাৰে যে এই হাতীৰ পিছে পিছে ফান্দফাড়া লৈ ঘূৰা-ফিৰা কৰিলে কামত আহিব নে নাহিব।

মাউত আৰু ফান্দীৰ সম্পৰ্ক আৰু বুজাবুজিৰ কথা আগতেই কৈছোঁ। কুন্‌কীৰ সৈতে ফান্দীৰ বুজাবুজি থকা দৰকাৰ। ফান্দীসকলে এটা সময়ত মাউতগিৰি কৰিছে ঠিকেই, সেইবুলি বিশেষ কোনো এটা কুন্‌কীৰ চাল-চলন, তাৰ প্ৰকৃতি জনাৰ কথা নহয়। সেইটো জানিব কুন্‌কীৰ মাউতে। কুন্‌কীয়ে কেৱল তাৰ মাউতকহে চিনি পায়, ফান্দীক নহয়। কিন্তু বুধিয়ক ফান্দীয়ে আগে-ভাগেই কুন্‌কীৰ লগত মিলা-মিছা কৰে আৰু তাক দানা আদি খুৱায়। তাৰ পিছত কুন্‌কীৰ পিঠিত উঠি তাৰ মেজাজ-মৰ্জিৰ লগত মোটামোটিভাৱে পৰিচিত হয়। মাউতৰ লগত কথা-বাৰ্তা পাতি কুন্‌কীৰ দোষ-গুণৰ খবৰ লৈ থয়। এইবোৰ কৰাৰ পিছত কুন্‌কীৰ লগত ফান্দীৰ এটা বুজা-পৰা হৈ যায়। আনহাতে মাউতৰ সৈতে ফান্দীৰো ভাল ধৰণে জনা-শুনা হয়। কুন্‌কীৰ গুণাগুণৰ কথা দুয়োজনেই যেতিয়া জানে তেতিয়া কামৰ সময়ত দুয়োজনৰ মাজত কথা কটা-কটি নহয়। ফান্দী, মাউত আৰু কুন্‌কী এই তিনিজনে মিলি কাম কৰিলে নিজৰো প্ৰাণ বাচিব আৰু বনৰীয়াৰ গলতো ঠিক সময়মতে ফান্দ লাগিব। এই ত্ৰয়ীৰ নেতৃত্বৰ ভাৰ আৰু অধিকাৰ অৱশ্যে ফান্দীৰ, এই কথা আগতেই কৈছোঁ।

অনেক সময় ধৰি একেৰাহে মেলা চিকাৰৰ কায়দা আৰু নিয়মৰ কথাকে কৈ আছোঁ। এইবাৰ শুনক দুই এটা কাহিনী। মোৰ জীৱনৰ প্ৰথম হাতী ধৰা কাহিনীটোৰেই আৰম্ভ কৰোঁ। প্ৰথমতে মই যেতিয়া হাতী ধৰা কামত নামো, তেতিয়া মই মহলদাৰ মানে Lessee of the Mahal নাছিলোঁ? মহলদাৰ আছিল এজনী দেশী মেমচাহাব। তেওঁ আৰু মোৰ স্ত্ৰী এই দুজনী মহিলাকেই মই হাতী ধৰা দেখিছোঁ আৰু বেলেগ কোনো মহিলা এই কামত নামিছে বুলি মই শুনাও নাই দেখাও নাই। ১৯৪০ চনৰ কথা— মই তেতিয়া অসমতেই আছোঁ। সেইবাৰ আমাৰ জমিদাৰীৰ ভিতৰলৈ চাৰি-পাঁচটা হাতী বানপানীত উটি আহিছিল। আমাৰ জমিদাৰী কচুগাঁৱৰ ৰিজাৰ্ভ ফৰেষ্টৰ একেবাৰে লগালগি। সেই ঠাইত আমাৰ এটা কাছাৰী

ঘৰো আছিল। নামটো হৈছে শিমলাবাড়ী কাছাৰী, তাৰ পৰাই হাতীৰ খবৰ আহিল। তেতিয়া আমি হাতী লৈ গ'লোঁগে। গৈ দেখিলোঁ চৰৰ মাজত পাঁচটা ডাঙৰ হাতী আৰু দুটা সৰু। তাৰ মাজত এটা দন্তাল। কিন্তু তেতিয়া ৰাতি হৈছে— ৰাতিৰ অন্ধকাৰত চিকাৰ কৰা নাযায়। সেয়েহে আমি নদীৰ দাঁতিত জুই জ্বলাই বহি আছোঁ। দোতৰা বজাই বজাই গান আৰম্ভ কৰি দিলে। পিছে সেই দিনাৰ গানৰ আসৰ ভালেই জমিছিল। গাঁৱৰ সকলো লোকেই গানৰ আসৰলৈ আহিছিল। গানৰ আসৰ ৰাতি তিনি বজালৈ চলিল। তেতিয়া গৰম দিন আছিল বাবেই কাৰো অসুবিধা নহ'ল। তাৰ পিছত আহিল প্ৰবল বতাহ-বৰষুণ। তেতিয়া আৰু কি কৰোঁ? এজন প্ৰজাৰ ঘৰত আশ্ৰয় ল'লোঁগৈ। ৰাতিপুৱাৰ লগে লগে আহি দেখিলোঁ হাতীৰ কোনো পাত্তা নাই। সকলো হাতী জংঘললৈ গুচি গৈছে। তেতিয়া মোৰ চকুৰ পানী ওলাই আহিল— ইমান ওচৰত পোৱা ইমানকেইটা হাতী গম নোপোৱাকৈ গুচি গ'ল। আমাৰ অৱস্থা বুজিয়েই বোধহয় ভগবানে মূৰ তুলি চালে। তেতিয়া খবৰ পালো যে নদীৰ সিপাৰে এটা হাতী দেখা গৈছে। আৰু আমাক পাই কোনে? ব'ল, ব'ল বুলি দৌৰাদৌৰি কৰি নদীৰ সিপাৰলৈ গ'লোঁ। খবৰ অনা মানুহজনে অৱশ্যে কোৱা নাছিলে যে হাতীটো সন্মুখৰ ভিটাৰ ওচৰতে আছে। ভিটা মানে এৰি যোৱা ঘৰৰ ভেটি। আমাৰ ফালে তেতিয়া ৰাজবংশী মানুহৰ বাসস্থানেই বেছি। এঘৰ ৰাজবংশীৰ ঘৰত একে লেথাৰিয়ে যেতিয়া দুই-তিনিজন মানুহ মৰে তেতিয়া মানুহ ঘৰে ধৰি লয় যে সেই ঘৰৰ ভেটিত ভূত লাগিছে। তাৰ পিছত বুজিবই পাৰিছে যে সেই মানুহঘৰে সেই ভেটি এৰি গুচি যায়। এৰি যোৱা ভেটি চাওঁতে চাওঁতে জংঘলেৰে ভৰি পৰে। বাঘ, গাহৰী আদি জন্তুৰ বাসস্থান হৈ পৰে। কেতিয়াবা পলাই আহি বনৰীয়া হাতীয়েও আশ্ৰয় লয়। আমি সেই সময়ত উত্তেজনাত অধিৰ হৈ পৰিছোঁ কিয়নো আমাৰ হাতীকেইটাই উচ্‌পিচাই আছে। কেতিয়া যে জংঘলী হাতীটোৰ ওচৰা-উচৰি হৈছোঁ সেইটো ধৰিবই নোৱাৰিলোঁ। হঠাৎ চকু ফুৰাই দেখিলোঁ জংঘলী হাতীটো আমাৰ মুখামুখি হৈছে। মাজত মাত্ৰ বিশহাত ঠাইহে। খুব ভয়ৰ কথা নহয় জানো? বিশ্বাস কৰক মই কিন্তু সমূলি ভয় খোৱা নাছিলোঁ। আজি পৰ্যন্ত মই জীৱনত তিনিবাৰ ভয় খাইছোঁ। এবাৰ বাঘৰ মুখত পৰি, এবাৰ গুণ্ডা হাতীৰ খেদা খাই আৰু শেষবাৰ দাঙ্গা-হাঙ্গামাৰ সময়ত কলকাতাৰ চেহেৰা দেখি। সেয়া যাওক দলৰ মানুহবোৰে অৱস্থা নুবুজাকৈ কেৱল চিঞৰিবলৈ ধৰিলে— 'পলাওক', পলাওক। কিন্তু মই মাটিত থিয় হৈ আছিলোঁ— গতিকে পলায়েই বা যাওঁ ক'লৈ আৰু সময়েই বা ক'ত? পিছে বাখে হৰি মাৰে কোনে? গোলাপী নামেৰে এটা কুন্‌কী আমাৰ লগত আছিল। তাইৰ ফান্দীজন বেছ ধুৰন্ধৰ আৰু বুধিয়ক। সি তৎক্ষণাতে এই বিপদৰ পৰা ৰক্ষা পৰিব পৰা উপায় উলিয়ালে। তাৰ পিছত ঠাণ্ডা মস্তিষ্কৰে গোলাপীক সোনকালে আগুৱাই লৈ গৈ বনৰীয়া হাতীৰ গলত ফান্দ লগাই দিলে। বেছ এক নিমিষতেই নাটকৰ দৃশ্যপট সলনি হৈ গ'ল আৰু আমাৰ মন-মেজাজবো পৰিবৰ্তন হ'ল। মানে উৎকণ্ঠাৰ সলনি আমাৰ মন একেবাৰে উল্লসিত হ'ল।

আনটো চিকাৰৰ কথা কওঁ। চিকাৰ বোলোতে আমি মেলা চিকাৰৰ কথাকেই বুজোঁ। 'গড় চিকাৰ' আমি হাতী বাহিৰ কৰা বুলি কওঁ। হাতীটো গড়ৰ ভিতৰত বন্ধ হৈ থাকে মাত্ৰ তাক বাহিৰ কৰিহে আনিব লাগে। ইয়াত বাৰু কি বাহাদুৰী আছে? কিন্তু সেই তৰ্ক এতিয়া

বন্ধ ৰাখি চিকাৰৰ কথালৈ আহোঁ। চিকাৰৰ সূত্ৰে কেইবাজনো দেশীয় ৰজা-মহাৰাজাৰ লগত মোৰ খুব ভাল ধৰণে পৰিচয় হৈছিল। এবাৰ এখন দেশীয় ৰাজ্যৰ মহাৰাণীৰ ইচ্ছা হ'ল যে তেওঁ হাতীধৰা চাবলৈ মেলা চিকাৰলৈ যাব। মইতো তেওঁৰ কথা শুনি আচৰিত হৈ গ'লোঁ। ক'লোঁ— কি কৰিব খুজিছে ৰাণীচাহেবা? হাতী ধৰা চোৱাৰ চখত কোনো মেলা চিকাৰলৈ নাযায়। মহিলাৰতো কথাই নুঠে। হাতী ধৰা যাব নিচা আৰু পেছা তেওঁলোকেই কেৱল ফান্দ ফাড়া আৰু অশেষ বিপদ মূৰ পাতি লৈ হাবিয়ে-জংঘলে ঘূৰি ফুৰে। ৰাণী চাহেবাই কিয় মিছা মিছিকৈ এইবোৰ জঞ্জালৰ মাজত সোমাব বিচাৰিছে? ভাবিলো বিপদৰ কথা খুলি ক'লে হয়তো ৰাণী চাহেবা নিৰস্ত্ৰ হ'ব। সেয়েহে সবিনয়ে নিবেদন কৰিলোঁ— মেলা চিকাৰত যে পদে পদে বিপদ। তেওঁৰ আত্মীয়স্বজনসকলেও বুজালে। কিন্তু কোনে বাৰু কাৰ কথা শুনে? মহাৰাণী অটল, তেওঁ যাবই। তেওঁৰ কথামতেই কাম। ময়ো ৰাজী হ'লোঁ— ৰাজী নহ'লেই বা উপায় কি? এইবাৰ চিকাৰৰ সময়ত যে এক গধুৰ দায়িত্ব মূৰপাতি ল'লোঁ বুজিব পাৰিলোঁ। হাতীৰ গলত ফান্দ পৰক বা নপৰক মহাৰাণীৰ নিৰাপত্তাৰ ব্যৱস্থা কিন্তু একেবাৰে নিশ্চিদ্ৰ হোৱাৰ দৰকাৰ। তথাপি জানো দুৰ্ভাবনাৰ পৰা ৰেহাই পোৱা যায়? শেষ পৰ্যন্ত ভগৱানৰ নাম লৈ হল্টুগাঁও ডিভিজনৰ গৰুভাসা নামে জংঘলত আস্তানা পাতিলোঁ। ঠাইখন খুব সুন্দৰ। ঠিক চম্পা নদীৰ পাৰতে। ওচৰে-পাঁজৰে মানুহৰ কোনো বসতি নাই। চাৰিওফালে কেৱল শাল গছ। ৰাতি হাতীও আহে আৰু বাঘো আহে। আমি পূজা কৰিবলৈ বা খাবলৈ কেম্পত বান্ধি থোৱা ছাগলী ৰাতি বাঘে আহি লৈ যায়। এয়াই হ'ল সেই সময়ৰ আমাৰ আস্তানাৰ চাৰিওফালৰ অৱস্থা। এদিনাখন হঠাৎ মহাৰাণী গৈ এই আস্তানাত হাজিৰ। ভাবিলোঁ শেষ চেষ্টা এটা কৰি চাওঁ— মহাৰাণীয়ে হয়তো নিজৰ মত সলাব পাৰে। ক'লোঁ— 'হাতী ওচৰে-পাঁজৰে ক'তো নাই। হাতী পোৱা যাব পাৰে ভালেমান দূৰৈত, একেবাৰে ভূটান সীমান্তৰ ওচৰত। তাতো একো ফল নধৰিলে। মহাৰাণীয়ে ঠিক কৰিলে যে ৰাতিটো তেওঁ কেম্পতে কটাব আৰু ৰাতিপুৱা আমাৰ সকলোকে গাড়ীত লৈ ভূটান সীমান্তলৈ ৰাওনা হ'ব। কুন্‌কী হাতী আমি ৰাতিয়েই পঠিয়াই দিছোঁ। সিহঁতে জংঘল ভাঙি ভাঙি গৈ থাকিব। গতিকে সিহঁতৰ সময় লাগিব। আমি ৰাতিপুৱাই উঠি গাড়ীৰে গৈ ধূৰাত উপস্থিত হৈ দেখিছিলোঁ যে কুন্‌কীহঁতো গৈ হাজিৰ হৈছে। খবৰো ভাল— মানুহৰ মুখত শুনিবলৈ পালোঁ যে বনৰীয়া হাতী নামি অহাৰ শব্দ শুনা গৈছে। ক'বলৈ গ'লে ধূৰাত গোটেই দলটোৱেই আমাৰ বাবে অপেক্ষা কৰি আছে। সেইকাৰণেই আমি প্ৰথমতে কৰিবলগীয়া কামখিনি কৰি ল'লোঁ। তাৰপিছত আমাৰ যাত্ৰা আৰম্ভ হ'ল। মই বহিলোঁ 'কুমাৰ' নামে এটা হাতীৰ ওপৰত। সেইদিনাৰ বাবে ময়ে হ'লোঁ হাতীৰ ফান্দী। বেচেৰা ফান্দীয়ে তাৰ নিজৰ জাত হেৰুৱাই মাউত হ'লগৈ। 'চম্পাকলি' নামেৰে এজনী মাইকী হাতীৰ ওপৰত বহিল মহাৰাণী নিজেই। তেওঁৰ বাবেই এটি সৰু গাদীৰ ব্যৱস্থা কৰা হ'ল। কামৰূপৰ পৰা 'জয়বাহাদুৰ' বুলি এটি মখনা হাতী আহিছিল তাৰ ফান্দী মালিক নিজেই। মেলা চিকাৰৰ সময়ত আমি এটি বন্দুকো কাষত নাৰাখোঁ। কিন্তু এইবাৰ মই আৰু মহাৰাণীৰ এ. ডি. চি. চাহাব দুজনেই একোটাকৈ বন্দুক লগত লৈ গ'লোঁ। মহাৰাণীৰ নিৰাপত্তাৰ বাবে বিশেষ ব্যৱস্থা আৰু কি হ'ব? কিছুদূৰ গৈয়ে হাতী অহাৰ ৰাস্তা দেখিবলৈ পালোঁ— একেবাৰে সুন্দৰ ভৰিৰ চিন।

ভাগ্য ভাল হ'লে যি হয় সেয়াই। সেই হাতী অহা ৰাস্তা ধৰি দুই-এক মাইল আগুৱাই গৈ দেখিলোঁ সন্মুখত একেবাৰে এপাল বনৰীয়া হাতী, পৰিৱেশো বেছ সুন্দৰ। তেতিয়া শীতকাল— গছৰ ফাকে ফাকে মিঠা ৰ'দৰ জিলিগুনি বিয়পি পৰিছে। হাতীবোৰেও ইচ্ছামতে খাই লৈ ঘূৰি ফুৰিছে আৰু পোৱালিবিলাকক খেলিবলৈ মাতি আনিছে। হাতীৰ পালবোৰে চলা-ফিৰা কৰাৰ বাবে 'ফুট-ফাট' কৈ মাজে মাজে শব্দ উঠিছে। এই সুন্দৰ শান্তিময় পৰিৱেশত হঠাৎ আমি গৈ পোৱাৰ লগে লগে শান্তিৰ পৰিৱেশত ব্যাঘাত জন্মিল। হাতীৰ দলৰ মাজত এটা ছয়-সাত ফুট ওখ পোৱালি হাতী আছিল। তাৰ অলপ অলপ দাঁতো গজি ওলাইছে। আমাক দেখি হঠাৎ তাৰ মূৰত কি জানো খেলালে সি বেচেৰাই পোনে পোনে আহি তিনিওটা কুন্‌কীৰ মাজত সোমালহি। এতিয়া যাই ক'লৈ? এই সুযোগ কি কোনোবাই এৰি দিব। জয়বাহাদুৰৰ ফান্দী ডাণ্ডৰীয়াই মিনিটতে গলত ফান্দ লগাই দিলে। বেছ পোৱালী হাতীটোৰ গলত ফান্দ লাগি গ'ল। ফান্দী ডাণ্ডৰীয়াই তেতিয়া কায়দা কৰি 'দড়ি' টনা-টনি কৰি বলাই আনি কিছু সময়ৰ ভিতৰত পোৱালি হাতীটোক কৰায়ত্ত কৰি পেলালে। ঠিক সেই সময়তেই সৰ্বনাশৰ সূত্ৰপাত হ'ল। পোৱালিটোৱে হঠাতে উত্তেজিত হৈ চিঞৰ-বাখৰ লগালে। গোটেই হাতীৰ দলটোৱেই তেতিয়া গৰজি উঠি আমাক ঘেৰাও কৰি পেলালে। যি ফালে চাইছোঁ সেইফালেই হাতী। ইফালে মহাৰাণীয়ে উত্তেজিত হৈ ফটো তুলিব নে কি কৰিব ভাবিয়েই পোৱা নাই। ভাবিলোঁ এওঁকেই আগতেই চম্ভালি লোৱা দৰকাৰ। আমি পিছত কোনো ৰকম প্ৰাণটো বচাই ঘৰলৈ ফিৰিব পাৰিলেই হ'ল। সেয়েহে নিবেদন কৰি ক'লোঁ— আপুনি ফটো তুলিবলৈ পিছত বহুত সময় পাব। এতিয়া আপুনি হাতীৰ 'দড়িডালত ধৰি নিজকে চম্ভালি ভালকৈ বহি লওঁক। কিন্তু সেইবোৰ কথাত তেওঁ কোনোধৰণৰ কাণসাৰ নিদি ক'লে যে— 'ফটো তোলাৰ এনেকুৱা সুযোগ আৰু ক'ত পাব। এই বুলি কৈ তেওঁ এখনৰ পিছত এখনকৈ ফটো তুলি গ'ল। ধন্য সাহস। কিন্তু আমাৰ অৱস্থাটো এবাৰ বুজি চাওক। বনৰীয়া হাতীৰ দলৰ মাজত আমি তেতিয়া ঘেৰাও হৈ আছোঁ। যিকোনো মুহূৰ্ত্ততে হাতীয়ে গণ্ডগোল কৰি দিব পাৰে। তেতিয়া যে অৱস্থাতো কি হ'ব ভগবানেহে জানে। এপাল হাতীৰ বিৰুদ্ধে কৰিবলৈ একোৱেই নাই। গাৰ বলেৰে বা দুটা বন্দুকৰ গুলীৰে এপাল হাতীক পিছুৱাই পঠিওৱাতো মুঠেই সহজ নহয়। সেই কাৰণে ধৈৰ্য ধৰি চুপ-চাপ হৈ ৰৈ গ'লোঁ। কিন্তু হাতীবোৰে চুপ-চাপ থাকিব কিয়? হঠাৎ দেখিলোঁ পালৰ গুণ্ডা হাতীটো আমাৰ ফালে ধীৰে ধীৰে আগবাঢ়ি আহি আছে। এনেকুৱা ধৰণে ভাবিছে যে এইবাৰ বাচাইত কোনফালে যাবা? এতিয়া ইষ্টদেৱতাৰ নাম লোৱা। গুণ্ডাটো কিছুদূৰ আগবাঢ়ি অহাৰ পিছত যি দেখিলোঁ তাতে আমাৰ হাড় ঠাণ্ডা হৈ যোৱাৰ দৰে হ'ল। সেইটো এটা দঁতাল হাতী আৰু সি তেতিয়া পূৰ্ণ 'মস্তি' অৱস্থাত। এতিয়াতো হাত সাবটি থাকিলেই নহ'ব কিবা, এটা কৰিবই লাগিব। উপায়হীন হৈ মই বন্দুকটো তুলি ল'লোঁ। এ ডি চি চাহাবৰ বন্দুকো একেবাৰে তৈয়াৰী। কিন্তু অবাক কাণ্ড। প্ৰায় আধাঘণ্টা ধৰি হাতীৰ দল চুপ-চাপ হৈ ৰৈ আছে। আনকি দলৰ গুণ্ডাটোৱেও একো উৎপাত কৰা নাই। বোধকৰোঁ সিও শেষ পৰ্যন্ত ধৰিব পৰা নাই ঘটনাটো কি হৈছে। সিহঁতে চাৰিওফালে কেৱল হাতীকে দেখিছে। চকু ওপৰৰ ফালে তুলি চাব নোৱাৰে বুলিয়েই ৰক্ষা। কিন্তু এটা প্ৰশ্ন থাকি যায় পোৱালিটোৱেও হাতীৰ বাহিৰে

বেলেগ একো দেখা নাই। তেতিয়াহ'লে হঠাৎ উচপ্ খাই উঠিল কিয়? হাতীৰ দলটোৱে বোধহয় এই প্ৰশ্নটোৰ উত্তৰ বিচাৰি আগুৱাই আহিছিল। তাৰ পিছত একো দেখিবলৈ নাপাই থমকি থিয় হৈ ৰ'ল। পিছে এটা খোৰা মাইকী হাতীৰ কৌতূহলে বাধা নামানিলে। তাই লেঙৰাই লেঙৰাই আগুৱাই আহিব ধৰিলে। এ ডি চি চাহাবে ভাবিলে যে এইবাৰ গুলী নকৰিলে ৰক্ষা পোৱা নাযাব। কিন্তু মই তেওঁক ইঙ্গিত দি মানা কৰি দিলোঁ। বুজাই দিলোঁ যে এই মাইকী হাতীটোক লৈ বিশেষ ভাবিবলগীয়া নাই। মোৰ চিন্তা কেৱল মহাৰাণীলৈ। যদি তেওঁৰ ভাল-বেয়া কিবা এটা হৈ যায় তেতিয়াহ'লে গোটেই জীৱনতেই এটা ক্ষোভ বা আপচোচ থাকি যাব। অথচ তেওঁ নিজে কোনো চিন্তাকেই কৰা নাই। এপাল বনৰীয়া হাতীৰ মাজত আবদ্ধ হোৱা কিযে গুৰুতৰ বিপদৰ কথা সেইটো তেওঁ নিশ্চয় বুজিব পাৰিছিল। ইয়াৰ পিছত সেইদিনা তেওঁ ইমান সাহস ক'ত পাইছিল ভাবি মই আচৰিত হওঁ। সেয়া যিয়েই নহওক আমি ঠিক কৰিলোঁ যে এতিয়া আমাৰ শেষ অস্ত্ৰটো এৰাৰ সময় হৈছে। গতিকে আমি হঠাৎ ফট্‌কা ফুটাবলৈ ধৰিলোঁ আৰু আমি সকলোৱে মিলি টেটুফালি এক বিকট চিঞৰ দিবলৈ ধৰিলোঁ। সকলো জন্তু-জানোৱাৰে মানুহৰ গলৰ আৱাজক ভীষণ ভয় কৰে। অৱশ্যে মানুহৰ লগত পৰিচিত হ'লে আৰু সেই ভয় নাথাকে। যাহওক আমাৰ চিৎকাৰে যন্ত্ৰৰ দৰে কাম কৰিলে। বনৰীয়া হাতীবোৰে ফট্‌কাৰ শব্দ আৰু আমাৰ চিঞৰ শুনি চিৎকাৰ কৰি ধুমুহাৰ দৰে গছ-গছনি ভাঙি বিস্বাশবদে দৌৰ দিলে। কেইমিনিটমান সময়ৰ বাবে যেনিবা এজাক বলীয়া বতাহ বলিছিল। কিছু সময়ৰ পিছত নদীৰ বুকুত এক উত্তাল তৰঙ্গৰ শব্দ শুনা গ'ল। বুজিলোঁ যে হাতীৰ পাল নদী পাৰ হৈ গুচি গৈছে। তেতিয়া ভাবিলোঁ যে আমি বাচিলোঁ। ইমান সহজতে যে এই ধৰণৰ ডাঙৰ বিপদ এটাৰ পৰা বাচি যাম সেইটো মুঠেই ভাবিব পৰা নাছিলোঁ। হাতীবোৰক আমি এই বিপদসঙ্কুল অৱস্থাৰ মাজেৰে খেদি পঠিয়াব নোৱাৰিলে সেইদিনাৰ পৰিস্থিতিত আমি বনৰীয়া হাতীৰ ওপৰত গুলী চলালোঁহেঁতেন। পিছত ইয়াৰ পৰিণাম যি হ'ল হ'লহেঁতেন। মহাৰাণী এফালে খুবেই সুখী। সাৰ্থক অভিযানৰ স্মৃতি হিচাপে সেই ধৰাপৰা হাতীটোক কিনি ল'লে আৰু যে চমৎকাৰ ছবিবোৰ তেওঁ তুলিছিল সেইবোৰ তেওঁৰ লগতেই ৰ'ল। আজি ভাবিছোঁ যে কোনো ভয় নকৰাকৈ ৰাণীয়ে হাতীৰ দলৰ ছবিবোৰ তুলি ভালেই কৰিছিল। বিপদ বুলিলেও কাৰো বিশেষ একো নহ'ল, কাৰো গাত আঁচোৰ এটিও নপৰিল। সকলোবোৰ দেৱতাৰে দয়া। কুলদেৱী আৰু বনদেৱীৰ নাম লৈ আমি চিকাৰলৈ গৈ থাকোঁ। আমাৰ বিশ্বাস সকলো বিপদে-আপদে তেওঁলোকেই আমাক ৰক্ষা কৰিছে আৰু কৰিবও। আজি পৰ্যন্ত আমাৰ এই বিশ্বাস হেৰাই যোৱা নাই।

দেৱতাৰ দয়াত আজি পৰ্যন্ত প্ৰতিক্ষণতেই আমি ঠিকমতে ঘৰলৈ উভতি আহিছোঁ। কিন্তু বহুত যাত্ৰাত হাতী ধৰিবলৈ গৈ খালী হাতেৰে ঘৰলৈ উভতিছোঁ। সেই ধৰণৰ দুই-এটা কাহিনী এইবাৰ কৈছোঁ। সেয়া ১৯৪৭ চন। ভাৰতৰ স্বাধীনতা প্ৰাপ্তিৰ বছৰ। সেইবাৰো আগৰ দৰেই গৈছোঁ হল্টুগাঁৱৰ জংঘললৈ। বায় কাজুলী নদীৰ তীৰত এডাল বটগছ দেখি তাৰ তলত আস্তানা পাতিলোঁ। ধুৰালৈ আমি নামমাত্ৰ কেইটামান বয়-বস্তু লৈ যাওঁ। কিয় সেইটো আগতেই কৈ আহিছোঁ। তাৰ পাছত চলা-ফুৰা সুবিধাৰ কথাও ভাবিবলগীয়া হয়।

দিনৰ পিছত দিন ধৰি আমি একেটা ধূৰাতে নাথাকোঁ। হাতীৰ পাল গৈ থাকে, আমিও গৈ থাকিব লগীয়া হয়। বহুত বয়-বস্তু লগত লৈ হাতীৰ লগত পাল্লা দি চলাটো খুব মস্কিল। সেয়া যিয়েই নহওক আমাৰ লগত সেইবাৰ পাঁচটা কুন্‌কী হাতী আছিল— ৰণজিৎ, অমলা, পবন পিয়াৰী, নুৰজাহান আৰু শিপ্ৰা। ৰায় কাজুলী হ'ল এখন কম পানী থকা নদী। তাৰ চাৰিওফালে পাহাৰ আৰু জুৰিৰে আৱৰি আছে। এদিনা বেলা বাৰটা কি এটা বাজিছে মাউতে হাতীবোৰ নদীলৈ গা ধুৱাব নিছে। আমি কেইজনমানে তেতিয়া নতুন বাঁহৰ চুঙাত দুটামান ভাত সিদ্ধ কৰাৰ বাবে যা-যোগাৰ কৰিছোঁ। এনেকুৱা সময়তে নদীৰ সিপাৰৰ পৰা এটা গুণ্ডা হাতী আহি হাজিৰ। মানে আমাৰ মুখামুখি হৈ থিয় হ'ল। গুণ্ডাটো ইমানেই চুপ-চাপকৈ আহিছে যে কোনো এজনেও শব্দ শুনা নাই। আমাৰ মাউতৰ চকু কুন্‌কীৰ ওপৰত। গম পাই অৱশ্যে সিহঁত সকলোৱে চিঞৰি দিলে— হাতী, হাতী। কোনোবাই আকৌ বুদ্ধিকৰি পাথৰ দলিয়াবলৈ ধৰিলে। কিন্তু ইয়াৰ ফল ওভোতাই হ'ল। আমাৰ কুন্‌কীকেইটা ভয়ৰ কোবত দৌৰিবলৈ ধৰিলে। তিনিজন মাউত কোনোৰকমে হাতীৰ পিঠিত উঠিছিল আৰু দুজনে উঠিব পৰাই নাছিল। কিন্তু যি দুজন উঠিছিল সিহঁতেও বেছি সময় হাতীৰ পিঠিত উঠি থাকিব নোৱাৰিলে। কোনো মাউতৰ লগত সেই সময়ত দড়ি দড়া নাছিল। হাতীক গা ধুওৱাৰ সময়ত এইবোৰ কোনো মাউতৰ লগত নাথাকে। সেইকাৰণেই দৌৰি যোৱা হাতীৰ কেৱল কাণ দুখনত ধৰি মাউতে কিমান সময় বাৰু বহি থাকিব পাৰিব। কিছুদূৰ যোৱাৰ পিছত মাউত হাতীৰ পিঠিৰ পৰা ছিটিকি মাটিত পৰিল। অৱশ্যে হাতীৰ পিঠিৰ পৰা মাউত ছিটিকি পৰাতো একো আচৰিত হ'বলগীয়া ঘটনা নহয়। কিন্তু আচল বিপদ হ'ল কুন্‌কীহঁতক লৈ। গুণ্ডা হাতীটো গৈছিল সিহঁতৰ দলৰ ফালে আৰু আমাৰ কুন্‌কীসকলেও হৈ-হাল্লা শুনি একেবাৰে ভয় খাই সেইফালে দৌৰ দিলে। তাৰ পিছত আৰু কি হ'ব? সিহঁত বনৰীয়া হাতীৰ লগত মিলি গ'ল। তেতিয়া আৰু সিহঁত কোন ৰাস্তাৰে গ'ল সেই ৰাস্তা বাহিৰ কৰাটো সম্ভৱ নহ'ল। এসোপা ভৰিৰ খোজৰ মাজত কোনবোৰ কুন্‌কীৰ সেয়া আৰু বুজি পোৱাৰ কোনো উপায় নাছিল। পিছত অৱশ্যে পবন পিয়াৰী আৰু শিপ্ৰাক বিচাৰি পোৱা গৈছিল। সিহঁতে দল এৰি প্ৰায় ১৫ মাইল দূৰৈৰ কুকুলঙলৈ গৈছিল। বোধহয় সেইফালেদি আমি জংঘলত সোমাইছিলোঁ। সেইবাবেই এই ৰাস্তাটো সিহঁতৰ চিনাকি চিনাকি লাগিছিল। কিন্তু ৰণজিৎ, নুৰজাহান আৰু অমলা সেই যে গ'ল গ'লেই। আজি পৰ্যন্ত সিহঁতৰ দেখাদেখি নাই। পাঁচটা হাতী হেৰুৱাই সেইবাৰ আমি একেবাৰে মনমাৰি ধুৰালৈ ফিৰি আহিছিলোঁ।

গাৰো পাহাৰত হাতী ধৰিবলৈ গৈ আমি একেবাৰে দাৰুণ বিপদত পৰিছিলোঁ। ১৯৪৪ চনতে বোধহয় আমি গাৰো পাহাৰলৈ গৈছিলোঁ। কিন্তু তাত হাতী ধৰা দূৰৈৰ কথা হাতীৰ দলৰেই কোনো সন্ধান নাপালোঁ। বেছ কিছুদিন মিছাকৈয়ে কটোৱা হ'ল। শেষত এজন মানুহে আহি খবৰ দিলে যে হাতীৰ ডাঙৰ দল এটা সিহঁতৰ নজৰত পৰিছে। দলটো ডাঙৰেই গতিকে শুনি আমি সাতটা কুন্‌কী হাতী লৈ ৰাওনা হ'লোঁ। হাতীৰ সন্ধানত ঘূৰি ঘূৰি শেষত বাবাসিৰিত গৈ আস্তানা পাতিলোঁ। ঠাইখন মোৰ পছন্দ হোৱা নাছিল কাৰণ সেইটো হাতীৰ চলাচলৰ পথ। কিন্তু বৰ ফান্দীৰ সেই ঠাইখন খুব পছন্দৰ। তাৰ কথাটো নাকচ কৰিব নোৱাৰিলোঁ। পিছবেলা পৰ্যন্ত তাতেই থাকি গ'লোঁ। বেলি যেতিয়া ডুব যাবৰ হৈছে ঠিক

সেইসময়তে এটা টিলাৰ ওপৰত এপাল হাতী আহি হাজিৰ। আমাৰ সেইবাৰৰ দলটোও ডাঙৰ। ফান্দী-মাউত মিলি সোঁতৰটা। মইতো আছোঁৱেই। কিন্তু তেতিয়া আৰু হাতী ধৰাৰ সময় নহয়। অৰণ্যৰ বুকুলৈ অন্ধকাৰ নামি আহিছে। তথাপি কেইজনমান বেপৰোৱা ভাবৰ ফান্দীয়ে উচ্‌পিচাব ধৰিলে। সন্ধ্যাৰ সময়ত সিহঁতে হাতী ধৰিবলৈ যায়। মই বাধা দিলোঁ। ক'লো সূৰ্যাস্ত গৈছে দিনৰ পোহৰ আৰু নাই। গতিকে এই সময়ত হাতী ধৰিবলৈ যোৱাটো একো ভাল কথা নহয়। কিন্তু ধৈৰ্যহীন হৈ বৰ ফান্দীয়ে ক'লে— 'দেউতা মই অলপ আগবাঢ়ি গৈ চাই আহোঁ হাতীৰ দলটো কোনফালে গৈছে।' এইবুলি কৈ মোৰ পৰা একপ্ৰকাৰ জোৰকৈ অনুমতি লৈ জংঘলৰ ফালে গুচি গ'ল। পিছত শুনিবলৈ পালোঁ যে তাক এটা গুণ্ডা হাতীয়ে খেদিছে। সি বেচেৰাই ভয়ে ভয়ে এডাল ওখ গছৰ ওপৰত উঠি কোনোৰকমে প্ৰাণটো বচালে। গছৰ ওপৰৰ পৰাই সি হুচিয়াৰ কৰি দিলে— 'দলত গুণ্ডা হাতী আছে'। তাৰ পিছত সময় বুজি এপাকত সি গছৰ পৰা নামি আমাৰ দলৰ লগত লগ হ'ল। মই তেতিয়া কেম্পতেই আতঙ্কিত হৈ বৈ আছিলোঁ। দহ মিনিট পিছত বুজিব পাৰিছিলোঁ যে গুণ্ডা হাতীটোৱে আমাৰ ফালে খেদি আহিছে। বন-জংঘল তেতিয়া একেবাৰে অন্ধকাৰ। তথাপি নজৰ দি ধৰিব পাৰিলোঁ যে সেইটো এটা প্ৰকাণ্ড হাতী। জ্যেষ্ঠ ফান্দীয়ে ভাবিলে যে গুলী চলাই হাতীটোক পিছুৱাই পঠিয়া দিয়াৰ বাহিৰে ৰক্ষা পাবলৈ অন্য উপায় নাই। এতিয়া হাতত সময় বৰ বেছি নাই। লগে লগে Muzzle loader গৰ্জি উঠিল। কিন্তু হিতে বিপৰীত হ'ল। গুলীখাই হাতীটোৱে বিদ্যুৎ বেগেৰে আমাৰ ফালে আগবাঢ়ি আহিল। আমি চকুৰ পলক পেলাবলৈ নৌপাওঁতেই হাতীটো আমাৰ ওচৰ পালেহি। আমাৰ তেতিয়া একেবাৰে অসহায় অৱস্থা। সন্মুখত যেনিবা মৃত্যুৰ পৰোৱানা। কুন্‌কীবোৰো বন্ধা আছে। সেইকাৰণে সিহঁতৰ পৰা কোনো সাহায্য পোৱাৰ আশা নাই। বৰং সিহঁতক লৈ চিন্তাহে হ'ল। গুণ্ডাটোৱে যদি সিহঁতৰ ওপৰত আক্ৰমণ চলায়? এই সমস্যাবোৰ লৈ কেম্পৰ ওচৰত থকাটো ঠিক নহয় বুলি ভাবিলোঁ। সকলো কথাৰ সাত-পাঁচ চিন্তা কৰি আমি নদীৰ তলৰ ফালে নামি আহিলোঁ। তাৰ পৰা দেখিলোঁ যি ভয় কৰিছিলোঁ সেয়াই হ'ল। গুণ্ডা হাতীটো তেতিয়া আমাৰ কেম্পত সোমাইছেগৈ। প্ৰথম চোটটোতেই সি খুব জোৰেৰে আমাৰ বান্ধি থোৱা হাতী এটাক এক ধাক্কা মাৰিলে। ধাক্কা খাই হাতীটোৱে এক গেঙেৰণি মাৰিলে। সেই হাতীটোৰ চিৎকাৰ শুনি গুণ্ডা হাতীটোৱে বুজি পালে যে হাতীটো মতা নহয় মাইকী। লগে লগে তাৰ মেজাজ নৰম হৈ গ'ল। কিয় সেই কথাটো নিশ্চয় বুজিব পাৰিছে। হাতীৰ সমাজ আছে আৰু সেই সমাজৰ আইন-কানুনো আছে। মাইকী হাতীৰ প্ৰতি সদয় ব্যৱহাৰ কৰাটোৱেই হ'ল হাতীৰ সমাজৰ এটি প্ৰচলিত নিয়ম। কোনো মতা হাতীয়ে হঠাতে মাইকী হাতীৰ ওপৰত আক্ৰমণ নকৰে। গুণ্ডা হাতীটোৱে সেইকাৰণে নিজৰ ভুলৰ কথা বুজি লাজ পালে। গতিকে সেই লাজ ঢাকিবৰ বাবে আমাৰ কুন্‌কী হাতীৰ লগত মিলিবলৈ আগুৱাই আহিল। তাৰ পিছত আৰম্ভ হ'ল দুয়োৰে খোৱা-বোৱা। কিন্তু আমি জানো যে বনৰীয়া জন্তুবোৰৰ এই খেলা ক্ষণিকৰ। কেতিয়া কি কৰিব পাৰে তাৰ কোনো ঠিকনা নাই। সেইকাৰণেই ভাবিলোঁ— নহয়, সকলোবোৰে লগ হৈ গা-ঢেলাই গছৰ তলত থিয় হৈ থকাটো ঠিক কথা নহ'ব। গুণ্ডা হাতীটোৱে আহি যদি আমাৰ কোনোবা এজনক ধাক্কা মাৰে তেতিয়াহ'লে সাংঘাতিক বিপদ

হ'ব। এই খাক্কাত পৰি কেইজন মৰিব, কেইজনে আঘাত পাব তাৰ ঠিকনা নাই। এই সকলোবোৰ কথা ভাবি-চিন্তি আমি কিছু মানুহ ইফালে-সিফালে পঠিয়াই দিলোঁ। ৰৈ গ'লো মই, বৰ ফান্দী আৰু দুজন। অলপ পিছত দেখিলোঁ যে গুণ্ডা হাতীটোৱে কি মন কৰি আমাৰ ফালে আগুৱাই আহিব ধৰিছে। তেতিয়া গছৰ তলত আৰু থিয় হৈ থাকিব নোৱাৰি। তেতিয়া বৰ ফান্দীক ক'লো— ইয়াত থাকিলে যিকোনো সময়তে বিপদ হ'ব পাৰে। অন্য ক'ৰবালৈ যাবলৈ চিন্তা কৰাছোঁ। বৰ ফান্দী অভিজ্ঞ লোক। তেতিয়া বৰ ফান্দীয়ে ক'লে— বাবা উপায় এটাই আছে, ওখ পাহাৰে পাহাৰে বগাব পাৰিলে গাৰো বস্তিত উঠিব পাৰোঁগৈ। মই ৰাজী হৈ ক'লোঁ— তেতিয়াহ'লে ব'লা পাহাৰ বগাই আগুৱাই যাওঁ। হাতীয়েও যে পাহাৰ বগাব পাৰে সেই কথাটো মোৰ অজানা নহয়। তথাপি পাহাৰৰ ঢাপে ঢাপে মানুহৰ বসতি আছে আৰু হাতী যি বাটেৰে যাব সেই ঠাইৰ চাৰিওফালৰ মানুহবোৰে হৈ-হাল্লা কৰিব। তেতিয়া নিশ্চয় হাতী থমকি ৰ'ব আৰু আমাৰ ভাগ্য ভাল হ'লে সি ইফাল-সিফাল কৰি গুচি যাবও পাৰে। এই ফাকতে আমিও ভালেখিনি আগুৱাই যাব পাৰিম। সেয়া যিয়েই নহওক আমিতো কেৱল পাহাৰৰ ওপৰত উঠাৰ হুকুম দিলেইতো আমাৰ দায়িত্ব শেষ নহ'ব। গেমটেই দলটোৰ ভাল-বেয়াৰ সম্পূৰ্ণ দায়িত্ব মোৰ ওপৰতেই। সেয়েহে ফৌজী কায়দাত সকলোকে বুজাই দিলোঁ যে এই ধৰণে থান-থিতি নোহোৱাকৈ থাকিলে বিপদ হ'ব। প্ৰথমতে টৰ্চটো লৈ থাকিব বৰ ফান্দী আৰু সকলোৰে শেষত থাকিব ভবেন ফান্দী তাৰ পাছত বন্দুক কান্ধত লৈ মোৰ পাছত থাকিব এজন লোক। ভবেনক বিশেষকৈ বুজাই দিলোঁ যে মই তোমাৰ পিঠিত চাপৰ মাৰিলেই তুমি টৰ্চটো জ্বলাই আগুৱাই গৈ থাকিবা। যাবলৈ আৰম্ভ কৰিলোঁ। সেয়াতো গৈ থকা নহয়, দৌৰি যোৱাহে। এই ধৰণে আধা মাইল মান গৈ এডাল বেছ ডাঙৰ গছৰ ওচৰ পালোঁগৈ। ক'লোঁ— ইয়াতে অলপ সময় ৰৈ ভাগৰ মাৰোঁ ৰ'বা। কিছু সময় পাছত আকৌ পাহাৰৰ মাজেৰে যাব ধৰিলোঁ। বেছ কিছু আগুৱাই গৈছোঁ, এনেকুৱা সময়তে ভবেন হঠাতে থমকি ৰ'ল। ভয়ত তেতিয়া ভবেনৰ কণ্ঠেৰে কোনো শব্দ ওলোৱা নাই। বুজিলো সন্মুখত বিপদ। সেয়া নহ'লে ভবেনৰ দৰে পৰিপক্ক লোকে কিয় বাৰু ভয় কৰিছে? কোনো ৰকমে সি ফোঁপাই ফোঁপাই আহি ক'লে— বাবা, তলৰে যোৱাটো মখনা আছিল, সন্মুখত ৰৈ থকাটো দন্তাল আছিল। সৰ্বনাশ! সঁচাকৈয়ে এইটো ডাঙৰ বিপদ। অলপ ৰৈ মই সাহস কৰি ক'লোঁ— কি হৈছে ঘটনাটো ভালকৈ চাই লওঁ। ঘন আন্ধাৰৰ মাজেৰে কেইবামিনিটো চকু ফুৰাই চালোঁ। একো দেখা নাপালোঁ। হাতীয়েটো ইমান নিথৰ হৈ থাকিব নোৱাৰে। নিশ্চয় গছৰ পাত এটা হ'লেও লৰিব। মই ক'লোঁ— তুমি এবাৰ আকৌ টৰ্চটো জ্বলাই দিয়া আৰু এবাৰ ভালকৈ চাই লওঁ। এইবাৰ টৰ্চৰ পোহৰ পৰাৰ লগে লগে কথাটো পৰিষ্কাৰ হৈ পৰিল। গাৰোসকলৰ ঘৰৰ ওচৰত পূজা হৈছে। সেইকাৰণে সিহঁতে দুডাল বাঁহ চুঁচি বেঁকা কৰি দঁতাল হাতীৰ দাঁতৰ দৰে কৰি ৰাখিছে। এইটো নেদেখাৰ বাবেই আমাৰ প্ৰাণযোৱা অৱস্থা। মই আশ্বাসৰ সুৰেৰে ক'লোঁ— 'আৰু কিহৰ চিন্তা? ব'লা এইবাৰ গাৰোসকলৰ পূজাবাৰীলৈ যাওঁ।' গৈয়েই হাজিৰ হ'লোঁ পূজাবাৰীৰ দুৱাৰত। গাৰোসকলক 'মামা' বুলিয়েই মাতে। চিঞৰ-বাখৰ আৰম্ভ কৰি দিলোঁ— 'এ মামা, এ মামা! উঠচোন উঠ। আমাক হাতীয়ে খেদিছে উঠ।' মামাই আমাৰ চিঞৰ-বাখৰ শুনি উঠি আহিল।

আমি আমাৰ বিপদৰ কথা জনালোঁ যে আমাক বনৰীয়া হাতীয়ে খেদিছে গতিকে অলপমান ঠাই দিব লাগে। গাৰো কিন্তু সন্মত নহ'ল। শেষ চেষ্টা হিচাপে কৈ চালোঁ— বেছ তেতিয়াহ'লে আমি বস্তিৰ নামনিতে থাকিম। তাতে মামাৰ মন কোমল নহ'ল। তথাপি 'নক্‌পাছেৰ' (নক্ মানে ঘৰ, পাছে মানে অবিবাহিত লোক) অৰ্থাৎ অতিথিশালাৰ ফালে দেখুৱাই দিলে। গাৰো ভাষাত মামাৰ পৰা পথৰ সন্ধান জানিব পাৰি আমি সকলোৱেই 'নক্‌পাছেৰ' ফালে যাবলৈ ধৰিলোঁ। ভগবানে যি কৰে ভালৰ কাৰণেই কৰে। আমাৰ দলৰ সকলোৱেই আহি আগে ভাগে সেই ঠাইত আশ্ৰয় লৈছেহি। যাওক গৈ আমি সকলোৱে এটি বিপদৰ পৰা হাত সাৰিলোঁ। সকলোৱে মোক ক'লে অলপ শুই লওক। টোপনি? টোপনি বাৰু মোৰ কেনেকৈ আহিব? আমি যে জন্তুবোৰক বিশেষকৈ প্ৰতাপ সিঙক এৰি আহিছোঁ। কেৱল এৰি অহাই নহয় তাৰ বান্ধবোৰো খুলি দি আহিব পৰা নাই। একান্ত ভয়াৰ্ত লোকৰ দৰেই নিজৰ প্ৰাণ ৰক্ষা কৰিবৰ বাবেই পলাই আহিছোঁ। যদি গুণ্ডা হাতীটোৱে প্ৰতাপৰ ওপৰত হাম্‌লা কৰে বেচেৰাই তেতিয়া অসহায় হৈ মাৰ খাব। এইবোৰ দুঃচিন্তাই মূৰৰ ভিতৰখন যেন খুলি খুলি খাব ধৰিলে। দলৰ লোকসকলে বুজাবলৈ যত্ন কৰিলে যে আপুনি বাচি থাকিলে হাতীৰেই বা অভাৱ হ'ব কিয়? বহুতো হাতী আপুনি কিনিব পাৰিব। অনেক হাতী কিনিব পাৰিম কিন্তু প্ৰতাপ সিঙক কি ঘূৰাই পোৱা যাব? প্ৰতাপ সিং নাথাকিব এই কথা ভাবিবই নোৱাৰোঁ। কিন্তু কৰিবলৈয়ে বা আছে কি? সেইকাৰণে এবাৰ উঠি বহো আকৌ শুই পৰোঁ। এইভাৱে দাৰুণ উৎকণ্ঠাৰ মাজেৰেই ৰাতিটো কটাই পোহৰ কৰি দিলোঁ। কাউৰীয়ে কা-কা কৰাৰ লগে লগে ৰাতিপুৱাল। সেই সময়তে মই ভবেনক সুধিলোঁ— 'ভবেন হাতীবোৰৰ অৱস্থা কি হ'ল কোনে জানে? আৰু তলত যে মানুহবোৰ ৰাখি থৈ আহিছিলোঁ সিহঁতৰ বা অৱস্থা কি হ'ল? গুণ্ডা হাতীটোৱে মাৰি পেলালে নেকি? তুমি এবাৰ খবৰ ল'বলৈ যত্ন কৰাচোন।' ভবেনে তেতিয়া ইফালে-সিফালে খবৰ লৈ জানিব পাৰিলে যে মানুহ আৰু হাতীবোৰ ঠিকেই আছে আৰু জংঘলী গুণ্ডা হাতীটো গুচি গৈছে। খবৰ শুনি এবাৰ নামি তললৈ যাম বুলি ভাবিছিলোঁ। কিন্তু দলপতিৰ দায়িত্ব বুলি এটা কথা আছে। সকলো দিশ ভাবি-চিন্তিহে কাম কৰিব লাগিব। সেইকাৰণেই ভাবিলোঁ অন্ধকাৰ ৰাতি আমি কোনোৱে ভালকৈ দেখা নাই হাতী কোনফালে গৈছে। গতিকে বাটত আকৌ হাতীৰ মুখতে পৰি যাব পাৰোঁ। ঠিক কৰিলোঁ যে ভালকৈ বেলি উঠাৰ পিছতেই যাম। ইটো-সিটো কৰি আঠমান বজাত আমি সকলোৱে পাহাৰৰ পৰা নামি কেম্পলৈ ঘূৰি আহিলোঁ। তেতিয়া আকৌ আমাৰ যেনিবা নতুনকৈ প্ৰাণ ফিৰি আহিল। অকল সেয়ে নহয় সকলোৰেই পুনৰ মিলন হ'ল। আমাৰ হিয়াভৰা আনন্দৰ সীমা নোহোৱা হ'ল। হাতী ধৰিব নোৱাৰা মনৰ দুখটো লাহে লাহে নোহোৱা হৈ গ'ল। ইয়াকে কয় প্ৰাণৰ মায়া।

বনৰীয়া হাতীৰ খেদা খোৱাটো যে কি নিদাৰুণ বিপদ সেইটো গাৰো পাহাৰলৈ গৈ হাৰে-হিমজুৰে বুজি পাইছোঁ। কিন্তু এনেকুৱা বিপদৰ পিছতো আমি ফান্দ ফাড়া এৰি দি বাহি থাকিব পৰা নাই। চিকাৰৰ নিচাই যেতিয়া পাইছে তেতিয়া বিপদ-আপদৰ কথা মনত নাথাকে। সময় অহাৰ লগে লগে আকৌ বনে-জংঘলে দৌৰা-দৌৰি কৰিবলৈ লাগি যোৱা হয় বনৰীয়া হাতীৰ সন্ধানত। বনৰীয়া হাতী ধৰিবলৈ গৈ অনেক সময়ত নিজৰ পোহনীয়া

হাতীয়েই হেৰাই যায়। তেতিয়া সেই হেৰাই যোৱা হাতীৰ সন্ধানত বন-জংঘল চলাথ কৰি ঘূৰি ফুৰোঁ। এই হেৰাই যোৱা হাতীৰ সন্ধানত গৈ বনৰীয়া হাতীৰ খেদাও খাইছোঁ। হাতীৰ চলন-ফুৰণ দেখিলেই আমি তাৰ মন-মেজাজৰ কথা বুজি পাওঁ। যি হাতীয়ে মানুহক খেদি অহাৰ তালত নাই, সেই হাতীৰ চলন-ফুৰণ একেবাৰে বেলেগ। সি নিজৰ মেজাজতেই গৈ থাকে। হালিজালি কাণ-চান লৰাই কোনোফালে নজৰ নিদিয়াকৈ আপোন মনেৰে অৰণ্যৰ পথ ভাঙি ভাঙি গৈ থাকে। একোতেই সিহঁতৰ ভ্ৰূক্ষেপ নাই। হাতীৰ ভয়-ভাবনাৰেই বা কাৰণ কি কওকচোন? অজানা-অচিনাসকললৈ সিহঁতৰ ভয়। কিন্তু যি হাতীয়ে লোকালয়ৰ মাজেৰে ঘূৰা-ফুৰা কৰি থাকে সিহঁতৰ কিয় বাৰু ভয় থাকিব? এয়া ধৰক উত্তৰ বঙ্গৰ হাতী। ইহঁতে সকলো সময়তে মানুহ দেখিছে, চাহ বাগানৰ মাজেৰেই ঘূৰা-ফুৰা কৰিছে আৰু মটৰ গাড়ীৰ ওচৰেদিয়ে গৈ আছে। চহৰৰ মানুহে গাড়ী-ঘোঁৰাৰ পৰা সাৱধান হৈ ঘূৰা-ফুৰা কৰিব লাগে কিন্তু হাতীৰটো সেইটোও নাই। ৰে'ল গাড়ীৰ বাহিৰে সকলো যান-বাহনে হাতীক সমীহ কৰি চলে। ৰে'ল গাড়ীয়েও খুব জোৰেৰে ধাক্কা মাৰি হাতীক পেলাই দিব পাৰে কিন্তু চেপি মাৰি থৈ যাব নোৱাৰে। আকৌ ডাঙৰ মাতাল হাতীৰ লগত ৰে'লে ধাক্কা মাৰিলে ৰে'লৰ দুই-চাৰিটা ডবা লাইনচ্যুত হৈ যাব পাৰে। সেই কথা বাৰু থাওক। এইবাৰ কওঁ হাতী উদণ্ড হোৱাৰ আগৰ ভাব-ভঙ্গীৰ কথা। হাতী উদণ্ড হোৱাৰ আগতে এবাৰ থমকি ৰয়। তাৰ লক্ষ্যবস্তু বা ব্যক্তিৰ একেবাৰে মুখামুখি হৈ থিয় হৈ থাকে। সেইকাৰণে আমি থমকি ৰোৱা হাতী দেখিলেই বিপদ বুলি ভাবোঁ। ভাবোঁ হাতীটো গুচি নাযায় কিয়? কিন্তু হাতীৰ চকু দুটা আছে দুইফালে সন্মুখত নহয়। গতিকে সন্মুখৰ বস্তুৰ ওপৰত তাৰ সহজতে নজৰ নপৰে। কিন্তু সি যেতিয়া থমকি ৰৈ থাকিব তেতিয়া বুজিব লাগিব যে তাৰ মনত কিবা এটা খটকা লাগিছে। চকুৰে নজৰ দিব নোৱাৰিলে সি তাৰ শুঁৰৰ সহায় লয়। শুঁৰডাল ঘূৰাই ঘূৰাই ওপৰলৈ বা তললৈ সি বতাহৰ পৰা গোন্ধ লয় আৰু বতাহৰ পৰা বেয়া গোন্ধ পালেই বিপদ। তেতিয়া সি পূৰাপূৰি ঘূৰি লৈ তাৰ শত্ৰুক চাই লয়। তাৰ পিছতেই আৰম্ভ কৰে উদ্যোগ পৰ্ব। শুঁৰডাল প্ৰথমতে কোচাই ল'ব আৰু কাণদুখন মেলি দিব। লগে লগে বাজনা বাজি উঠিব। অৰ্থাৎ শুঁৰেৰে গুড়, গুড় কৰি এক ধৰণৰ শব্দ কৰিব। বেছ তাৰ পিছত একেবাৰে সাক্ষাৎ যমদূতৰ মূৰ্তি ধাৰণ কৰি বন-জংঘল কঁপাই খেদি আহিব। এই সকলো কথা আমি জানো। তথাপি অনেক সময়ত ভুল হৈ যায় আৰু সেই ভুলৰ মাচুল দিবলগীয়া হয়। মই কিষান লালৰ কথাকে কৈছোঁ। কিষাণলালৰ সন্ধানত প্ৰায় চাৰি মাহ ধৰি বন-জংঘল চলাথ কৰি ফুৰিছিলোঁ। তথাপি তাৰ একো সন্ধান নাপালোঁ। কিন্তু তাৰ আশা ত্যাগ কৰা নাই। এদিন দলবান্ধি চুপ-চাপকৈ জংঘলৰ মাজেৰে গৈ আছোঁ। দলটো অৱশ্যে খুব ডাঙৰ নহয়। মাত্ৰ তিনি-চাৰিজনৰহে দল। বেছি মানুহ আমি ইচ্ছা কৰিয়েই নিয়া নাই। মানুহ বেছি হ'লে শব্দ হ'ব, কথা পাতিব। ফলস্বৰূপে কাম কৰাৰ অসুবিধা হ'ব। আমি অৱশ্যে খোজ কাঢ়িয়েই অগ্ৰসৰ হৈছোঁ হাতীৰ পিঠিত উঠি নহয়। কিষাণলাল ডাঙৰ-দীঘল চেহেৰাৰ হাতী। কিন্তু সি যেতিয়া এৰাই গুচি গৈছে তাৰ ওপৰত আৰু কি ভৰসা কৰিব পাৰি? কোনে জানে এতিয়া বা তাৰ মেজাজ কেনেকুৱা হৈছে। যদি সি আমাৰ পোহনীয়া হাতীৰ ওপৰত হাম্‌লা কৰে তেতিয়াহ'লে অযথা ধৰণে দিগদাৰীত পৰিব লাগিব। এই সকলোবোৰ কথা ভাবিয়েই আমি

খোজ কাঢ়ি গৈ আছোঁ। আমাৰ হাতত বন্দুক, ছুৰী আদি অস্ত্ৰ-সস্ত্ৰ আছে। আমি সকলোৱেই সাৱধান। এজন আগে আগে গৈ আছে হাতীৰ ভৰিৰ খোজ চাই চাই, আনজনে গছৰ ডাল কাটি বাট মোকোলাই গৈ আছে আৰু দুজন হাথিয়াৰ লৈ একেবাৰে সাজু। তেতিয়া দিনৰ সময়। গতিকে লগত কোনো চাকি-বাতি নাছিল। কিছুসময়ৰ পিছত আমি আহি 'আই' নদীৰ পাৰত উপস্থিত হ'লোঁহি। ঠাইখন আমাৰ ধুবাৰ পৰা একমাইল দূৰৈত হ'ব। হঠাতে মোৰ মনটো কিবা যেন আশাত নাচি উঠিল। দেখিলোঁ যে এটা হাতীয়ে পাহাৰীয়া নদীৰ পানীত বহি আৰাম কৰি আছে। তাৰ মূৰটো আৰু পিঠিখন দেখিবলৈ পাইছোঁ। কিছুসময় ধৰি তাক নিৰীক্ষণ কৰি থাকিলোঁ। লৰা-ঢপৰা কৰা বা ভয় খোৱাৰ কোনো কাৰণ নাছিল। নদীৰ পানী গৰাৰ পৰা ভালেখিনি তলত আছিল। নদীৰ গৰাটো ভালেখিনি ওখ আছিল। ইয়াৰ বাহিৰেও দিন দুপৰতে যি হাতী পানীত নামিছে সি নিশ্চয় পোহনীয়া হাতীয়েই হ'ব। আমাৰ কিযাণলাল নহয়তো? তাৰ মুখখন দেখাৰ কোনো উপায় নাছিল। অৱশ্যে হাতীটো ডাঙৰ-দীঘল সেইটো আমি বুজিছিলোঁ। বুদ্ধি কৰি নাচাওঁ কিয়? এই হাতীটো যদি পোহনীয়া হাতী হয় নিশ্চয় সি হুকুম মানিব। এই ভাবিয়েই হাতীৰ পিছৰ ফালৰ পৰা কিছুদূৰ আগুৱাই গৈ মাউতৰ দৰে মাত দিলোঁ— 'পিছে' অৰ্থাৎ আহা। লগে লগে হাতীটোৱে গা-জোকাৰি থিয় হ'ল। তেতিয়া তাৰ আগৰ পৰা গুৰিলৈ ভালকৈ দেখা পালোঁ। সৰ্বনাশ! এয়াতো আমাৰ কিষাণলাল নহয়। এয়াতো এটা অসভ্য প্ৰকাণ্ড বনৰীয়া দঁতাল হাতী। দঁতালটোৱে থিয় হৈ শুঁৰডাল কেইমুহূৰ্তমান উঠা-নমা কৰিলে। তাৰ পিছত শুঁৰডাল কোঁচাই লৈ মূৰটো তুলি কাণ দুখন মেলি দুৰ্বাৰ বেগেৰে আহি নদীৰ গৰাত ধাক্কা মাৰিব ধৰিলে। আমি নদীৰ গৰাৰ ওচৰতেই আছিলোঁ। গতিকে সন্দেহ কৰাৰ কোনো কাৰণ নাথাকিলেও মোৰ সাধাৰণ বুদ্ধিৰে এটা কথা ধৰিব পাৰিছিলোঁ যে ইয়াৰ ওপৰেদি নিশ্চয় পাৰত উঠা ৰাস্তা আছে। ৰাস্তা নাথাকিলে হাতীয়েই বা কেনেকৈ নদীত নামিব। সেইকাৰণেই আৰু বেছি বীৰত্ব নেদেখুৱাই সগৌৰৱে পিছ হুহকি এক নেপালী বস্তিত আশ্ৰয় ল'লোঁ। তাৰ পৰা উকি মাৰি দেখিলোঁ যে আমি যি ভাবিছিলোঁ সেয়েই সত্য। দঁতাল হাতীটোৱে অন্য এটা ৰাস্তাৰে পাৰলৈ উঠি আহিল। তাৰ পিছত আমি য'ত থিয় হৈ আছিলোঁ সেই ঠাইতে সি থমকি থিয় হৈ ৰ'লহি। কিছুসময় শুঁৰেৰে ঠাইখন শুঙি চালে। পিছত সি কি ভাবি বনৰ ফালে গুচি গ'ল ধৰিব নোৱাৰিলোঁ। আমি গোৰৱামি কৰি নদীৰ পাৰত থিয় হৈ থকা হ'লে সেইদিনা নিশ্চয় প্ৰাণ লৈ ধুবালৈ ফিৰি যোৱা নহ'লহেঁতেন।

# চাৰি

এতিয়া নিশ্চয় বুজিব পাৰিছে যে হাতীৰ সন্ধানত বনে-জঙ্গলে ঘূৰি ফুৰাতো মুঠেও এটা জঞ্জালহীন ক্রীড়া-কৌতুক নহয়। পিছে এই কথাও ঠিক যে ফান্দ পেলাই হাতী ধৰাৰ দৰে মনৰ মতন চিকাৰ-খেলা খুব কমেই আছে। এই খেলাত বিপদ কিন্তু পদে পদে। ফান্দীৰ হিচাব ভুল হ'ব পাৰে। কুন্‌কীয়েও ভুল বুজি বা ভয় খাই গৈ উল্টা-পাল্টা কিছু কৰিব পাৰে। জংঘলী হাতীৰ মন-মেজাজ কেতিয়া কোনফালে ঘূৰে সেয়া সকলো সময়তে বুজি পোৱাটো টান। ইয়াৰ বাহিৰেও এনেকুৱা অদ্ভুত ঘটনা ঘটিব পাৰে যিটো কথা আগতে ভবাই নাযায় বা চিকাৰৰ কোনো হিচাপে ঢুকি নাপায়। সেয়েহে প্ৰায় এক হাজাৰ হাতী ধৰা চিকাৰত বিপদ সঙ্কুল জীৱন অতিবাহিত কৰি মই আজি পৰ্যন্ত কি ভাগ্যৰ বলত বাচি আছোঁ সেইটোৱেই আপোনালোকৰ প্ৰশ্ন? উত্তৰটো কিন্তু খুব সহজ। কেৱল মা-কালীৰ দয়ায়, বনদেৱীৰ দয়ায়।

মা-কালী বা বনদেৱীয়েই যে আমাক বচাইছে এয়া কেৱল আমাৰ মুখৰ কথা নহয়। এই কথা আমি গোটেই মন-প্ৰাণ দি বিশ্বাস কৰোঁ আৰু এই বিশ্বাসেই আমাৰ বৰ্ম বা ৰক্ষা-কবচ। এই বিশ্বাসকেই বুকুত বান্ধি আমি বনে-জংঘলে ঘূৰি ফুৰোঁ আৰু সকলো বিপদ-আপদৰ পৰা নিস্তাৰ পাওঁ। মাৰ নাম লৈয়ে আমি চিকাৰত ঘূৰি ফুৰোঁ আৰু ধূৰাত বহিও 'মা'ৰ নামত পূজা কৰিবলৈ নাপাহৰোঁ। এই সকলো পূজা-অৰ্চনাৰ কথা কৈছোঁ শুনক।

হাতী চিকাৰ কৰিবলৈ যোৱাৰ আগতেই পুৰোহিতক মাতি আনি আমি এটা শুভদিন স্থিৰ কৰোঁ। ইয়াকেই কোৱা হয় 'হস্তিযাত্ৰা'। কোন সময়ত কোনফালে যাত্ৰা কৰিলে শুভ হ'ব এই সকলোবোৰ পুৰোহিতে ঠিক কৰি দিয়ে। আমি শাক্ত। আমাৰ কুলদেৱী হ'ল 'মহামায়া'। বিধিমতে হোম আৰু যাগ-যজ্ঞ কৰোঁ। প্ৰথমতে তেওঁৰেই পূজা কৰে পুৰোহিত ডাঙৰীয়াই। আমাৰ মঙ্গল কামনা কৰি প্ৰাৰ্থনা কৰে। মহামায়াৰ পূজাত হিন্দু-মুছলমান বুলি একো নাই। মুছলমান ভাইসকলেও মহামায়াক প্ৰণাম কৰে। তাৰ পিছত যাত্ৰা আৰম্ভ হয়। আমি কৈ থৈছোঁ যে বন-জংঘল, নদ-নদী, পাহাৰ-পৰ্বত ইত্যাদি সকলোবোৰৰ মাজতেই কোনো নহয় কোনো দেৱতাৰ অস্তিত্ব মানো। আমি যেতিয়া জংঘলৰ ধূৰাত থাকোঁ তেতিয়া ভাব হয় যে আমি বনদেৱীৰ খাচ তালুকত আছোঁ আৰু আমাৰ ঘূৰা-ফুৰা, কাজ-কৰ্ম ইত্যাদি সকলোবোৰৰ ওপৰত বনদেৱীৰ চোকা নজৰ আছে। সেইকাৰণে ধূৰাত আমি বিশেষ ধৰণৰ বিধি ব্যৱস্থা মানি চলোঁ। সকলোৱে একে অন্তৰেৰে মিলা-মিছা কৰোঁ, একে ধৰণেই খাওঁ, একে লগে বহা-মেলা, শোৱা ইত্যাদি কৰোঁ। তাত ৰজা-প্ৰজাৰ কোনো ভেদাভেদ নাই। টকা-পইচাও বাকচৰ ভিতৰত নাৰাখে। গাৰুৰ তলত বা বিছনাৰ তলতেই ৰাখে যদিও চুৰি হোৱাৰ সম্ভাৱনা প্ৰায় নাথাকে। যদি কেতিয়াবা হয় তেতিয়াহ'লে আমি শাস্তি দিবলৈ কুণ্ঠাবোধ নকৰোঁ। অৱশ্যে আমি পুলিচত খবৰ নিদিওঁ কিয়নো দিলে গোটেই দলটোৰেই বদনাম হ'ব। কিন্তু পঞ্চায়তী প্ৰথাত বিচাৰ হয় আৰু জৰিমনাও হয়। জৰিমনা

মানে এই ধৰক— 'পাঁচ বটল মদ'। বেচেৰাই বেছিকৈ কন্দা-কটা কৰিলে জৰিমনাৰ পৰিমাণো কমাই দিয়া হয়। বটলৰ সংখ্যা পাঁচৰ পৰা তিনিলৈ নামে। কোনো ধৰণৰেই দুষ্টামি আমি সহ্য নকৰোঁ। কোনোবাই যদি গাঁৱৰ ভিতৰলৈ গৈ অভদ্ৰামি কৰে ধৰক গাঁৱৰ গাভৰু ছোৱালীক ধৰি টনা-টনি কৰে তেতিয়াহ'লে আমিয়েই তাৰ বিচাৰ কৰোঁ। পুলিচক খবৰ নিদিওঁ। বিচাৰত দোষী সাব্যস্ত হ'লে দোষীয়ে যি শাস্তি পাবৰ যোগ্য সেই ধৰণেই দিয়া হয় আৰু সেই শাস্তি তাৰ চিৰদিনৰ বাবে মনত থাকে। আমিতো শীতকালতেই হাতী ধৰাৰ বাবে জংঘললৈ ওলাই যাওঁ। সেইসময়ত জংঘলত শীতৰ প্ৰকোপ বৰ বেছি। সেই হাড় কঁপোৱা শীতত আমি সেই অপৰাধী মানুহজনক মাজৰাতি তুলি আনি শাস্তি হিচাপে নদীৰ ঠাণ্ডা পানীত অন্ততঃ দুঘণ্টা সময় ডিঙিলৈ বুৰাই ৰাখোঁ। এই শাস্তিৰ পৰাই তাৰ গোটেই জনমৰ বাবে শিক্ষা হয়। ভৱিষ্যতেও তাৰ মূৰো সহজতে গৰম নহয়। গাঁৱৰ মানুহে অনেক সময়ত ধূৰালৈ আহি অভিযোগ কৰে। আমি তেতিয়া কওঁ যদি বিচৰা আমি পুলিচত খবৰ দিব পাৰোঁ। যদি আমাৰ হাতত এৰি দিয়া তেতিয়াহ'লে আমি দোষীক শাস্তি দিবলৈ হেলা নকৰোঁ। নিশ্চয় বুজিব পাৰিছে আমাৰ শাস্তি মানেই জৰিমনা। গাঁৱৰ মানুহে সাধাৰণতে জৰিমনা হিচাপে এটা 'খাহী' বা গাহৰিৰ দাম লয়। তাতেইতো দোষীৰ শাস্তি হাচিল হৈ নাযায়। গতিকে ঠাণ্ডা পানীত ডুবাই থৈ এৰি দিয়াটোহে উপযুক্ত শাস্তি।

ধূৰাত থকাৰ সময়তে এই বিধি-ব্যৱহাৰবোৰ যে আমি মানি চলোঁ সেয়া কিন্তু নহয়। দেৱ-দেৱীসকল যাতে আমাৰ প্ৰতি প্ৰসন্ন থাকে তাৰ বাবে আমি বিধিমতে আৰু ভক্তি সহকাৰে পূজা কৰোঁ। জংঘলৰ ভিতৰত সোমাই উৎপাত আৰম্ভ কৰা যেনে— বনৰীয়া জন্তুৰ ওপৰত হাত তোলা একপ্ৰকাৰ অপৰাধৰ দৰে। কিয়নো তেনে কৰিলে বনৰ আৰু হাতীৰ দেৱ-দেৱীসকল আঁতৰ হৈ যাব পাৰে। সেইকাৰণেই আমি পূজা কৰি সিহঁতৰ ওচৰত ক্ষমা বিচাৰোঁ আৰু চিকাৰৰ সাফল্য প্ৰাৰ্থনা কৰোঁ। আমি জানো আপোনালোকে ক'ব যে বনৰ এজন দেৱতা থাকিব পাৰে কিন্তু হাতীৰ দেৱ-দেৱীৰ কথাতো আমি শুনা নাই। আপোনালোকে বাৰু কেনেকৈ শুনিব? কিন্তু এইটো আমাৰ বহুকালৰ পৰাই চলি অহা এটা দৃঢ় সংস্কাৰ আৰু বিশ্বাস। কোনো ধৰণৰ যুক্তি তৰ্কৰ বিচাৰ ইয়াত নাখাটে। কিছু যুক্তি আমাৰো আছে। এই ধৰক বনৰীয়া হাতী ধৰা পৰাৰ আগতে কোনে বাৰু সিহঁতক চলায়? কোনে বাৰু সিহঁতক শত-সহস্ৰ বিপদ-আপদৰ পৰা ৰক্ষা কৰে? কোনে বাৰু সিহঁতক সাৱধান কৰি দিয়ে যে— এই ফালে নাযাবি খোৱাৰ আছে, সেইফালে নাযাবি ফান্দ-ফাড়া বা বন্দুক হাতত লৈ মানুহ বৈ আছে। তেতিয়া আপোনালোকৰ যুক্তিয়ে হাৰ মানে। কিন্তু এইক্ষেত্ৰত আমাৰ যুক্তি চলে। আমি কৈছোঁ যে বনৰীয়া হাতীৰ দল দেৱ-দেৱীৰ শাসনৰ ওপৰত ভিত্তি কৰি চলি থাকে। সেইটো নহ'লে গড়ত পৰি, ফান্দত আবদ্ধ হৈ বা চোৰাং চিকাৰীৰ গুলীৰ আগত পৰি বনৰীয়া হাতীৰ দল হয়তো জংঘলত নাথাকিলহেঁতেন। আমি বিশ্বাস কৰোঁ যে এই দেৱ-দেৱীসকল হ'ল মাউতপীৰ, গণেশ আৰু মা-কালী। আমাৰ বহু কালৰ সংস্কাৰৰ বাবেই আমি বিশ্বাস কৰোঁ যে শতকৰা পঁয়সত্তৰটা হাতী চলে মাউত পীৰৰ নিৰ্দেশত, কুৰিটা হাতী চলি থাকে গণেশৰ বশত আৰু বাকী পাঁচটা হাতী চলি থাকে মা-কালীৰ হুকুমত। নতুনকৈ ধৰা হাতীৰ চকু, মুখ আৰু গাৰ আকৃতি, বৰণ দেখিলেই বুজিব

পাৰি কোনটো কাৰ হাতী। মাউত পীৰৰ হাতীৰ মেজাজ সকলোতকৈ ঠাণ্ডা। অৱশ্যে মাউত পীৰৰ হাতীৰ দলৰ মাজত সকলো ধৰণৰেই হাতী থাকে। গণেশৰ বশত যিবোৰ হাতী থাকে সিহঁতৰ মেজাজো বেছ ঠাণ্ডা। গণেশৰ গজমুণ্ডই বোধহয় গণেশৰ লগত হাতীৰ যোগসূত্ৰ। আমি অৱশ্যে হাতীটোকেই গণেশ বুলি কওঁ। নেপালীসকলে আকৌ গণেশ হাতীক পূজাও দিয়ে, সন্মানো কৰে। দিগদাৰীত পৰা যায় মা-কালীৰ হাতীক লৈ। সিহঁত খঙাল মেজাজৰ হাতী। সিহঁতৰ চকু সদায় ৰঙা হৈ থাকে। কাৰণে-অকাৰণে সিহঁতে জবৰ-দস্তি কৰে, একো খাবলৈ নিবিচাৰে কিন্তু যি পায় তাকেই লিৰিকি বিদাৰি থাকে। যিয়ে খাবলৈ দিয়ে খাবলৈ এৰি তাক মাৰিবলৈ খেদিহে যায়। সিহঁতক শিক্ষা দিয়া কম কষ্টকৰ কাম নহয়। সিহঁতক ঠিকমতে শিক্ষা দিয়াতো সম্ভৱেই নহয়। ফলস্বৰূপে সিহঁত বেয়া হৈ যায় আৰু মানুহ মাৰিবলৈ শিকে। আপুনি ক'ব পাৰে যে তেতিয়াহ'লে ইমান জঞ্জালত পৰাৰ দৰকাৰ কি? মা-কালীৰ হাতীবোৰ এৰি দিলেইতো হয়। ইমান কষ্ট কৰি ধৰা হাতীক এৰি দিবলৈ প্ৰাণে নিবিচাৰে। আনহাতে কষ্ট নকৰিলে ভাগ্যতেই বা মিলিব কি? এবাৰ কষ্টকৰ কেনেবাকৈ মা-কালীৰ হাতীক শিক্ষা দি বশ কৰিব পাৰিলে সেই হাতী সকলোতকৈ শ্ৰেষ্ঠ হৈ পৰে। কিন্তু এই প্ৰসঙ্গত এটা প্ৰশ্ন উঠিব পাৰে যে মা-কালীৰ লগত হাতীৰ সম্পৰ্ক কি? হাতী মা-কালীৰ বাহনো নহয়। সেই কথা অৱশ্যে ঠিকেই। কিন্তু মোৰ মনত এনে এটা ধাৰণা হয় যে মা-কালীৰ লগত কাঢ়া মেজাজৰ হাতীৰ সম্পৰ্কৰ মূল কথা হ'ল ভয়। কাৰণ মা-কালীক আমি ভয় কৰোঁ। সেই কাৰণে যিবোৰ হাতীক ভয় কৰি চলা উচিত সেইবোৰ হাতীকেই মা-কালীৰ হাতী বুলি ধৰি লোৱা হয়। এইবাৰ শুনক মাউত পীৰৰ পূজাৰ নিয়ম-কানুন।

আগতেই কৈছোঁ যে হাতী ধৰাৰ পিছতেই আমি বুজিব পাৰোঁ যে হাতীটো কাৰ। চাওঁতে চাওঁতে অনুমান কৰিব পৰা হৈছোঁ। তথাপি ভুল যে একেবাৰে নহয় এনেকুৱাও নহয়। থাওক বাৰু সেই কথা। ধৰা পৰা হাতীটোক যদি আমি মাউত পীৰৰ হাতী বুলি ঠিক কৰোঁ তেতিয়াহ'লে পিছৰ দিনাই মাউত পীৰৰ পূজাত বহোঁ। খুব সহজ-সৰল কথা। উপকৰণ বুলিবলৈ কেৱল দুটা মুৰ্গী আৰু নৈবেদ্য। দলত যদি মুছলমান থাকে সিয়ে মুৰ্গী দুটা জবাই কৰি দিয়ে। আমি অৱশ্যে নিজেও সেইটো কৰিব পাৰোঁ। ধুতী পিন্ধা থাকিলে ধুতীৰ পোন্ধটো খুলি দি পশ্চিমৰ ফালে মুখ কৰি পূজা দিব লাগে। মন্ত্ৰ বুলিবলৈ বিশেষ কিছু নাই। গলগলীয়া মাতেৰে সংস্কৃত বা আৰবী-ফাৰ্চীতে মন্ত্ৰ পঢ়ি যাব পাৰে। বামুণ বা মোল্লা জংঘলত ক'ত পাব আৰু ই দৰকাৰেই বা কি? মইতো কেৱল বন-জংঘলতে ঘূৰি ফুৰোঁ। মইতো মোটামুটি ১৪টা ভাষা জানো। সেই বনৰ দেৱতাই সংস্কৃত বা আৰবী-ফাৰ্চী ভাষাৰ বাহিৰে একোকে বুজি নাপায় এইটো বাৰু কেনেকুৱা কথা? সেইকাৰণে ভাষালৈ মই মুঠেই মূৰ নঘমাও। আমাৰ কেৱল মনোবলৰহে দৰকাৰ। সেইকাৰণে আমি আল্লাহ ৰছুলক মুৰ্গী আৰু নৈবেদ্য নিবেদন কৰি ভক্তিভাৱে প্ৰাৰ্থনা কৰি কওঁ— আমি তোমাৰ বনৰ এটা হাতী ল'লোঁ তুমি আমাৰ অপৰাধ ক্ষমা কৰিবা। তাৰ পিছত যেতিয়া হাতীটোৰ গাত হাত দিয়া হয় তেতিয়া সেই জনপ্ৰিয় গানটো আমি সকলোৱে মিলি গাই যাওঁ—

আল্লাহ্ আল্লাহ্ বল ৰে ভাই, হায় আল্লাহ্ ৰসুল,

কোন মহালেৰ হাতিৰে ভাই, হায় আল্লাহ্ ৰসুল?
... ... ... মহালেৰ হাতিৰে ভাই, হায় আল্লাহ্ ৰসুল।
কোন বা ফান্দীৰ ধৰাৰে ভাই, হায় আল্লাহ্ ৰসুল?
... ... ... ফান্দীৰ ধৰাৰে ভাই, হায় আল্লাহ্ ৰসুল।
কোন মাহুতেৰ দোহাৰ ৰে ভাই, হায় আল্লাহ্ ৰসুল?
... ... ... মাহুতেৰ দোহাৰ ৰে ভাই, হায় আল্লাহ্ ৰসুল।

মহল, ফান্দী আৰু মাউতৰ নামবোৰ ঠিক ঠাইত বহুৱাই দিলেই গানটো গোৱা হৈ যায়। কোৱা বাহুল্য যে চিকাৰীৰ দলত হিন্দুও থাকে মুছলমানো থাকে। কিন্তু ভেদাভেদ নাথাকে। ইয়াৰ বাহিৰে এইবোৰ সংস্কাৰ আৰু বিশ্বাস হিন্দুৰো আছে মুছলমানৰো আছে। সেইকাৰণে হিন্দুসকলেও আল্লাহ্ ৰসুলৰ ওচৰত প্ৰাৰ্থনা জনায় আৰু মুছলমানসকলেও মা-কালীক নমস্কাৰ জনায়।

যদি বুজি পোৱা যায় যে ধৰা পৰা হাতীটো মা-কালীৰ, তেতিয়া কালী পূজাকেই কৰোঁ। হাতীটো যে মা-কালীৰ এই কথাটো বুজিবলৈ বিশেষ বুদ্ধিৰ প্ৰয়োজন নহয়। কালী পূজা আমি সাধাৰণতে নদীৰ পাৰৰ পৰিষ্কাৰ ঠাইতে কৰোঁ। উপকৰণ— দুটা ক'লা পাৰ চৰাই বা দুটা ক'লা পঠা আৰু নৈবেদ্য। প্ৰাৰ্থনাতো একেই শৰণাগতৰ সুৰ— 'হে মা-কালী, তোমাৰ এটা হাতী ধৰিছোঁ। এই পূজা লৈ তুমি সন্তুষ্ট হৈ তোমাৰ ঠাইলৈ গুচি যোৱা আৰু খুব সোনকালে হাতীটোক বশলৈ আনি দিয়া। তাৰ পিছত আমি নদীৰ পানীত নামি ফুল আদি দি প্ৰণাম কৰোঁ।

গণেশ হাতীৰ বেলিকা গণেশৰ পূজা দিওঁ। গণেশৰ পূজাত ক'লা ৰঙৰ বাহিৰে অন্য ৰঙৰ পাৰ চৰাই এৰি দিওঁ আৰু নৈবেদ্য দিওঁ। চাকি জ্বলাওঁ আৰু বগা, ক'লা, ৰঙা নিচান উৰুৱাও। প্ৰাৰ্থনা সেই একেই ধৰণৰ।

ইয়াৰ পিছত সাত চিকাৰীৰ পূজা। সাত চিকাৰীৰ পূজাই হ'ল আচল বনদেৱীৰ পূজা। প্ৰথমতে যি দেৱ-দেৱীৰ হাতী তেওঁলোকে সেই দেৱীৰ পূজা কৰি নিবলগীয়া হয়। যেনে— মাউত পীৰ, গণেশ বা মা-কালীৰ পূজা। তাৰ পিছত সাত চিকাৰীৰ পূজাৰ পাল। সকলো হাতীৰ বেলিকাই এই পূজা কৰাৰ প্ৰচলন আছে। যুক্তিটো কি হ'ব পাৰে সেইটো নিশ্চয় বুজিব পাৰিছে। সকলো হাতীয়েই বনদেৱীৰ খাচ-তালুকৰ প্ৰজা। গতিকে তেওঁক সদায়েই সন্তুষ্ট কৰি ৰাখিব লাগিব। যাৰ হাতীয়েই ধৰা নপৰক, তেওঁ পূজা ঠিকেই পাব। বনদেৱীৰ মানে সাত চিকাৰীৰ পূজাৰ উপকৰণ হ'ল— হাতী প্ৰতি দুটাকৈ ক'লা ৰঙৰ বাহিৰে অন্য ৰঙৰ পাৰ চৰাই, গাখীৰ-চেনি আৰু ফলমূলৰ নৈবেদ্য। মন্ত্ৰৰ ধৰণো সেই একেই ধৰণৰ— আমিতো বনৰ হাতী ধৰি আনিছোঁ; ন্যায় হওক বা অন্যায় হওক এইটো আমাৰ পেছা আৰু নিচা। তুমি পূজা লৈ সন্তুষ্ট হোৱা। আমাক আৰু হাতী ধৰাই দিয়া তেতিয়াহ'লে তোমাক আকৌ পূজা দিম।

এটা কথা ক'বলৈ পাহৰি গৈছোঁ— এই বুঢ়া বয়সত বাৰু দোষ কি? জংঘলত আস্তানা স্থাপন কৰাৰ পাছৰ পৰা আমি পূজাত বহোঁ। এটা এটা কৈ সকলো দেৱ-দেৱীৰ পূজা ঠিক ভাগ কৰি লওঁ। তাৰ পিছত যাৰ যেতিয়া হাতী ধৰা পৰে তেতিয়াই তাৰ পূজা দিয়া হয়।

কিন্তু আগতেই কৈছোঁ যে অন্য দেৱ-দেৱীৰ পূজা একবাৰ, কিন্তু বনদেৱীৰ পূজা বাৰ বাৰ।

আপুনি আগতেই শুনিবলৈ পাইছে যে গোটেই পৃথিৱীজুৰি ভগৱানৰ ৰাজত্ব— এয়েই হ'ল আমাৰ বিশ্বাস। এই বিশ্বাস আমি নদ-নদীৰ ক্ষেত্ৰতো মানি লওঁ। ভাবোঁ যে নদীৰ মাজতো তেওঁ আছে। সেয়েহে যি নদীৰ পানী আমি খাওঁ সেই নদীত কেতিয়াও শৌচ-প্ৰস্ৰাৱ নকৰোঁ। পানীৰ যদি একান্তই অভাৱ হয় তেতিয়াহ'লে আমি চাহাবী ধৰণে কাপোৰেৰে মল-মূত্ৰবোৰ মচি পেলাওঁ। সেয়াও ভাল। তথাপি নদীৰ পানী যি কোনো কাৰণতেই লেতেৰা নকৰোঁ। কিয়নো আমি বিশ্বাস কৰোঁ নদীৰ পানীতো দেৱতা আছে। ইয়াৰ বাহিৰেও আমি থাকোঁ আগৰ ফালে। গতিকে ওপৰৰ ফালৰ পানী লেতেৰা কৰিলে নদীৰ নামনিৰ ফালে পানী একেবাৰে লেতেৰা হৈ পৰে। নদীৰ পূজাও আমি কৰোঁ। খুব চাধা-চিধা ধৰণৰ পূজা। নদী পাৰ হৈ যাবৰ সময়ত হাতীয়ে প্ৰতি একোটাকৈ সিকি নদীত পেলাই দিওঁ। এইটোৱেই হ'ল নদী পাৰ হোৱাৰ বাবে দিয়া মুদ্ৰা। ৰজাৰ ঘৰৰ কড়িৰ দৰে নদী পাৰ হ'বলৈও কড়ি লাগিবই। তাৰ পিছত যথাৰীতি মতে পাৰ চৰাই, নৈবেদ্য, গাখীৰ আৰু নিচান ইত্যাদি দিব লাগে। প্ৰাৰ্থনা সেই একেই ধৰণৰ।

এইবোৰ নীতি-নিয়ম যে কেৱল আমিয়েই মানি চলিছোঁ এনে নহয়। বাংলা আৰু অসমৰ বন-জংঘলেই হ'ল হাতীৰ প্ৰকৃত বাসস্থান। সেয়েহে বাংলা আৰু অসমৰ গোটেই বন-জংঘলৰ এলেকা ধৰি এই সকলো বিধি-বিধানৰ ৰাজত্ব। চিকাৰী জীৱনৰ বিভিন্ন সময়ত কঠোৰ দায়িত্ব থকাৰ উপৰি থাকে পদে পদে বিপদ, বাধা-বিঘিনি। গতিকে আমি সকলো নীতি-নিয়মকে মনযোগ দি মানি চলোঁ আৰু ভগৱানৰ ওচৰত আমাৰ প্ৰাণবোৰৰ দায়িত্ব অৰ্পণ কৰি আমি বনে বনে হাতীৰ সন্ধানত ঘূৰি ফুৰোঁ। আমি একান্তভাৱেই বিশ্বাস কৰোঁ যে বিপদ-আপদত তেৱেঁই একমাত্ৰ ভৰসা। এই বিশ্বাসৰ অবিহনে আমাৰ দৰে চিকাৰ পাগল যাযাবৰৰ বাৰু কি গতি হ'ব পাৰে কওকচোন?

# পাঁচ

হাতী সম্পৰ্কে মাত্ৰ দুই-চাৰিটা পূজা-অৰ্চনা বা বিধি-বিধানৰ কথা কোৱা হ'ল।

কিন্তু হাতী সম্পৰ্কে কিমান যে পূজা-পদ্ধতি, ৰূপকথা, কিংবদন্তি আৰু লোকগীত আছে তাৰ কথা কৈ শেষ কৰিব নোৱাৰি। এই সকলোবোৰ গোটাই মেলি সজাই পৰাই তুলিব পাৰিলে এখন সুন্দৰ কিতাপ হ'ব। সেইবোৰৰ ওপৰত ঠাই বিশেষে যদি টীকা-টিপ্পনী লিখিব পাৰি তেতিয়া হ'লেতো কথাই নাই। কিন্তু সেই কাম পণ্ডিতলোকৰ বাবেহে মোৰ দৰে জংঘলী লোকৰ নহয়। পিছে বন-জংঘলৰ জন্তু-জানোৱাৰ লৈয়েতো মই গোটেই জীৱনটোকে কটালোঁ। সেইবাবে মোৰ জোলোঙাতো কিছু জমা হৈ আছে। সেই জোলোঙাৰ পৰা বিনাসঙ্কোচে আজি মই কিছু আপোনালোকৰ সন্মুখত মেলি ধৰিম।

আমাৰ অসম হাতীৰ দেশ। অসমৰ উপজাতিৰ কথাৰেই আৰম্ভ কৰোঁ। প্ৰথমতে শুনক 'মিকিৰ' আৰু 'মিৰি'সকলৰ কথা। মিকিৰসকল থাকে মিকিৰ পাহাৰত। মিৰিসকল থাকে সমতল ভূমিত। তেওঁলোকেই হাতী বেছিকৈ পোহে আৰু হাতীৰ দ্বাৰা বহু ধৰণৰ কাম-কাজ কৰে। খেতিৰ কামতো হাতীৰ দৰকাৰ হয়। হাতী তেওঁলোকৰ জীৱনসঙ্গীৰ দৰে হৈ পৰিছে। হাতী নাথাকিলে তেওঁলোকৰ দৈনন্দিক জীৱন যেন অচল। এওঁলোকৰ গাভৰু ছোৱালীবোৰেও হাতীৰ ওপৰত প্ৰভুত্ব চলাই আৰু নিৰ্ভয়মনে হাতীৰ লগত উঠা-বহা কৰে। সেই ঠাইবোৰত সাধাৰণ লোকৰ পদূলি মুখতো একোটাকৈ হাতী দেখিবলৈ পাব। হাতীৰ খোৰাকৰ বাবে তেওঁলোকে মূৰ ঘমাব নালাগে। বন-জংঘলত হাতীৰ খাদ্যৰ অভাৱ নাই। হাতীক শিক্ষা দিয়াৰ পিছতেই বনত এৰি দিয়ে। বনতেই সি আপোন মনে চৰি ফুৰে। অৱশ্যে তাৰ ভৰিত এডাল দীঘল শিকলিৰে বন্ধা থাকে। সেইটো মাত্ৰ এটা চিন। পোহনীয়া হাতী বুলি তাক চিনি পোৱাৰ এটি উপায়। ইয়াৰ উপৰি শিকলিৰে বন্ধা হাতীটো যিফালেই যাওক বাটে বাটে শিকলিৰ ছাপ পৰি যায়। সেই চাপৰ আঁত ধৰি দুই-চাৰি দিন পাছে পাছে মালিকে গৈ চাই আহে হাতীটো ক'ত আছে। দৰকাৰ হ'লে মালিকে হাতীটো ঘৰলৈ আনি 'মেড়া' খুৱায় যিটো হাবিত পোৱা নাযায়। 'মেড়া' কথাটো মিকিৰ আৰু মিৰিসকলেই কয়। এই কথাটো আমি সিহঁতৰ পৰা ধাৰ কৰিছোঁ। এই বস্তুটো তৈয়াৰ কৰিবলৈ ভাতত পানী ঢালি পচিবলৈ দিয়া হয়। তেওঁলোকৰ নিজা পদ্ধতিৰে এই পচন প্ৰক্ৰিয়াৰ কাম শেষ কৰে। ইয়াৰ পিছত ওপৰৰ পানীখিনি সিহঁতে খায়। তলত পৰি থকা ডাঠখিনি হাতী, গাহৰি আৰু গৰুৱে খায়। 'মেড়া' খুব শক্তিদায়ক। হাতীয়ে খালে হাতীৰ শৰীৰটো গৰম হৈ থাকে। সিহঁতে মেলা চিকাৰ পদ্ধতিৰেই হাতী ধৰে। এনেয়ে তেওঁলোকে হাতীৰ গাত হাত নিদিয়ে। বৰং সিহঁতে হাতীক পূজা কৰে। সেই পূজাৰ পদ্ধতি নানা ধৰণৰ। ধৰক যি বাটেৰে হাতীয়ে যাতায়াত কৰে সেই বাটত চাকি জ্বলাই ৰাখে আৰু ফুল ছটিয়াই দিয়ে।

ইয়াৰ পিছত খাছিয়াসকলৰ কথা। নংপোৰ ওপৰলৈ হাতী নাযায়। গতিকে সেই ঠাইৰ

খাছিয়াসকলৰ সংস্কাৰত হাতীৰ বিশেষ স্থান নাই। কিন্তু নামনিৰ ফালে অৰ্থাৎ কামৰূপ আৰু নগাওঁ জিলাৰ সীমাত যিসকল খাছিয়াই বসবাস কৰে তেওঁলোকে হাতীক সম্মান আৰু পূজা কৰে। হাতীৰ ওপৰত কোনো ধৰণৰ উৎপাত বা অত্যাচাৰ এওঁলোকে নকৰে। খেতিৰ সকলো ফচল খাই শেষ কৰিলেও এওঁলোকে হাতীৰ গাত হাত নোতোলে। হাতীৰ নামত চাকি আৰু ধূপ জ্বলাই দিয়ে। সেইবিলাক ঠাই সৰল গছেৰে ভৰা। গতিকে ধূপ-ধূনাৰ কোনো অভাৱ নাই। অনেক সময়ত ধূপ-ধূনা জ্বলালে কামত আহে। হাতীৰ দল খেতি পথাৰৰ পৰা গুচি যায়। নিশ্চয় বুজিব পাৰিছে যে হাতীয়ে চাকিৰ পোহৰ দেখিলেই ভয় খাই বৈ যায় আৰু মুখৰ ঘাঁহ পেলাই থৈ গুচি যায়। কিন্তু খাছিয়াসকলে ভাবে যে হাতীৰ দলে পূজা পাই সন্তুষ্ট হৈ গুচি গৈছে। ইয়াৰ লগতে গাৰোসকলৰ কথাও কওঁ। গাৰোসকলে হাতীক খুব সমীহ কৰে আৰু পূজা দি থাকে। হাতীৰ ওপৰত এওঁলোকে কোনো জোৰ-জুলুম নকৰে। গাঁৱে গাঁৱে এওঁলোকৰ গণমাচাং থাকে। গাঁৱত হাতী সোমালে গাঁৱৰ মানুহে গণমাচাংত আশ্ৰয় লৈ প্ৰাণ বচাবলৈ চেষ্টা কৰে। ইয়াৰ বাহিৰেও হাতীৰ কবলৰ পৰা ৰক্ষা পৰিবৰ বাবে তেওঁলোকৰ দেৱতাৰ পূজা কৰে। সিহঁতৰ হাতী পূজা কৰাৰ বিধিও আছে। হাতী চলাচল কৰা ৰাস্তাৰ ওপৰত এওঁলোকে পোৱালি মুৰ্গী এৰি দি আহে। কিন্তু ইয়াৰ কাৰণ যে কি সেইটো তেওঁলোকে নিজেও নাজানে আৰু আমিও ঠিক বুজি নাপাওঁ। তেওঁলোকৰ লগত আমি আলোচনাও কৰিছোঁ। কিন্তু সকলোৱে উত্তৰ এক— আমাৰ পিতৃ-পিতামহে যি কৰি গৈছে আমিও তাকেই কৰি আছোঁ। কিন্তু আমি ভাবি-চিন্তি এই পূজা পদ্ধতিৰ এটা অৰ্থ থিয় কৰাইছোঁ। অৰ্থটো হয়তো একেবাৰে মনেসজা। তথাপি সেইটোকে কৈ দিলোঁ। পোৱালি মুৰ্গী বেছি দূৰ উৰি যাব নোৱাৰে গতিকে ৰাস্তাতেই পৰি থাকিব। হাতীয়ে তাক দেখিলে চকুখাই উঠিব। হঠাত এটা অচিনা শব্দ শুনি হাতীয়ে হয়তো গাঁৱত নোসোমাই ফিৰি যাব পাৰে। এটা কথা এওঁলোকে কাৰোবাক কিম্বা শাও দিলে হাতীৰ নামকে ব্যৱহাৰ কৰে। 'তোক হাতীয়ে ধৰক' এই ধৰণৰ শাও দিয়া কথা তেওঁলোকৰ মুখত লাগিয়েই থাকে।

ইয়াৰ পিছত শুনক 'মছিয়া' বা মেছসকলৰ কথা। ইফালে যি সকলক মেছ বোলে আমি তেওঁলোকক 'বড়ো' বুলি কওঁ। আমাৰ দেশত মেছক মেছ বা মেছিয়া বুলিলে ৰক্ষা নাপাব। তাৰ কাৰণ? আমাৰ দেশৰ মানুহৰ ধাৰণা যে মেছ কথাটো ম্লেছৰ পৰা আহিছে। ধাৰণাটো যে কিমান সত্য সেইটো উদ্‌ঘাটন কৰি চাইছে জানো। সেয়া যাওক। মেচসকলে নিজেই বড়ো বুলি পৰিচয় দিয়ে। মেচসকল পাহাৰৰ নামনিৰ বাসিন্দা। ঠাইখন হাতীৰ এলেকাৰ মাজতেই পৰে। সেইকাৰণে মেছসকলৰ সমাজত হাতী আৰু গণেশ পূজাৰ খুব প্ৰচলন আৰু আছে ওজাৰ প্ৰবল প্ৰভাৱ। এই ওজাসকলৰ মন্ত্ৰৰ জোৰতেই হাতীৰ দলে দলে হাতী আঁতৰাই নিব পাৰে। নেপালী ভাষাত এই ওজাসকলক 'ঝাকড়ি' বোলে। ঝাকড়িসকলে নিজৰ ভাষাত যিবিলাক মন্ত্ৰ আওৰাই থাকে তাৰে বিন্দুমাত্ৰও আমাৰ মূৰত নোসোমায়। পিছে মেছসকলে বিপদৰ সময়ত এই ঝাকড়ি (ওজা) সকলৰেই শৰণাপন্ন হয়। এয়া কেৱল বিশ্বাসৰ কথাহে। হাতী খেতিৰ ভিতৰত সোমালে বা ঘৰ-দুৱাৰৰ ওচৰলৈ আহিলে এওঁলোকে ৰাতি জুই দেখুওৱায়। ইয়াত অগ্নি পূজাৰ কোনো উপকৰণ নাই বুলিয়েই মনত ভাব হয়। হাতীক ভয় দেখুৱাৰ বাবেই বোধহয় এই জুই জ্বলোৱাৰ ব্যৱস্থা। এই ব্যৱস্থা এওঁলোকে ধানখেতিৰ আশে-পাশে কৰে। পকা ধানৰ লোভতেই

হাতীবোৰ আহে। মেছসকলৰ দৰেই ৰাভাসকলেও হাতীৰ পূজা কৰে। ৰাভা আকৌ তিনি শ্ৰেণীৰ। 'পাতিৰাভা', 'মাইতুৰিয়া ৰাভা', আৰু 'ৰং দানিয়া ৰাভা'। পাতিৰাভাই আমাৰ ভাষাকেই কয়। মাইতুৰিয়া থাকে নামনিত আৰু ৰংদানিয়া থাকে পাহাৰত। সিহঁতৰ নিজৰ নিজৰ ভাষা আছে। শেষৰ দুই শ্ৰেণী ৰাভাই হাতীক সন্মান আৰু পূজা কৰে। হাতী ধৰা বা মাৰাৰ কথা তেওঁলোকে ভাবিবই নোৱাৰে। পিছে পাতিৰাভাই হাতীৰ কাম কৰে কিন্তু হাতী নধৰে। কামৰূপৰ মাউত আৰু ফান্দীৰ মাজত শতকৰা পঁয়সত্তৰজনেই পাতিৰাভা। যেনেকৈ 'থাৰু'সকল। আপোনালোকে নিশ্চয় জানে যে নেপালীসকলৰ মাজত 'থাৰু' বুলি এক শ্ৰেণীৰ লোক আছে। এওঁলোকৰ বসবাস নেপালৰ সমভূমিত। হাতীৰ কাম এওঁলোকেই বেছিকৈ কৰে। এওঁলোকৰ ভাষা— না-হিন্দী, না-নেপালী।

এইবাৰ উপজাতি প্ৰতিবেশীৰ ওচৰৰ পৰা বিদায় লৈ মোৰ মাতৃভূমি গোৱালপাৰা জিলালৈ আহিছোঁ। গোৱালপাৰাৰ কিংবদন্তি আৰু লোকগীতিত হাতীয়ে বহুখিনি ঠাই অধিকাৰ কৰি আছে। হাতীৰ লগত আছে মাউত আৰু ফান্দী। সেইবোৰ লোকগীতৰ লগত আমাৰ সৰুকালৰে পৰাই পৰিচয়। মোৰ জীয়ৰী শ্ৰীমতী প্ৰতিমা পাণ্ডেই আপোনালোকক বহুতো গান শুনাইছে। মোৰ বাইদেউ শ্ৰদ্ধেয়া শ্ৰীমতী নীহাৰ বৰুৱাই হাতী সংক্ৰান্তিয় লোকগীত আৰু কিংবদন্তি লৈ পঢ়া-শুনা কৰিছে আৰু লিখিছেও। সেইবাবেই কৈছোঁ আপুনি তেওঁৰ লিখাবোৰ পঢ়িলেই যথেষ্ট হ'ব।

অশেষ বিপদ-আপদ মূৰৰ ওপৰত লৈ মাউত আৰু ফান্দীসকলে হাতী ধৰাৰ আশাত বনে বনে ঘূৰি ফুৰে। এই কাম খুব সহজ নহয়। অলপমান অসতৰ্ক হ'লেই সৰ্বনাশ হৈ যাব পাৰে। সেয়েহে মাউত ফান্দীৰ দল সদায় সতৰ্ক থাকে। পিছে ৰাতিৰ অৱসৰ মুহূৰ্তত তেওঁলোকৰ মনটো উৰা মাৰে দূৰণিৰ ঘৰত এৰি থৈ অহা কম বয়সীয়া প্ৰিয়জনৰ ওচৰলৈ। এই ঘৰমুৱা মনৰ কথা আৰু বেথাক ধৰি ৰাখিছে লোকগীতৰ ভাষা আৰু সুৰৰ মাজত। এয়া লোককবিৰ এক বৈশিষ্ট্য। তাৰেই নমুনা হিচাপে দুটি লোকগীত তুলি দিলোঁ। আশাকৰোঁ এই লোকগীতকেইটা আপোনালোকৰ ভালেই লাগিব; যেনে—

'হস্তীৰ কন্যা, হস্তীৰ কন্যা বামুণেৰ নাৰী,
মাথায় নিয়া তাম কলসী, ও সখি হস্তে সোণাৰ ঝাৰি।
সখিও— ও মোৰ হয় হস্তীৰ কন্যাৰে—
খানিকো দয়া নাই মাহুতেৰ লাগিয়াৰে।
পাওিৰা[১] কৰিয়া কন্যা ঝাড়েয়া দিলেন পাওঁ[২]
মাথাৰ উপৰ কাল-জিটি[৩], ও সখি কৰে পঞ্চৰাও[৪]।
বালুটিল্ টিল্[৫] পঙ্খী কান্দে বালুতে পড়িয়া।
গৌৰীপুৰিয়া[৬] মাহুত কান্দে, ও সখি ঘৰ বাড়ি ছাড়িয়া।
আই ছাড়িলং[৭] ভাই ছাড়িলং, ছাড়িলং সোণাৰ পুৰী।
বিয়াও কৰিয়া ছাড়িয়া আসিলং ও সখি অল্প বয়সেৰ নাৰী।'

---

১। শুভ লগ্ন দেখা, ২। পা, ৩। কালৰূপী টিক্-টিকি, ৪। পঞ্চ ধ্বনি, ৫। সৈকত বিহাৰী পক্ষী বিশেষ, ৬। গৌৰীপুৰেৰ, ৭। মা ছাড়িলাম।

জংঘলী হাতী ধৰি আনি প্ৰথমতে শিক্ষা দিয়াৰ সময়ত এই বিশেষ লোকগীতটি গোৱা হয়। শিক্ষাৰ আৰম্ভণিতে অৱশ্যে 'আল্লাহ ৰসুল'ৰ নাম লোৱাটোৱেই ৰীতি। সেই লোকগীতটোৰ কথা আগৰ অধ্যায়ত কৈছোঁ। সেয়া যি হওক, এই লোকগীতটোৰ প্ৰথমতে আছে জংঘলী হাতীৰ ওচৰত দয়া ভিক্ষাৰ সুৰ— নিজে যাচি আহি পোহ নামানিলে হাতীৰ দৰে প্ৰকাণ্ড শক্তিশালী জন্তু এটাক গাৰ জোৰেৰে শিক্ষা দিব নোৱাৰি। তাৰ পিছত ধৰা পৰা হাতীটোৰ প্ৰতি মায়া-মমতাৰ সুৰ বাজি উঠিছে লোকগীতৰ মাজত। যাত্ৰাৰ সময়ত কুলক্ষণীয়া টিক্‌টিকিয়ে পাঁচবা শব্দ কৰি অমঙ্গলৰ ইঙ্গিত দিয়াৰ বাবেই যেন হাতীটোৰ এনেকুৱা বন্দী দশা। সৰ্বশেষত নিজৰ বিৰহ বেদনাৰ করুণ কথা। ইয়াতেই এটা কথা কৈ থওঁ যে মাইকীয়েই হওক বা মতায়েই হওক সকলো হাতীকেই হস্তিৰ কন্যাৰ প্ৰতীকৰূপে ধৰি লোৱাতো অতীতৰ পৰা চলি আহিছে। কিন্তু কিয়? আকৌ বামুণৰ নাৰীয়েই বা হস্তিৰ কন্যা হ'ল কেনেকৈ? সেই কথা পিছত ক'ম।

মাউতৰ পত্নীৰ বিৰহ-বিচ্ছেদৰ মন গলোৱা কথা—
'(ওকিও) ও মোৰ দান্তাল হাতিৰ মাহুতৰে,
যেদিন মাহুত শিকাৰ যায়, নাৰীৰ মন ঝুৰিয়া ৰযৰে।
(ওকিও) ও মোৰ সাৰীন[৮] হাতিৰ মাহুতৰে
যেদিন মাহুত উজান যায়, নাৰীৰ মন পুড়িয়া ৰযৰে।
আকাশতে নাইৰে চন্দ্ৰ কি কৰে তোৰ তাৰা,
যেবা নাৰীৰ সোয়ামি নাইৰে ও তাৰ দিনে অন্ধিহাৰা
পুষ্কৰণীতে নাইৰে পানি, নৌকা ক্যামন চলে,
যেবা নাৰীৰ পুৰুষ নাইৰে ও তাৰ ৰূপে কি কাম কৰে।
(ওকিও) ও মোৰ টুই[৯] হাতিৰ মাহুতৰে
যেদিন মাহুত জংঘল যায়, নাৰীৰ মন মোৰ কান্দিয়া ৰয়ৰে।

তথাপি দন্তাল, সাৰীণ, মাখনা বা টুই হাতীৰ মাউতসকল যাবই লাগিব। কিয়নো বন-জংঘলৰ হাত বাউলিতো আছেই। তাৰ ওপৰত হাতী ধৰাৰ নিচাৰ টানটো কম নহয়। প্ৰাণ হেৰুওৱাৰ ভয় য'ত বেছি তাঁলৈকে মানুহে প্ৰাণপণে দৌৰি যায়। বুজিও নুবুজে, শুনিও নুশুনে— ইয়াকে কয় সৰ্বনাশৰ নিচা।

নাৰীৰ মনৰ কথাৰেই এই অংশটি শেষ কৰোঁ। কোৱা বাহুল্য যে এই নাৰী হ'ল নাম নজনা এক কবিৰ মনৰ মাধুৰী দি আঁকা কোনো চিত্ৰকৰৰ ছবি।

'আজি আউলাইখেন[১০] মোৰ বান্দা[১১] ময়ালৰে।
হাতিৰ পিটিত থাকিয়া ৰে মাহুত কিসেৰ বাটুল[১২] মাৰোৰে।।
ওৰে পৰেৰ ঐ কামিনীকে দেখিয়া জ্বলিয়া ক্যানে মৰোৰে।।
হাতিৰ পিটিত থাকিয়াৰে মাহুত থোৰ কলা ভাঙো।

৮। যে স্ত্ৰী হাতিৰ সন্তান হয়নি, ৯। যে স্ত্ৰী হাতিৰ সন্তান হয়েছে, ১০। এলো-মেলো কৰে দিলো, ১১। ঘৰ, ১২। গুলতি।

নাৰীৰ মনৰ কথা তোমৰা কিবা জানো।
ৰাস্তা ছাড়ো, ৰাস্তা ছাড়ো জলেৰ কলস কান্ধে।
মিছা মায়া নাগেয়াৰে মাহুত হাতীৰ মায়া জানো।
নাৰীৰো বেদনাৰে মাহুত কিবা তোমৰা জানোৰে।
বৈদ্যাশিয়া মাহুত তোমৰাৰে, তোমৰা কিসেৰ মায়া।
নাৰীৰ মন ভাঙ্গিয়াৰে মাহুত যাইবেন ছাড়িয়াৰে।'

গোটেই দিনৰ আসুৰিক খাটনিৰ পিছত জুইক আগুৰি ধূৰাত বহি 'দোতাৰা' হাতত ল'লেই গৌৰীপুৰৰ মাউত ফান্দীৰ কণ্ঠত এইবোৰ গানৰ সুৰ বাজি উঠে।

গানৰ বিষয় এৰি এইবাৰ 'হস্তী কন্যাৰ কিংবদন্তি' সংক্ষেপে কওঁ। নদীৰ নাম 'দ্যাওয়া-সিয়া' অৰ্থাৎ 'দৈৱী মায়াময়ী'। ভূটান পাহাৰৰ কোলাত এই নদীৰ তীৰত এটি মাটিৰ পঁজাত বাস কৰিছিল দুজন ব্ৰাহ্মণ আৰু ব্ৰাহ্মণী। ব্ৰাহ্মণে কৰে যজমানি আৰু ব্ৰাহ্মণীয়ে কাটে পৈতাৰ (লগুণ) সূতা। ওচৰৰ গাঁৱৰ ব্ৰাহ্মণসকলে তেওঁৰ পৰাই পৈতাৰ সূতা কিনি নিয়ে। দিনটোৰ উপাৰ্জনৰে তেওঁলোকৰ ভালকৈয়ে চলি যায়। তেওঁলোকৰ খোৱা-লোৱাৰ পাছত যিখিনি থাকি যায় সেইখিনি বনৰ পশু-পক্ষীয়ে খাবলৈ নদীৰ পানীত উটুৱাই দিয়ে। তেওঁলোকৰ এই স্নেহৰ দান পশু-পক্ষীয়ে আনন্দ মনেৰে গ্ৰহণ কৰে। সিহঁতে এই দানৰ প্ৰতিদান হিচাপে মিঠা ফল-মূল ইত্যাদি দিয়ে। বেছ সুখেৰেই দুয়োজন আছিল। কিন্তু ব্ৰাহ্মণীৰ এই সুখ বেছি দিন নিটিকিল। ব্ৰাহ্মণ গ'ল পইচা থকা এক ব্ৰাহ্মণৰ শেষকৃত্য কৰিবলৈ। কিন্তু সেই যোৱাটোৱেই বাহ্মণৰ কাল হ'ল। ব্ৰাহ্মণৰ টকা-পইচা বহুত আছিল আৰু এজনী মাত্ৰ ছোৱালী আছিল। ছোৱালীজনী দেখিবলৈ যিমান কুৎসিত সিমানেই এলেহুৱা আৰু লেতেৰা। ব্ৰাহ্মণৰ বিধৱা পত্নীয়ে এই ব্ৰাহ্মণক ক'লে যে বোপাই মোক কন্যাদায়ৰ পৰা উদ্ধাৰ কৰা আৰু এই সম্পত্তি তোমালোক দুয়োজনে মিলি ভোগ কৰা। সম্পত্তিৰ লোভ ডাঙৰ লোভ। প্ৰথমতে নহয় নহয় কৰিলেও দুখীয়া ব্ৰাহ্মণৰ সম্পত্তি দেখি মূৰ ঘূৰিবলৈ বেছি সময় নালাগিল। শেষত ব্ৰাহ্মণে আকৌ বিয়া কৰালে। বাপেকৰ টকাৰ জোৰ থাকিলে কোনো ছোৱালীৰ বিয়া নোহোৱাকৈ নাথাকে। তাৰ পিছত ব্ৰাহ্মণে যোৱা পাতি নিজৰ ঘৰলৈ উভতিল। আগৰ ব্ৰাহ্মণীয়ে এইবোৰ দেখি হতভম্ব হ'ল। বুজি পালে যে তাইৰ ভাগ্য বিপৰ্যয় হৈছে। চাওঁতে চাওঁতে ব্ৰাহ্মণীৰ মাটিৰ ঘৰৰ ওচৰতে তিনিমহলীয়া ঘৰ উঠিল। চাকৰ-নাকৰ আৰু দাৰোৱানৰ ভিতৰত তিনিমহলীয়া ঘৰটো ৰজনজনাই থাকিবলৈ ধৰিলে। আনফালে আগৰ ব্ৰাহ্মণীয়ে চকুপানীৰে দিন কটাব ধৰিলে। তাতেই ব্ৰাহ্মণীৰ ভাগ্যত কাম এটা মিলিল। কামটো হৈছে প্ৰত্যেক দিনেই সোণৰ কলহলৈ গৈ নদীৰ পৰা পানী তুলি আনিব লাগে। তেতিয়া মাজে মাজে কেতিয়াবা গিৰীয়েকৰ সৈতে দেখাদেখি হয়। ইয়াৰ বাবেই তাই যেন এই পানী অনা কামটো কৰি থাকে— পেটৰ দায়ত নহয়। কামৰ মজুৰি হিচাপে দিনটোৰ শেষত একাঁহী উখহা চাউলৰ ভাত খাবলৈ দিয়ে। কিন্তু সতিনী ঘৰৰ ভাত বুলি তাবে এটাও মুখত নিদিয়ে। বনৰ ফলমূল খায়েই তাইৰ দিনটো চলি যায়। এখন হাতত ভাতৰ থালি আনখন হাতত সোণৰ ঝাৰি আৰু মূৰত তামৰ কলহ লৈ

বননি পাৰ হৈ নদীৰ পাৰে পাৰে গৈ থাকে। বনৰ মাজেৰে গৈ থাকোঁতে বনৰ পশু-পক্ষীয়ে যাব পৰাকৈ হাতত লৈ যোৱা খোৱাখিনি বিলাই দি গৈ থাকে। তাৰ পিছত নদীৰ পাৰত বহি তাইৰ পোৰা কপালৰ কথা চিন্তা কৰি নিজৰ মনটোত তোলপাৰ লগাই থাকে। দুখতে দুয়ো চকুৰ পৰা চকুপানী টোপটোপকৈ সৰি নদীৰ পানীৰ লগত মিলি যায়। আনহাতে গজৰাজে প্ৰায়েই নদীৰ উজানৰ পৰা পানী খাবলৈ নামি আহে। গজৰাজতো অকলে নাহে। তেওঁলোকে সদলবলে আহি নদীৰ পানী খায় আৰু খেলে। এদিন খেলাৰ চলেৰে গজৰাজ গৈ নদীৰ ভাটিত হাজিৰ হ'ল। সেই ঠাইৰ পানী খাই গজৰাজে নিমখৰ স্বাদ পালে। কিন্তু কিয়? সেই কথাটো তাৰ লগত যোৱাসকলে বুজাই দিলে যে— গজৰাজ, নদীৰ ঘাটত গাত চাদৰ লোৱা কন্যা এজনীয়ে নদী পাৰত বহি সদায় কান্দি থাকে আৰু তাইৰ চকুপানী নদীৰ পানীৰ লগত মিহলি হৈ নদীৰ ভাটিৰ ফালৰ পানী নিমখীয়া হয়। এই কথাটো শুনিয়েই গজৰাজে একেবাৰে গৈ ব্ৰাহ্মণীৰ ওচৰত উপস্থিত হ'লগৈ। ব্ৰাহ্মণীয়ে তেতিয়া তামৰ কলহটো মূৰত তুলি হাতত ঝাৰিটো লৈ ঘৰলৈ যাবলৈ খোজ দিবলৈ লৈছে মাত্ৰ। কিন্তু কেনেকৈ যাব পথ বন্ধ। সন্মুখত স্বয়ং গজৰাজ। ব্ৰাহ্মণীৰ মুখৰ পৰা দুখৰ কাহিনী শুনি গজৰাজে ক'লে—' ব্ৰাহ্মণীয়ে যাওঁনে নাযাওঁ বুলি ভাবিব ধৰিলে। এই সময়তে হঠাত নদীত প্ৰবল বানপানী আহিল আৰু নদীৰ পানীয়ে গৰ্জন কৰিব ধৰিলে। ব্ৰাহ্মণীৰ মাটিৰ ঘৰটো ভাঙি পৰিল আৰু ভাহি গ'ল তিনিমহলীয়া ঘৰটো। আতঙ্কত ব্ৰাহ্মণীৰ মুখৰ মাত হৰিল। অতৰ্কিতে গজৰাজে ব্ৰাহ্মণীক পিঠিত তুলি লৈ গ'ল। তাৰ পিছত ফলে-ফুলে জাতিষ্কাৰ হৈ থকা বন ভাঙি গজৰাজ সাতদিন সাতৰাতি গৈ থাকিল। শেষত তেওঁ ভূটান পাহাৰৰ কোলাত অৱস্থিত হাতীৰ ৰাজ্য পালেগৈ। সন্মুখত হাতীৰ দাঁতৰ ৰাজপুৰী। ভিতৰত হাতীদাঁতৰ ৰাজসিংহাসন। গজৰাজে ব্ৰাহ্মণীক সিংহাসনত বহুৱাই দিলে। লগে লগে হাজাৰ হাজাৰ হাতীয়ে 'জয়ধ্বনি' দিলে। কিন্তু নতুন ৰাণীৰ অভিষেকৰ বাবে পানী ক'ত? নতুন ৰাণীক মূৰত তুলি গজৰাজে আকৌ যাত্ৰা কৰিলে। দুইফালে থিয় পাহাৰ, মাজত ৰাস্তা। পথৰ শেষত এক অপৰূপ নিজৰা। গজৰাজে নিজৰাৰ ওচৰলৈ আহি থিয় হ'ল। সেই নিজৰাৰ সাতটা ধাৰাৰ পৰা সাত ৰঙৰ পানী পৰিবলৈ ধৰিলে। সাতটি ঘটত সাতটি ধাৰাৰ সাত ৰঙৰ পানী ভৰোৱা হ'ল। সেই ঘটভৰা পানী গজৰাজে নতুন ৰাণীৰ মূৰত ঢালি দিলে। বেছ— তেতিয়া ৰাণীৰ চেহেৰাৰ ছবিখন একেবাৰে সলনি হৈ গ'ল। ব্ৰাহ্মণী মানে ৰাণী চাই থাকোঁতে থাকোঁতে এজনী সুন্দৰী মাইকী হাতী হৈ গ'ল। তথাপি মূৰ তামৰ কলহৰ চিন এটি বৈ গ'ল। সোণৰ ঝাৰিটো হৈ পৰিল হাতীৰ শুঁৰ। তেতিয়া গজৰাজে ঘোষণা কৰিলে শুনা ৰাণী! এতিয়াৰ পৰা আমি তোমাৰ হুকুম মানি চলিম। তোমাৰ কথাই হ'ব আমাৰ বেদবাক্য। সকলো হাতীয়ে আকৌ জয়ধ্বনি দি সিহঁতৰ সমৰ্থন জনালে। লগে লগে ৰাণীৰ হাতলৈ গুচি গ'ল হাতীৰ দলৰ চলা-ফিৰাৰ দায়িত্ব। তাৰ পিছত নতুন ৰাণীয়েই হাতীৰ সেই বিৰাট দলক পথ দেখুৱাই হাতীৰ দেশলৈ ফিৰাই লৈ গ'ল। লগে লগে কিংবদন্তিও শেষ হৈ গ'ল। ৰং-চং বাদ দিলে কিংবদন্তিটোৰ পৰা কিন্তু এটা বাস্তৱ তথ্য ওলাই পৰে। সেইটো হ'ল মাইকী হাতী দলৰ ৰাণী আৰু তাইৰ ইঙ্গিততেই দল

চলে। মতা হাতী দলৰ পিছত থাকে আৰু দলৰ নিৰাপত্তাৰ ফালে চকু দিয়ে।[১৩]

খবৰ কাগজৰ ভাষাত যাক কোৱা যায়, 'প্ৰত্যক্ষদৰ্শীৰ বিৱৰণ ঠিক তেনেকুৱা ধৰণৰ কথা। হাতী সংক্ৰান্ত দুই-চাৰিটা অবিশ্বাস্য ঘটনাৰ বিৱৰণ। ঘটনাবোৰ অবিশ্বাস্য হ'লেও কিন্তু মুঠেই অবাস্তৱ নহয়। প্ৰথম ঘটনাটো মই নিজ চকুৰেই দেখিছোঁ। সেইবোৰ ঘটনাৰ কথা মনত পৰিলে গোটেই গাৰ নোম শিয়ৰি উঠে। সেয়া হ'ল ১৯৫৪ নে ১৯৫৫ চনৰ কথা। আমি হাতী ধৰিবলৈ গৈছোঁ গোৱালপাৰাৰ হন্টুগাঁও ডিভিজনলৈ। প্ৰধান কেম্প বা ঘাই ধুৰাৰ পৰা হাতীৰ খোজে খোজে ঘূৰি ঘূৰি আমি প্ৰায় ১৫ মাইল দূৰৈৰ সৰলভাঙা নদীৰ পাৰত উপস্থিত হৈছোঁহি। নদীৰ নামটো বৰ সুন্দৰ নহয় জানো? এই নদী জংঘলৰ সৰল গছৰ মাজেৰে বৈ গৈ আছে। তেতিয়া সূৰুযৰ পোহৰে মেলানি মাগিছে। লাহে লাহে অন্ধকাৰ নামি আহিছে। আমি ভাবিলোঁ ইয়াতেই আস্তানা পতাৰ ব্যৱস্থা কৰা যাওক। ৰাতিটো কটাব লাগিব। যা-যোগাৰ কৰিবলৈ আৰম্ভ কৰা হ'ল। যোগাৰ-তোগাৰ মানে বিশেষ কিছু ইলাহি কাৰবাৰ নহয়। ডাঙৰ এডাল গছৰ তলত পৰি থকা আৰু দুটামান ভাত সিজাই পেটত দিয়াই কথা। তাৰ পিছত হৰিণ আদি পশু যদি পোৱা যায় কথাই নাই। হৰিণৰ মাংস পুৰি খাবলৈ খুব ভাল লাগে। ঠাইখন আছিল নেপালীৰ গৰু ৰখা খুঁটি। আমি আছিলোঁ নদীৰ পশ্চিম পাৰে। এনেকুৱা সময়তে দেখিলোঁ যে পূব পাৰৰ পৰা নেপালী ছোৱালীৰ দৰে এজনী ছোৱালী আহি আছে। ভাবিলোঁ যে ছোৱালীজনী গৰুৰ কাৰণে ঘাঁহ কাটিবলৈ নাইবা ঘৰৰ বাবে খৰি কাটিবলৈ আহিছে। গতিকে ছোৱালীজনীৰ প্ৰতি সিমান লক্ষ্য কৰা নাই। হঠাৎ কাণত পৰিল হাতীয়ে গছ ভাঙি আহি থকা শব্দ। তাজ্জব কথা। গোটেই দিন ঘূৰি ঘূৰি হায়ৰান হৈ গ'লোঁ। কিন্তু এটা হাতীৰো চিন-চাব নাপালোঁ। কিন্তু এতিয়া হঠাতে পালৰ পিছত পাল হাতী আহি আছে ক'ৰ পৰা। আচৰিত দেখিলোঁ যে ইয়াৰ পিছতো নেপালী ছোৱালীজনীৰ কোনো উম ঘামেই নাই। আমাৰ দলপতিয়ে নেপালী ভাষাতে তাইৰ পৰিচয় সুধিলে। ছোৱালীজনীয়ে কিন্তু কোনো পৰিচয় নিদি নিশব্দে গৈ থাকিব ধৰিলে। আনফালে চাওঁতে চাওঁতে হাতীৰ দলে আমাৰ ৰাতি আস্তানা পাতি থকা বৰগছডালৰ চাৰিওফালে আগুৰি ধৰিলে। আমাৰ একেবাৰে গা শিয়ৰি যোৱা অৱস্থা। আনহাতে আমাৰ কুন্‌কী হাতীবোৰো লগত নাই, সিহঁতক লৈ গৈছে সিহঁতৰ খোৱাৰ ঘাঁহ যোগাৰ কৰিবৰ বাবে। কি কৰিম কি নকৰিম তাকে ভাবি আমি ব্যাকুল। কিন্তু ছোৱালীজনীয়ে তেতিয়াও হাঁহিয়েই আছে। তাইৰ চকু-মুখত কোনো ভয় ভাবনাৰ লেশ নাই। মাত্ৰ এনেকুৱা ভাব হ'ল যে তাই চকুৰ সন্মুখত আমোদজনক কিবা এটা ঘটনা দেখিবলৈ পাইছে। তাইৰ আগফালে, পাছফালে, সোঁফালে বাওঁফালে কেৱল জংঘলী হাতীয়ে ঘেৰি আছে। কিন্তু ইমানবোৰ জংঘলী হাতীৰ

---

১৩। অংশটি ৰাজকুমাৰী নীহাৰ বৰুৱাৰ 'হস্তীকন্যাৰ কাহিনী আৰু মাউতৰ গান, গৌৰীপুৰৰ লোক-সংগীত সম্পৰ্কে আলোচনা'— শীৰ্ষক প্ৰবন্ধটোৰ অবলম্বনত ৰচিত। ১৯৭৭ চনৰ ১৬ জানুৱাৰীত কলকাতাৰ 'ৰবীন্দ্ৰ সদন'ৰ মঞ্চত পৰিবেশিত 'Ethnic Songs of Eastern India' নামৰ এক অনুষ্ঠান সম্পৰ্কিত পত্ৰিকাৰ প্ৰবন্ধ সাহিত্য সংখ্যা— সাহিত্য পত্ৰ, (আষাঢ়-১৩৭৭)ৰ পৰা সম্পাদকৰ অনুমতিক্ৰমে মুদ্ৰিত।

মাজত নিৰ্ভয় মনে তাই হাঁহি আছে। মানুহৰ বাবে এয়া কি সম্ভৱ? এই কথা ভাবোতেই মোৰ মূৰৰ চুলি ডাল ডালকৈ থিয় হৈ উঠিল। তেতিয়াহ'লে এই ছোৱালীজনীয়েই সাহানিয়া বিবি নেকি? ইয়াকে লৈ বহু কাহিনী শুনি আছোঁ। নহ'লেনো ইমানবোৰ হাতীয়েই বা আহিল ক'ৰ পৰা? এই ভাবিয়েই আমি সকলোৱেই ছোৱালীজনীক সাহানিয়া বিবি মানি মূৰ দোঁৱাই স্তুতি-মিনতি কৰিবলৈ ধৰিলোঁ। শেষত আমি আঁঠুকাঢ়ি বহি গ'লোঁ। দলপতিয়েই সকলোৰে হৈ প্ৰাৰ্থনা জনালোঁ— মা! হাতী ধৰাটোৱেই আমাৰ পেছা আৰু নিচা। হাতী ধৰিব নোৱাৰিলে আমি বাৰু খাম কি? আমাৰ ল'ৰা-ছোৱালী নাখাই শুকাই মৰিব। সেয়েহে মা, তুমি অপৰাধ নধৰিবা বৰং কেইটামান হাতী আমাক ধৰাই দিয়া। দেখা গ'ল যে দেৱীৰ মুখত আগৰ সেই হাঁহি একেবাৰে নোহোৱা হ'ল। সেইবুলি আমি চেষ্টা এৰি নিদিলোঁ। দেৱীক প্ৰসন্ন কৰিব পাৰিলেহে দেৱীৰ পৰা বৰ লাভ কৰিব পৰা যাব আৰু তেওঁৰ পৰা বৰ পালে আমাৰ কোনো চিন্তা নাই। মনতে এইবোৰ কথা ভাবি ভাবি দেৱীৰ ভোগৰ ব্যৱস্থা কৰিলোঁ। আমাৰ ভাত তেতিয়া উতলিব ধৰিছে। সেই ভাত নমাই তাতে নিমখ দিলোঁ। তাৰ পিছত দেৱীক ভক্তিভাৱে সেই নিমখ ভাতৰ পৰাই ভোগ হিচাপে ভাতকেই আগবঢ়ালোঁ। এটি চাকিও জ্বলাই দিলোঁ। দেৱী প্ৰসন্ন হ'ল। মাত্ৰ দুই-তিনিটামান ভাত আঙুলিৰে লৈ মুখত দিলে। তাৰ পিছত হাঁহিমুখে হাতৰ চাৰিটা আঙুলি তুলি দেখুৱালে। ইয়াৰ দ্বাৰা কি বুজাব বিচাৰিছে আমি একোকে ধৰিব নোৱাৰিলোঁ। এনেকুৱা সময়তে হঠাৎ আমাৰ চাৰিটা কুন্‌কী হাতী আহি হাজিৰ হ'লহি। বাকী তিনিটাৰ কোনো দেখাদেখি নাই। কিন্তু এই চাৰিটাই বা কি ভাবি হঠাতে ওলালহি? দেৱীয়েই বা চাৰিটা আঙুলি কিয় দেখুৱালে? এই প্ৰশ্নৰ উত্তৰ ভাবি থাকোঁতেই লাহে লাহে উত্তৰ ওলাই পৰিল। দেৱীয়ে অনুমতি দিছে চাৰিটা হাতী ধৰিবলৈ। লগে লগে দৌৰাদৌৰি লাগি গ'ল দড়ি-দড়া, ফান্দ-ফাড়া ইত্যাদি বিচাৰি। হাতী ধৰাৰ সময় তেতিয়া প্ৰায় পাৰ হৈ গৈছে। কিন্তু দেৱীৰ অনুমতি যেতিয়া পাইছোঁ তেতিয়া এবাৰ চেষ্টা কৰি চোৱা যাওক। কিন্তু বিশেষ চেষ্টা কৰিবলগীয়া নহ'লেই। চাৰিটা হাতী যেনিবা একেবাৰে সাজু কৰিয়েই ৰাখিছিল। আমি আগুৱাই যোৱাৰ লগে লগে একেবাৰে পোহনীয়া গৰুৰ দৰে আমাৰ ফালে ফান্দ লগাবলৈ গলকেইটা আগবঢ়াই দিলে। এটা নহয়, দুটা নহয়, একেবাৰে চাৰিটা হাতী কেইমিনিটমানৰ ভিতৰতে কোনো বাধা নোহোৱাকৈ যে ধৰিব পাৰি এইটো মই কোনো দিনে দেখাও নাই শুনাও নাই। কেৱল এয়েই নহয়, দেৱীৰ চাৰিওফালে তেতিয়া নানা ধৰণৰ হাতীৰ মেলা। তাৰ ভিতৰতে এটা হাতী আকৌ তাল-বেতাল শ্ৰেণীৰ। তাৰ এটা দাঁত উচলা আৰু এটা তলৰ ফালে নামি যোৱা। এই ধৰণৰ হাতী সাধাৰণতে দুৰন্ত হৈ থাকে। কিন্তু দুৰন্ত স্বভাৱৰ কোনো লক্ষণেই তাৰ নাই। কেৱল সিয়েই নহয়, বাকীবোৰো দুৰন্ত স্বভাৱৰ নহয়। গতিকে বুজিবলৈ একোৱেই বাকী নাথাকিল যে এওঁৱে সাহানিয়া দেৱী। আমি সকলোৱেই ভক্তিতেই তেওঁৰ ওচৰত মূৰ দোঁৱাই প্ৰণাম কৰিলোঁ। দেৱীয়ে তেতিয়া হাঁহি হাঁহি হাত তুলি সুন্দৰ ভঙ্গীৰে গুচি গ'ল। লগে লগে নিমিষৰ ভিতৰতেই বনৰ মাজত মিলি গ'ল হাতীৰ দল। ইফালে আমাৰ বাকী তিনিটা হাতীও আহি হাজিৰ হ'ল। তাৰে এটাৰ ফান্দী মই নিজেই। তেতিয়া মই ঘটনাটোৰ আঁতিগুৰি চিন্তা কৰি চালোঁ। দেৱীয়ে মাত্ৰ চাৰিটা হাতী ধৰাৰহে অনুমতি দিছিল। সেই

নির্দেশমতেই যেন চাৰিটা কুন্‌কী হাতী আহিল আৰু চাৰিটা হাতী ধৰা হ'ল। কিন্তু ইয়াতকৈ বেছি হাতী ধৰিবলৈ চেষ্টা কৰিলে, লাভটো একো নহবই বৰং বিপদহে হ'ব পাৰে। সেই কাৰণে আৰু হাতী ধৰিবলৈ নোলালোঁ। কিন্তু মানুহৰ লোভ বৰ বেয়া বস্তু। লোভী লোকে নুশুনে ধৰ্মৰ কাহিনী, নামানে যুক্তি-তৰ্ক। তিনিজন ফান্দীয়ে লোভ সামৰিব নোৱাৰি হাতীৰ পিঠিত উঠি পৰিল। কিন্তু দেৱীৰ বিধান কি ব্যৰ্থ হ'ব পাৰে? কেইবাঘণ্টাও ধৰি সিহঁতে বন-জংঘল চলাথ কৰি পেলালে। কিন্তু ক'তো হাতী অহা শব্দ নাপালে। শুদা মুখে ঘূৰি আহিল। এয়া হ'ল সাহানিয়া বিবিৰ লগত মোৰ প্ৰথম দেখা।

দ্বিতীয়বাৰৰ ঘটনাটো কওঁ। এইবাৰ কিন্তু মই নিজ চকুৰে দেখা নাই যদিও পিছে মই চিকাৰৰ কেম্পতেই আছিলোঁ। সেইবাৰ দুই ঠাইত আমাৰ আস্তানা পতা হৈছিল। ঠাই দুখনৰ নাম গৰুভাসা আৰু বৰদাঙ্গি। এক প্ৰাকৃতিক দুৰ্যোগৰ সময়ত এই গাঁৱৰ গৰু-গাই আৰু পোৱালি বানত উটি-ভাহি গৈছিল। সেই সৰ্বনাশী ঘটনাৰ স্মৃতিৰ চিন জড়িত হৈ আছে গৰুভাসা নামটিৰ মাজত। বোধহয় প্ৰাণৰক্ষাৰ বাবেই সেই দুৰ্যোগৰ সময়ত সিহঁতে ওখ ঠাইত গৈ থিতাপি লৈছিল। সেয়েহে সেই গাঁৱৰ নাম ৰখা হৈছিল বৰদাঙ্গি। যাওক বাৰু সেইবোৰ কথা। আমাৰ দুয়োটা আস্তানাৰ মাজত কিছু দূৰত্ব আছিল। সেইবাৰ কামৰূপৰ পৰা দুজন ফান্দী আহি আমাৰ লগ লাগিছিল। সিহঁতৰ লগত বিজনী ৰজাৰ দুটা হাতী মধুমালা আৰু গোলাপী। সিহঁতে আস্তানা পাতিছিল বৰদাঙ্গিতে। আমি আছিলোঁ গৰুভাসাত। আমাৰ লগত আছিল দুটা হাতী— লালসিং আৰু উইলিয়াম। বিজনীৰ দলৰ এজন ফান্দী আৰু মাউত আৰম্ভণিৰে পৰাই আমাৰ ওচৰতেই আছিল। এদিনাখন হাতী ধৰিবলৈ যোৱাৰ আগতেই সকলোৱে বহি গল্প গুজব কৰিছে। এনেকুৱা সময়তে এজনে ক'লে— ইয়াত এজনী পাগলী সাহানিয়া আছে। সাৱধান হৈ হাতী ধৰিব লাগিব নহ'লে কিন্তু ঘোৰ বিপদ। মোৰ চিনা-জনা বিজনীৰ ফান্দীটোৱে কথাটো উৰুৱাই দিলে। কেৱল সেয়েই নহয় মুখেৰে বেয়াকৈ কৈ দিলে— ৰাখা তোমালোকৰ দেৱীৰ কথা। যদি দেখিবলৈ ভাল হয় তেতিয়া হ'লে তাইক বিয়া কৰি পেলাম। এই কথা শুনি সকলোৰেই নোম শিয়ৰি উঠিল। মূৰত হাত থৈ প্ৰাৰ্থনা জনালোঁ— মা, অপৰাধ হৈছে। তাৰ পিছত উচ্চস্বৰে তাক কলোঁ— ছিঃ ছিঃ এনেকুৱা কথা কেতিয়াও ক'ব নাপায়। কিন্তু সেই সময়ত ফান্দীটোৰ মূৰত যেনিবা চয়তানে ভৰ দিছে, তাৰ একেই কথা, দেৱী বুলি ক'তো একো নাই। ইয়াৰ পিছত হাঁহিৰ গল্প আৰু নজমিল। যাৰ যিটো হাতী তাকে লৈয়ে বাহিৰ হ'লোঁ। প্ৰথমতে গ'ল উইলিয়াম, তাৰ পিছত আমাৰ এজন ফান্দী, তাৰ পিছত মধুবালাৰ পিঠিত বিজনীৰ আৰু এজন ফান্দী আৰু শেষত লাল সিং আৰু তাৰ ফান্দী। হাতীবোৰ আগুৱাই গৈছে পাহাৰীয়া হাবি ভাঙি-ছিঙি দুয়ো ফালেই থিয় পাহাৰ, মাজত ৰাস্তা। গৈ গৈ হাতীৰ দলটোৱে এটি জলাশয়ৰ সন্মুখত হাজিৰ হ'লগৈ। ঠিক সেই ঠাইতেই হাতীৰ পালৰ ভিতৰত এটি গুণ্ডাগিৰি কৰা হাতীয়ে যেনপাতি আক্ৰমণ কৰিবলৈ ৰৈ আছিল। সেই হাতীটো তাল-বেতাল শ্ৰেণীৰ। সি ভীষণ জোৰেৰে বিজনীৰ গোলাপীক এক ধাক্কা মাৰিলে। সেই ধাক্কা সহ্য কৰিবলৈ গোলাপীৰেই বা শক্তি আছিল ক'ত। গোলাপী ছিটিকি গৈ এডাল বৰগছৰ ওপৰতে পৰিলগৈ। গোলাপীৰ পিঠিতেই আছিল আমাৰ সেই ফান্দীটো। তাৰ কথালৈ পিছত আহিম। এতিয়া আপুনি

ঘটনাটো ভালকৈ বিশ্লেষণ কৰি চাওক। প্ৰথম হাতীটো অৰ্থাৎ উইলিয়াম আছিল মখনা। গুণ্ডা হাতীয়ে সাধাৰণতে মতা হাতীকেই আক্ৰমণ কৰে। কিন্তু এইক্ষেত্ৰত তাল-বেতালে এটি নজিৰবিহীন ঘটনাকেই কৰিলে। সি মখনা এৰি মাইকী হাতী গোলাপীৰ ওপৰতেই হাম্‌লা কৰিলে। কেৱল সেয়ে নহয়, তাৰ পিছৰ দুটা হাতীকো সি একো নকৰিলে। এয়া কি তাল-বেতালৰ খুচি নে দেৱী নিন্দাৰ প্ৰতিফল। কোনে ক'ব পাৰে? কিন্তু হতভগা ফান্দীটোৱে কি কৈছিল। সি বেচেৰা হাতীৰ তলত পৰিছিল, ফলত তাৰ অণ্ডকোষ ফাটি গৈছিল। মাউতৰো হাতীৰ চেপাত কঁকাল ভাঙি গৈছিল। সি তেতিয়া চিৎকাৰ কৰি কৈছিল— মোক বচাওক, বচাওক। কিন্তু কওক— কোনে কাক বচাব? সেই সময়ত গোটেইবোৰ হাতীৰেই দম শূন্য হৈ অৱস্থা নোহোৱা হৈ পৰিছিল। এফালে গোলাপীৰ নিজে উঠি থিয় হ'বলৈ শক্তি নাছিল। মাউত-ফান্দী সকলো ভয়তে একেবাৰে দিশহাৰা। কিন্তু হাজাৰ হওক সিহঁত সকলো ধৰণৰ অভিজ্ঞতা থকা লোক, সিহঁতৰ সাহস পুনৰ আহিবলৈ বেছি সময় নালাগিল। আনফালে তাল-বেতালও সেই ঠাই এৰি গুচি গৈছে। প্ৰথমতে মাউত-ফান্দীয়ে বুদ্ধি কৰি অন্য হাতীৰ সহায়ত গোলাপীক তুলিলে। বেচেৰা ফান্দীৰ তেতিয়া একেবাৰে শেষ অৱস্থা। অসহ্য যন্ত্ৰণাৰ মাজেৰেই সি ক'লে— 'মোৰ মৃত্যু আসন্ন। মোৰ লগত যি টকা-পইচা আছে, সেয়া তোমালোকৰ প্ৰাপ্য হিচাপে ভাগ-বতৰা কৰি ল'বা। মোৰ ঘৰত সোনকালে খবৰ দিয়া। সাহানিয়া দেৱীক লৈ যি ঠাট্টা-মস্কৰা কৰিছিলোঁ তাৰ পাপৰ ফলস্বৰূপেই বিনামেঘে বজ্ৰপাত হ'ল। সকলোৱে বুজি পালে যে তাৰ সময় হৈ আহিছে। তথাপি শেষ চেষ্টা কৰিবলৈ কোনোৱেই এৰি দিয়া নাই। গতিকে এটা দলে তাক লৈ সৰুপাড়া বিট অফিচলৈ যাত্ৰা কৰিলে। কিন্তু বাটতেই তাৰ মৃত্যু হ'ল। মাউতৰো পিছদিনা কোকোৰাঝাৰৰ হাস্পতালত মৃত্যু হ'ল। তাৰ ৰাজহাড় ভাঙি চূৰমাৰ হৈ গৈছে। গোলাপীকো শেষ পৰ্যন্ত বচাব পৰা নগ'ল। গোলাপীৰ কপালৰ হাড় ফাটি ভিতৰলৈ সোমাই গৈছিল। কিছুদিন ভুগি থাকি গোলাপীৰো মৃত্যু হ'ল। গোটেই দলটোৱেই অৰ্থাৎ হাতী, ফান্দী, মাউত সকলোৱেই প্ৰাণ দি পাপৰ প্ৰায়চিত্ত কৰি গ'ল।

তৃতীয় ঘটনাটো আৰু প্ৰাণ চমকোৱা। সেইবাৰ আমাৰ আস্তানা পতা হৈছিল বৰদাঙ্গিত। তাত বন বিভাগৰ এটা দফতৰ আছে। নেপালীসকলৰ এটা বস্তিও আছে আৰু বজাৰো বহে। তাৰে নামনিৰ ফালেই ভুৰ নদী। তাত পানী বেছি নাই। চাৰিওফালে একেবাৰে উদং। ইফালে-সিফালে মাত্ৰ দুই-এডাল গছ। সেইবাৰো কামৰূপৰ পৰা এযোৰ মাউত-ফান্দী আহিছিল। ফান্দীজনে কথাই কথাই বাহাদুৰি কৰি কৈছিল— আৰে, ৰাখ তহঁতৰ দেৱীৰ মিছা গল্পৰ কথা। যদি কেনেবাকৈ ওলায়, তেতিয়াহ'লে বিয়া কৰাম। আগেয়েই কৈছোঁ যে ঠাইখন চাৰিওফালে খোলা। দলটোৰ সকলোৱে নদীৰ কাষ পাইছেহি। এনেকুৱা সময়তে এটা তাল-বেতালে একেবাৰে মাটি উৰুৱাই আহি হাজিৰ। লগে লগেই হাম্‌লা আৰম্ভ হ'ল। হাম্‌লাৰ চিকাৰ হ'ল সেই ফান্দী। তাল-বেতালে তাৰেই হাতীটোক এক ধাক্কা মাৰিলে। ফলত ফান্দী আৰু মাউত ছিটিকি পৰিল। হাতীৰ মুখ ঘূৰি গ'ল। বেচেৰা ফান্দী! ক'ত সি দেৱীক বিয়া কৰিব, মাত্ৰ মাজবাটত এই সকলো সাংঘাতিক উৎপাত। মাউত ছিটিকি পৰিলেও কোনোৰকমে বাচি গ'ল। কিন্তু ফান্দীটোৱে কোনো পাৰ নাপালে। তাল-বেতালে

তাক ধৰিবলৈ তাৰ বুকুৰ ওপৰত ভৰি তুলি দিলে। তাৰ পিছত বেচেৰাই এটা বুকু ফটা চিঞৰ মাৰিলে আৰু সকলো শেষ। ঘটনাটো অৱশ্যে মই নিজ চকুৰে দেখা নাই, কিন্তু মই কেম্পতেই আছিলোঁ। পিছত দৌৰি গৈ মই সকলো দেখিছোঁ আৰু শুনিছোঁ। হতভগা ফান্দীজনৰ মৃতদেহ পৰি থকা অৱস্থাত মই দেখিছোঁ। একেবাৰে খোলা ঠাই, ইমানকেইটা বিজ্ঞ চকুক ফাকি দি এটা দুৰ্দান্ত হাতীয়ে কেনেকৈ চুপ-চাপকৈ আহি এই দুৰ্ঘটনাটো ঘটালে মই আজিলৈ বুজিব নোৱাৰিলোঁ।

ইয়াৰ পিছৰ কাহিনীৰ ঘটনাস্থল হৈছে ৰায়মনা। ঠাইখন সোণকোষ নদীৰ পৰা দুই-এমাইল দূৰৈত। দিনতেই নিৰিবিলি ঠাই আৰু তাত বাংলা এটাও আছে। জংঘলত ফুটুকী হৰিণ ওলায় আৰু মাজে মাজে হাতীও আহে। মানুহৰ চলাচল খুব কম। বন বিভাগৰ ৰেঞ্জ অফিচ এটাও আছে। ওচৰতে নেপালীৰ বস্তিও আছে, হাট-বজাৰো বহে আৰু আছে এটি ভাল কুঁৱা। পেট ভৰাই কুঁৱাৰ পানী এক ঘটি খালেই হ'ল। দুই-এঘণ্টাৰ ভিতৰতেই পেট একেবাৰে খালী হৈ যায়। সকলোবোৰ কথা মিলি ঠাইখন আমাৰ খুব পছন্দ। বছৰত দুই-আঢ়ৈ মাহ সময় আমি তাতেই কটাওঁ। গজালি চিকাৰ কৰোঁ। 'গজালি চিকাৰ' কথাটো যিহেতু আহি পৰিল গতিকে গজালি চিকাৰ সম্পৰ্কে দুই-চাৰিটা কথা ইয়াতেই কৈ থওঁ। আমাৰ দেশত শীত আৰু বৰ্ষাই দীঘল ঋতু। শীতৰ শেষত খৰাং বতৰ অহাৰ লগে লগে হাবি-জংঘলৰ মাজত শুকাই থকা বন-জংঘলত জুই লগাই দিয়া হয়। ফলস্বৰূপে বননিখন মোটামুটি পৰিষ্কাৰ হয়। তাৰ পিছতেই আহে বৰ্ষা। বাৰিষাৰ নতুন পানী পাই ঘাঁহ-বনবোৰে নতুনকৈ গজালি মেলি উঠে। এই ঘাঁহকে আমি গজালি বুলি কওঁ। ইফালে পথাৰত আহুধান খেতি আৰম্ভ হৈ যায়। নৰম গজালি খাবলৈ খুব মিঠা লাগে। খোৱা আহাৰৰ এই সুবিধাৰ কথা জীৱ-জন্তুৱে সদায় মনত ৰাখে। হাতীয়েতো এইবোৰ খবৰ নাৰাখিলে নহয়, কিয়নো অলপ অলপকৈ খালে তাৰ পেট নভৰে। হাতীয়ে দলবান্ধি এই ঠাইবোৰত নামি যায়। হাতীয়ে আনন্দ মনেৰে এই গজালিবোৰ খাই শেষ কৰে। সুবিধা পালেই আহুধানৰ পথাৰত নামি খেতিৰ যথেষ্ট অপকাৰ কৰে। গতিকে খেতি পথাৰ হাতীৰ উপদ্ৰৱৰ পৰা ৰক্ষা কৰিবলগীয়া হয়। সেইকাৰণেই আমি হাতী, মাউত, ফান্দী, হাতী ধৰা ফান্দ লৈ হাবিলৈ গুচি যাওঁ। ইয়াকেই বোলে গজালি চিকাৰ। অৰ্থাৎ হাবি-বননিত যেতিয়া নতুনকৈ গজালি গজে, তেতিয়া এই চিকাৰৰ সময় হয়। সেইবাৰো আমি বাৰিষাৰ আৰম্ভণিতে ওলাইছোঁ। তাতে চ'ত কি ফাগুনৰ শেষতেই বৰ্ষা নামে। বৰ্ষাৰ যে কি ৰূপ! মেঘেৰে আকাশ ঢকা থাকে। বন-বনাঞ্চল অন্ধকাৰে আৱৰি থাকে। ঝৰ ঝৰ্ কৰি বৰষুণ পৰি থাকে। গছৰ পাতৰ ওপৰেৰে বৰষুণৰ পানী বাগৰি যোৱা শব্দৰে মন ভৰি পৰে। চাৰিওফালে ভৰি পৰে চকু জুৰোৱা সেউজীয়া বন-বননি। ৰায়মনাৰ পৰা পোন্ধৰ মাইল দূৰৈত ভূটান। তাৰ পৰাই হাতীৰ অহা-যোৱা কৰা খবৰ পোৱা যায়। এই পথৰ মাজবাটতে পৰে আমাৰ দেশৰ শেষ বিট হাউছ পেকুয়া। তাৰে বিট হাউছবোৰ চাঙৰ ওপৰত বন্ধা। চাঙবোৰ নিয়মীয়াকৈ ওখ। গতিকে বিট হাউছবোৰৰ ওপৰত হাতীৰ দলে হাম্‌লা কৰিব নোৱাৰে। আনহাতে মাচাঙৰ তলেৰে হাতীয়ে অহা-যোৱা কৰে। আমিও খুব বৰষুণৰ সময়ত হাতীসহ মাচাঙৰ তলত আশ্ৰয় লৈ থাকোঁ। অনেক সময়ত বিটবাবুসকলে আমাক মাতে। তেতিয়া আমি ওপৰলৈ

উঠি যাওঁ। আমাক লগ পালে বিটবাবুৰ নিঃসঙ্গতা কিছু কমি যায়। অকল সেয়ে নহয়, তেওঁলোকৰ মনোবল আৰু জনবল দুয়োটাই বাঢ়ে। অৱশ্যে তেওঁলোকৰ একোটাকৈ বন্দুক থাকে। কিন্তু এবাৰ ভাবি চাওক, তেওঁলোকে দিনৰ পিছত দিন, মাহৰ পিছত মাহ হাতী অহা-যোৱা কৰা ৰাস্তাত বাস কৰে। কেৱল একোটাকৈ বন্দুক থাকিলেই নচলে। মনোবলৰো দৰকাৰ হয়। আমি ভাবিলো ইয়াত আশ্ৰয় লৈ একো বেয়া কাম কৰা নাই, প্ৰবল বৰষুণৰ পৰা বাচি গৈছোঁ। আনহাতে গুণ্ডা হাতীৰ হাতত মাৰ খোৱাৰ বিশেষ ভয় নাথাকিল। এই বিষয়টো ইয়াতেই থাওক। যথা সময়ত খবৰ আহিল যে ভূটানৰ ফালৰ পৰা হাতী অহাৰ শব্দ পোৱা গৈছে। খবৰ পায়েই তৈয়াৰ হ'লোঁ। পুবাতেই আমাৰ তিনি ফান্দী— তীৰ্থ, মোহন আৰু কালু হাতী লৈ ওলাই গ'ল। বন বিভাগৰ বিট হাউছ পাৰ হৈ সিহঁত গৈ আছে অলপ অলপ হাবি-জংঘল ভাঙি ভাঙি। সন্মুখত এখন খোলা ঠাই। নতুনকৈ শাল গছৰ বাবে আবাদ কৰা হৈছে। ৰাস্তাটোও সেই ঠাইৰ সীমাতেই শেষ হৈছে। তাতেই মূৰ থিয় কৰি আছে এডাল বৰগছ। ফান্দীহঁত সেই গছডালৰ প্ৰায় ওচৰ পাইছেহি। এনেকুৱা সময়তে সিহঁতে দেখিবলৈ পালে যে গছডালৰ তলতে বৈ আছে সাহানিয়া বিবি। কালুসাবেক 'কালু হাতী'ৰ মাউত। সি ঠিকেই চিনি পাইছিল যে এই বিবিক সি আগতেও দেখিছে। বয়স বাইশ-তেইশ হ'ব। দেখিবলৈ নেপালীৰ দৰেই। বাপৰে! আৰু কি হাতীৰ পিঠিত বহি থকা যায়? খৰ্‌ধৰ্‌কৈ হাতীৰ পিঠিৰ পৰা নামি ফান্দী আৰু মাউতে ধূপ, ধূনা জ্বলাই দি প্ৰণাম জনালে। ধূপ, ধূনা সিহঁতৰ লগতেই থাকে। সেয়া যাওক। দেবীয়ে তেতিয়া হাঁহিমুখে আঙুলি তুলি দেখুৱালে। 'দুই'। এই ইঙ্গিতৰ অৰ্থ তেতিয়া আৰু কাৰোবাবে অজানা নহয়। খুটীমনে হাতী ঘূৰাই সিহঁত খোলা ঠাইলৈ গুচি আহিল। লগে লগে পাই গ'ল দুটা হাতী। ধৰক, বিশ-ত্ৰিশ মিনিটৰ ভিতৰতেই সিহঁত গছৰ তললৈ ফিৰি আহিল আৰু লগত দুটা জংঘলী হাতী। দেৱী তেতিয়াও হাঁহিমুখে লৈ সেই ঠাইতে বহি আছে। মাউত আৰু ফান্দী আকৌ হাতীৰ পৰা নামি ধূপ, ধূনা দি দেৱীক পূজা কৰিলে। দেৱীয়ে হাঁহিমুখে ইঙ্গিত দি জনালে যে এইবাৰ ফিৰি যোৱা আৰু নহয়। কালুৱে অৱশ্যে লোভত পৰি আকৌ এবাৰ চেষ্টা কৰিছিল। কিন্তু হাতী তাৰ নজৰতেই নপৰিল। তেতিয়াও গা তিতি যোৱা বৰষুণ পৰি আছে। কিন্তু দেৱীৰ গা বা কাপোৰত বৰষুণৰ কোনো চিন-চাব নাই। এইবোৰ দেখি-শুনি মাউত-ফান্দীৰ দলটো অবাক। যেতিয়া সিহঁত ধূৰালৈ ফিৰি আহিছে, তেতিয়া সিহঁতৰ চকু মুখত এটি আচৰিত ভাব প্ৰতিফলিত হৈ উঠিছে।

ইয়াৰ পিছৰ কাহিনীটো অৱশ্যে এজন সাধু পুৰুষক লৈ। সেইবাৰ আমি গৈছোঁ ভূটানলৈ। তাতে ৰাঙ্গা বুলি এটা পুং আছে। সেই পুংটোক কেন্দ্ৰ কৰিয়েই আমি এটা গড় সজাইছোঁ। কথাখিনি নিশ্চয় বুজিব পাৰিছে? এইবাৰ যে মেলা চিকাৰ নহয় গড় চিকাৰ। হাতী ধৰা পৰাৰ খবৰ পাই আমি চাবলৈ গৈছোঁ। এনেকুৱা সময়তে হঠাৎ ক'ৰবাৰ পৰা এজন সাধু আহি হাজিৰ হ'ল। তেওঁ অৱশ্যে মানুহেই, দেব-দেৱতা নহয়। নেপালী ভাষাত তেওঁ ক'লে— তোমালোকে হাতী ধৰিব নোৱাৰিবা। কাৰ হুকুমত তোমালোকে হাতী ধৰিছা? আমি জনালোঁ যে ভূটান চৰকাৰৰ হুকুমৰ বলতেই আমি হাতী ধৰিবলৈ আহিছোঁ। তাৰ পিছত তেওঁক আমি চাহ-পানী খুৱালোঁ। অনেকেই তেওঁক গাজা খুৱাবলৈ

চেষ্টা কৰিছিল। তাতে তেওঁ সুখী নহ'ল, বৰং খংহে উঠিছিল। কিন্তু তাৰ পিছত যি ঘটিল সেয়াতো বৰ অদ্ভুত। গড়ত এটা পোৱালি মাইকী হাতী আবদ্ধ হৈ পৰিছিল। হাতী ধৰাৰ লাইচেন্সৰ চৰ্তসমূহ খুবেই বন্ধা-ধৰা। দুগ্ধ পোষ্য পোৱালি হাতী বা অচিৰতে পোৱালি দিবলগীয়া মাইকী হাতী ধৰিব নোৱাৰোঁ।

কিন্তু গড়ত যে কি ধৰণে হাতী পৰিব সেইটোতো জনা নাযায়। সেয়েহে নিষিদ্ধশ্ৰেণীৰ হাতী ধৰা পৰিলে সিহঁতক পিছত এৰি দিয়াই হ'ল নিয়ম। গতিকে আমি পোৱালিসহ মাইকী হাতীজনী এৰি দিলোঁ। বাকীবোৰ হাতী তেতিয়া গড়ৰ পৰা উলিয়াই অনা হৈছে। গতিকে পোৱালি আৰু মাইকী হাতীৰ চাৰিওফালে কেৱল হাতী আৰু হাতী। এৰা পৰাৰ পিছত সিহঁতে সেই ঠাইতে ঘূৰি ফুৰিব ধৰিলে। সিহঁতৰ বনলৈ ঘূৰি যোৱাৰ কোনো লক্ষণ দেখা নগ'ল। কিন্তু সাধু বাবাজীয়ে বনৰ ফালে যেতিয়া খোজ দিলে, তেতিয়াই মাইকী হাতীয়ে তেওঁৰ পিছ ল'লে আৰু লগত পোৱালিটোও লৈ গ'ল। সাধুৱে খৰম পিন্ধি শুকান নদী ৰাঙ্গাৰ মাজেৰেই খটক খটক শব্দ কৰি যাব ধৰিলে। হাতী দুটাও তেওঁৰ পিছে পিছে যাব ধৰিলে। আমিও প্ৰায় ডেৰ-ফাৰ্লং পথ নদীৰ পাৰে পাৰে গ'লোঁ। দেখিলোঁ যে সাধুৰ পিছে পিছে পোৱালি হাতীটো লগত লৈ মাইকী হাতীজনীও জংঘলত সোমাইছেগৈ। ইফালে তেতিয়া অন্ধকাৰ নামি আহিছে। সেইকাৰণেই জংঘলৰ ভিতৰত সোমাবলৈ আৰু সাহস নকৰিলোঁ। ভাবিলোঁ এই ভয়ভীতহীন বাবাজীয়ে আজি নিৰ্ঘাত হাতীটোৰ হাতেতেই প্ৰাণ হেৰুওৱাব। আস্তানালৈ ঘূৰি গৈ সাধু বাবাজীৰ কথাটো মনৰ পৰা আঁতৰাব পৰা নাই। সঁচাকৈয়ে জানো সাধু বাবাজীজন মৰি গ'ল? এইবোৰ সাত-পাঁচ কথা ভাবিব ধৰিলোঁ। পিছদিনা ৰাতিপুৱা উঠি জংঘললৈ ওলাই গলোঁ। গৈ তাত দেখিলোঁ সাধু বাবাজী ভাল অৱস্থাৰেই বহি আছে। তেওঁৰ পিছে পিছে যে হাতী গৈছে তাৰ সুস্পষ্ট চিন দেখিবলৈ পালোঁ। ঘটনাটো জানো অদ্ভুত নহয়? একোটা জংঘলী হাতী আশে-পাশে ঘূৰি থাকিলে মানুহৰ ভয়ত তৎ নোহোৱা হয়। আগেয়ে বোধকৰোঁ কৈছোঁ যে নৰখাদক বাঘ আৰু খুনী হাতীৰ বাহিৰেও অন্যান্য জংঘলী জন্তু-জানোৱাৰে কেৱল মানুহকেই নহয়, অজনা-অচিনা সকলোলৈ ভয় কৰে। সেয়েহে মানুহ দেখিলে সিহঁতে পলাবলৈ বাট বিচাৰে। পলাবলৈ বাট নাপালে ভয় আৰু সন্ত্ৰাসত মানুহৰ ওপৰতে আক্ৰমণ চলায়। কিন্তু এইবোৰ তত্ত্বকথা কেইজনে মনত ৰাখে আৰু জংঘলী হাতীয়ে চলাচল কৰা পথত নিৰ্ভয়-নিৰ্বিকাৰভাৱে কেইজনে বহি থাকিব পাৰে কওকচোন?

এইবোৰ কাহিনীৰ কথা ময়ো আনক বৰকৈ কোৱা নাই। সাহানিয়া বিবি বুলি যে কোনোবা থাকিব পাৰে, এই কথা হয়তো বহুতে বিশ্বাস নকৰে। সাধু বাবাজীৰ কাণ্ড-কাৰখানাও বহুতে তিলিকতে উৰুৱাই দিয়ে। তাৰ বাবে বা দোষেই দিম কাক? গৌৰীপুৰৰ 'মাটিয়া বাগ'ৰ পকী দালানৰ কোঠাত বহি এইবোৰ কথা যেতিয়া ভাবোঁ, তেতিয়া নিজেই অবাক হৈ যাওঁ। নিজৰ মনতেই তেতিয়া অবিশ্বাসৰ অন্ধকাৰ নামি আহে। কিন্তু এইবোৰ আমি নিজ চকুৰে দেখিছোঁ আৰু নিজ কাণেৰে শুনিছোঁ। সেয়েহে মনত অনেক যুক্তি-তৰ্কৰ অৱতাৰণা হয়। চাওক, বাঘৰ পোৱালি আৰু মানুহ একেলগে ডাঙৰ হৈছে এনেকুৱা কথাওতো

আমি শুনিছোঁ আৰু পঢ়িছোঁ। সেই ধৰণেই ধৰি লওক এই ছোৱালীজনীকো হাতীয়েই ডাঙৰ-দীঘল কৰি মানুহ কৰিছে। তেতিয়াহ'লে জানো এই ৰহস্যৰ উত্তৰ পোৱা যাব? এইয়া কেৱল মানুহ কৰাৰ কথাই নহয়। সাহানিয়া বিবিৰ দিব্যদৃষ্টি আৰু দৈৱীশক্তি দুয়োটাই আছে। যিকেইটা হাতী ধৰিবলৈ হুকুম দিয়ে ঠিক সেইকেইটা হাতীয়েই ধৰা পৰে। ইয়াৰ পিছত চেষ্টা কৰিলেও ফান্দীয়ে এটাও বেছিকৈ হাতী ধৰিব নোৱাৰে। কোন দিনা কেইটা হাতী ধৰা পৰিব সেই কথাটোও তেওঁ আগে আগে জনাৰ ক্ষমতা আছে। লুকাই-চুৰকৈ দেৱীক নিন্দা কৰিলে সেই খবৰো দেৱীৰ কাণত পৰেগৈ। লগে লগে তেওঁ দোষীৰ শাস্তিৰ ব্যৱস্থা কৰে আৰু সেই শাস্তি বিধাতাৰ বজ্ৰৰ দৰে অমোঘ আৰু অনিবাৰ্য। এইবোৰ কি অলৌকিক ক্ৰিয়া-কলাপ? যুক্তি-তৰ্কৰে জানো ইয়াক ব্যাখ্যা কৰিব নোৱাৰি। এনেকুৱা কথা অৱশ্যে মই জোৰ দি ক'বলৈ নিবিচাৰোঁ। পিছে আচৰিত কথাবোৰ পণ্ডিতসকলে বিচাৰ-বিশ্লেষণ কৰি চাব পাৰে। কিছু কিছু সন্ধান কৰিবও পাৰে। কিন্তু মোৰ সবিনয় নিবেদন এই ঘটনাবোৰ যেন হাঁহি উৰুৱাই নিদিয়ে। এইবোৰ মুঠেই ভয়াৰ্তলোকৰ প্ৰাৰ্থনাৰ গল্প নহয়। ভয়ৰ সৈতে বসবাস, বিপদৰ সৈতে মোকাবিলা কৰিয়েই আমি মানুহ হৈছোঁ আৰু বন-জংঘল? সেয়াতো মোৰ যৌৱনৰ উপবন, বাৰ্দ্ধক্যৰ বাৰানসী হ'বগৈ পাৰে।

এইবাৰ কওঁ সাত ৰজাৰ ধন এক মাণিক অৰ্থাৎ গজমুক্তাৰ কথা। গজমুক্তা সম্পৰ্কে বহুতো কথা শুনিছোঁ। পঢ়িছোঁও বহুতো। কিংবদন্তিয়ে কৈছে যে হাতীৰ মূৰৰ ভিতৰত মুকুতাৰ থোপাৰ দৰে এটি বস্তু আছে। অৱশ্যে সকলো হাতীৰ মূৰৰ ভিতৰতেই যে মুকুতা থাকিব এনেকুৱা কোনো কথা নাই— 'মৌক্তিকং ন গজে গজে।' সংস্কৃতত এটা শ্লোক আছে যে পশুৰাজ সিংহই হাতীৰ মস্তিষ্ক চূৰ্ণ-বিচূৰ্ণ কৰি নখৰ মাজত গজমুক্তা লৈ গৈছিল। মুকুতাৰ থোপাৰ দৰে এটি টান বস্তু কি নখৰ মাজত ভৰাই নিব পাৰি? তেতিয়াহ'লে মুকুতা জানো ওলাই পৰি নাযাব? গজমুক্তাৰ এনেকুৱা কথাক লৈ বহুতে লেখা-লেখি কৰিছে। কিন্তু কোনোৱেই সঠিক একো সমিধান দিব পৰা নাই। মোৰ যোৱা ত্ৰিশ বছৰৰ জংঘলী জীৱনত ইয়াক মই নিতৌ দেখাও নাই, পোৱাও নাই আৰু আনৰ ওচৰতো দেখা নাই। পিছে মই আধা ইঞ্চি দীঘল বগা ৰঙৰ ক্যাপচুলৰ দৰে এটা বস্তু পাইছোঁ। সেইটো কিন্তু হাতীৰ মূৰৰ ভিতৰৰ পৰা পোৱা নাই, দাঁতৰ ভিতৰৰ পৰাহে পাইছোঁ।

হাতীৰ দাঁত কিন্তু আগৰ পৰা গুৰিলৈ এটা ছিদ্ৰহীন বস্তু নহয়। দাঁতৰ আগৰ ফালটো অৱশ্যে ছিদ্ৰহীন, পিছে গুৰিৰ ফালটো মুঠেই ছিদ্ৰহীন নহয়। দাঁতৰ গুৰিৰ ফালটো সাধাৰণতে দেখা পোৱা নাযায়। দাঁতৰ গুৰিৰ অংশটো বেছ মোটা। তাৰ পিছত 'হাঁ'ৰ ওচৰা-উচৰি অংশটো সৰু। হাতীৰ দাঁতৰ গুৰিৰ কিছু অংশ একেবাৰেই ফোঁপোলা। দুয়োফালৰ দুয়োটা দাঁতৰ গুৰিৰ অংশখিনিৰ ভিতৰত মাটিৰ দৰে একধৰণৰ নৰম বস্তু থাকে। আমি তাকেই 'মজ্জা' বুলি কওঁ। মৰা হাতীৰ দাঁত কাটি নিয়াৰ সময়ত এইবোৰ বস্তুৰ ওপৰত দৃষ্টি ৰাখে। দেখিছোঁ যে হাতীৰ দাঁতৰ তিনিভাগৰ এভাগ ফোঁপোলা আৰু বাকীখিনি ছিদ্ৰহীন। ফোঁপোলা অংশটোৰ ভিতৰৰ পৰা আমি বাৰে বাৰে 'মজ্জা' বাহিৰ কৰি দিওঁ। আমি জানো সেয়া নকৰিলে 'মজ্জা'খিনি ভিতৰে ভিতৰে পচি গৈ বেয়া গোন্ধ ওলায়। মই এই ক্যাপচুলটো হাতী দাঁতৰ ফোঁপোলা অংশৰ ভিতৰতে পাইছোঁ। পুৰণা মাউত আৰু ফান্দীয়ে বিশ্বাস কৰে যে হাতীদাঁতৰ ভিতৰতেই

গজমুক্তা থাকে। সকলো হাতী দাঁতৰ ভিতৰত যে গজমুক্তা নাথাকে সেইটোও সিহঁতে জানে। পিছে সিহঁতে শুনিছে যে গজমুক্তা থকা হাতীৰ দাঁত চন্দ্ৰৰ পোহৰত জিল্‌মিল্ কৰে। কিন্তু চন্দ্ৰৰ বা দিনৰ পোহৰ পৰিলে যিকোনো হাতীৰ দাঁতেই জক্‌মকাই উঠে। গোটেই বস্তুটোৱেই হৈছে তেল পিছলা আৰু জিলমিলাই থকা। গতিকে মাউত আৰু ফান্দীৰ এইবোৰ কথা আমি কেনেকৈ মানি লওঁ বাৰু কওকচোন? পিছে পণ্ডিতৰ মতামতো আমি উৰাই দিব নোৱাৰোঁ। অন্ততঃ যদি এজন পণ্ডিতে ভাবিব পাৰিলেহেঁতেন যে গজমুক্তা থাকে হাতীৰ দাঁতৰ ভিতৰত, মূৰত নহয়, তেন্তে তেওঁৰ মুখত ফুল-চন্দন পৰিলহেঁতেন। মই ৰাজপাট এৰি বনৰ মাজতে হাতীৰ লগতে জীৱনটো কটাই দিছোঁ। কোনে জানে এই হাতীৰ ধন-সম্পদেৰে আকৌ ৰজাৰ ধন-সোণ মোৰ হাতলৈ ঘূৰি আহিব।

প্ৰসঙ্গতো ইয়াতেই শেষ কৰিলেই ভাল হয়। কিন্তু আপুনি যে আকৌ একেটা প্ৰশ্নৰে অৱতাৰণা কৰিছে যে— জংঘলী জন্তু-জানোৱাৰতো বহুতেই আছে, কিন্তু বিশেষকৈ হাতীক লৈ ইমান সংস্কাৰ, কিংবদন্তি, ৰূপকথা আৰু পূজা-অৰ্চনা আদি কিয়? এই প্ৰশ্নটোৱে মোৰ মনত যে উকমুকনি তোলা নাই এনে নহয়, কিন্তু নিজৰ মনে ধৰা কোনো উত্তৰেই বিচাৰি পোৱা নাই। পিছে মোটা-মুটিকৈ যি ভাবিছোঁ, তাকেই আপোনাক কৈছোঁ। পুৰণিকালৰ পৰাই হাতীৰ পূজা-পাৰ্বণ ইত্যাদি চলি আহিছে। আনিও সেই পূজা-পাৰ্বণ অতীতৰ পৰাই মানি চলিছোঁ। পিছে স্থান-কাল আৰু পাত্ৰ ভেদে সেইবোৰ ৰীতি-নীতিৰ অনেক ৰকমে হেৰফেৰ হৈছে ঠিকেই। বহুকাল আগৰে পৰাই হাতী আমাৰ জীৱনৰ সঙ্গী হৈ পৰিছে। সেই সময়ত হাতীৰ প্ৰয়োজনো কম নাছিল। খেতি-বাতি, পৰিবহণ, আনকি যুদ্ধ ক্ষেত্ৰতো হাতীয়ে সমানভাৱে মানুহক প্ৰাণপণে বা প্ৰাণ দি সহায় কৰিছিল। সেইবাবেই শাস্ত্ৰত, মহাকাব্যত, কাকতত আৰু গল্পত হাতীৰ কথা আৰু কাহিনী বিস্তৰ আছে। তাৰ বাহিৰেও দেখাত হাতী বিশালকায় আৰু প্ৰচণ্ড শক্তিমান জন্তু। কিন্তু কিমান সহজতে সি পোহ মানে আৰু কিমান যুগ ধৰি মানুহৰ কামৰ সঙ্গী হৈ আছে। এই কথাটো ভাবিলেই ভাব হয় মানুহে এক ধৰণৰ বিস্ময় আৰু আনন্দৰ অশ্বাস পায়। কেৱল ভাৰতৰেই নহয় গোটেই পৃথিৱীৰ মানুহেই হাতীক এক অদ্ভুত জন্তু হিচাপে চাই আৰু ভাল পায়। কি চহৰ কি গাঁৱত মানুহে এটা হাতী দেখিলে ভেল্‌কি লগাৰ দৰে চাই থাকে। সোণপুৰৰ হাতীৰ মেলালৈ গৈ চাওক। সেই হাতীৰ মেলাত হাতীতকৈ মানুহৰ সংখ্যাই বেছি। বহুজনে থিয় হৈ হাতী চাইছে, বহুজনে আকৌ প্ৰণাম কৰিছে। আপুনি এটা হাতীৰ গাত হাত তুলি চাওক বা অকথা-কুকথা কিছু কৈ চাওক মানুহে কিন্তু সেইবোৰ সহ্য নকৰিব। চিৰিয়াখানাতো হাতীৰ ওচৰতেই মানুহৰ ভিৰ বেছি। হাতীৰ অসীম শক্তিৰ কথা কাৰো অজানা নহয়।

সেয়েহে মানুহে মূলতঃ হাতীক ভয়েই কৰে। কিন্তু হাতীয়েও অতি সহজতে পোহ মানে। এইয়া আমাৰ বাবে কম বিস্ময় আৰু আনন্দৰ কথা নহয়। গতিকে হাতীক লৈ ঘেৰি আছে আমাৰ মনত এটা ভয়, বিস্ময় আৰু আনন্দৰ আলো-আধাৰিত সৃষ্টি। লগে লগে এটি ধাৰণা বা বিশ্বাসো গঢ়ি উঠিছে যে বিভিন্ন মেজাজৰ হাতী ভিন্ন ভিন্ন দেৱতাসকলৰ হুকুমমতেই চলে। সেই দেৱ-দেৱীৰ (যেনেকৈ কালী, গণেশ, মাউত পীৰ) দয়াৰ বাহিৰে হাতীৰ হাতৰ পৰা বচা বা জংঘলী হাতীক ধৰি পোহ মনোৱাৰ কোনো পথেই খোলা নাই।

# ছয়

গোৱালপৰীয়া লোকগীতত হাতীয়ে যে মুখ্য ঠাই অধিকাৰ কৰি আছে সেয়া সকলোৰ জনা কথা। হাতীৰ লগত আছে মাউত আৰু ফান্দী, পিছে হাতীৰ পিঠিত যাক সদায় দেখা যায়, সেয়া হ'ল মাউত, ফান্দী নহয়। ফান্দীক আমি দেখিবলৈ পাওঁ বন-জংঘলত। হাতী ধৰাৰ ৰোমাঞ্চকৰ নাটকৰ নায়কৰ ভূমিকাত। এই দুঃসাহসী নায়ক সম্পৰ্কে দুই-চাৰিটা কথা আগতেই কৈছোঁ। এইবাৰ তাৰ শিক্ষা-দীক্ষা আৰু গুণাগুণৰ মোটা-মুটি এটা বৃত্তান্ত দাঙি ধৰিলোঁ।

আপুনি আগেয়ে শুনিছে যে পাৰ্গত ফান্দীসকলে সভা পাতি পাৰ্গত মাউতসকলক ফান্দীগিৰিৰ মেডেল দিয়ে। এই সভাক আমাৰ মাউতৰ ভাষাত কোৱা হয় 'বাৰ ফান্দীৰ মেল।' আমাৰ দেশীয় ভাষাত মেল মানে হ'ল সভা, অৰ্থাৎ বাৰ ফান্দীৰ সভা। কিন্তু এই সভাত যে বাৰজন ফান্দী থাকিবই লাগিব এনেকুৱা কোনো ধৰা-বন্ধা নিয়ম নাই। সভাঘৰত যিমানজন ফান্দী থাকে সিহঁতেই একগোট হৈ সিদ্ধান্ত লয়— এয়াই হ'ল আচল কথা। বাৰজনৰ ঠাইত চাৰিজন হ'লেও কাম বন্ধ হৈ নাথাকে। যেনেকৈ বাৰোৱাৰী পূজাত বাৰজনৰ কম বা বেছি কৰ্মকৰ্তা থাকিলেও কোনো ধৰণৰ অসুবিধা নহয়। এতিয়া ধৰক এজন পৰিপক্ক মাউতৰ কথা। সি ফান্দীৰ সৈতে বেছ কেইবাবাৰো ঘূৰিছে। হাতী ধৰাৰ কায়দা, নিয়ম-কানুন আদি সি দেখি দেখি ভালেখিনি অয়াত্ত কৰিব পৰিছে। তেতিয়াই সি ফান্দী হোৱাৰ যোগ্যতা আহৰণ কৰে। ফান্দীৰ সন্মান সকলো মাউতেই পাবলৈ বিচাৰে। কিন্তু ফান্দীগিৰিৰ ডিপ্লমা কোনে তাক দিব আৰু কি ধৰণে দিব সেই কথা এতিয়া কৈছোঁ। মাউতজনে তেতিয়া তাৰ ইচ্ছাৰ কথা বাৰ ফান্দীৰ আগত জনাব। ইয়াৰ পিছত যি কৰিবলগীয়া আছে সেয়া সভাত ফান্দীয়েই কৰিব। দিন-বাৰ আৰু সময় ঠিক কৰি ফান্দীয়ে এখন সভা আহ্বান কৰিব। তেওঁলোকৰ সংখ্যা চাৰিজন হওক বা বিশজনেই হওক। মাউতজনে তেওঁলোকৰ আপ্যায়নৰ বাবে কিছু ব্যৱস্থা কৰে। এই ধৰি লওক চাহ-বিস্কুট ইত্যাদি। আপ্যায়নৰ কাম শেষ হ'লে সভাৰ কাম আৰম্ভ হয়। সভাৰ কাম মানে মৌখিক পৰীক্ষা। বুধিয়ক ফান্দীসকলে বিভিন্ন ধৰণৰ প্ৰশ্ন কৰে। মাউতটোৱে তেওঁৰ সাধ্যমতে উত্তৰ দিয়ে। সভাই পুঙ্খানুপুঙ্খৰূপে পৰীক্ষা কৰি চাই সঁচাকৈয়ে মাউতজন ফান্দীগিৰিৰ উপযুক্ত হয়নে নহয়। প্ৰশ্নৰ এটি নমুনা দিছোঁ। প্ৰশ্ন— ধৰা, তোমাৰ কুন্‌কীটো আঠফুট ওখ, এতিয়া তুমি কোৱা তাক লৈ কিমান ডাঙৰ হাতী ধৰিব পাৰিবা। ধৰি লওক মাউতটোৱে উত্তৰ দিলে— আঠ ফুট ওখ হাতী ধৰিব পাৰিব। বুজি পালে যে উত্তৰটো শুদ্ধ হোৱা নাই। সভাই তেতিয়া মাউতটোক বুজাই ক'ব যে, জংঘলী হাতীৰ শক্তি বেছি। গতিকে কুন্‌কীতকৈ যদি জংঘলী হাতীটো সৰু নহয় তেতিয়াহ'লে বিপদ। টনা-টনি কৰোঁতে জংঘলী হাতীতোৱেই জয় হ'ব। তাৰ পিছত মাউতটোৱে ৰছীৰ কাম জানে নে নাজানে তাৰো পৰীক্ষা কৰিব। হাতীৰ কাম ৰছী নহ'লে একেবাৰে নচলে। পোহনীয়া হাতীক বান্ধিবলৈও যি ৰছী জংঘলী হাতীক ধৰি বান্ধিবলৈও একেই সেই

ৰছী। ফান্দ-ফাড়াতো ৰছীৰেই তৈয়াৰী। সেয়েহে মাউতে ৰছী তৈয়াৰ কৰাৰ কাম জানিবই লাগিব। ইয়াৰ পিছত জংঘলী হাতীক পোহ মনোৱাৰ নীতি-নিয়মক লৈয়ো প্ৰশ্ন সুধিব পাৰে। এটা জংঘলী হাতীৰ গাত ফান্দ লগাই দিয়া খুব কঠিন কাম। এই কামটোত যথেষ্ট বুদ্ধিৰ দৰকাৰ হয়। ফান্দত পৰা জংঘলী হাতীক ধূৰালৈ টানি আনিব পাৰিনে নোৱাৰি, বুধিয়ক ফান্দীয়ে মাউতক সেই প্ৰশ্ন কৰি দুই-চাৰিষাৰ কথা পাতি বুজিব পাৰে। আৰু অনেক বিষয়ত প্ৰশ্ন উঠিব পাৰে। হাতীৰ স্বভাৱ, প্ৰকৃতি আৰু জংঘলৰ অৱস্থা ইত্যাদি। ফান্দী হ'বলৈ হ'লে এইবোৰ কথা জানিবই লাগিব। আনকি বাঘৰ প্ৰকৃতি সম্পৰ্কেও বেছ কিছুকথা নাজানিলেও নচলে। কিয়নো বাঘেই হ'ল হাতীৰ এক নম্বৰ শত্ৰু। হাতীৰ বেমাৰ আৰু তাৰ ঔষধ— এই সকলোবোৰ কথা সি মোটামুটিকৈ জনাটো দৰকাৰ। বন-জংঘলত দৰকাৰ হ'লেই ওচৰতেই ডাক্তৰ পোৱা নাযায়। গতিকে হাতীৰ ৰোগ আৰু পৰিচৰ্যাৰ কথাবিলাক নাজানিলে ফান্দীৰ কাম নচলে। বহুতৰ ধাৰণা যে হাতী গৰুৰ এটা ডাঙৰ সংস্কৰণৰ বাহিৰে আন একো নহয়। গতিকে গৰুৰ যিটো বেমাৰত এটা বড়ি লাগে হাতীৰ সেই ৰোগত দহটা বড়ি লাগিব। এইটোৰেই পাৰ্থক্য। এই ধাৰণাটো সমূলি ভুল। হাতী আৰু গৰুৰ শৰীৰ একে ধৰণৰ নহয়। গতিকে কেৱল বেছিকৈ ঔষধ সেৱন কৰাই দিলেই হাতীৰ বেমাৰ যে ভাল হৈ যাব সেইটো নহয়। সেইকাৰণে বনে-জংঘলে যিবিলাক বনৌষধি পোৱা যায়, তাৰ খবৰ নাৰাখিলে ফান্দীৰ নচলে। এইবোৰ জনাটোও খুব এটা সহজ কথা নহয়। এটা উদাহৰণ দিলে কথাটো পৰিষ্কাৰ হৈ পৰিব। আগতেই কৈছোঁ, হাতীয়ে পুঙলৈ আহি মাটি খায়। এই মাটি হ'ল হাতীৰ জুলাপ। এয়া নাখালে তাৰ পেটত ময়লা জমে আৰু পোক-মকৰাই বাহ বান্ধে। ফলত সি অসুস্থ হৈ পৰে। আকৌ পুঙৰ মাটি যেতিয়া শেষ হৈ যায়, তেতিয়া অন্য নিমখীয়া মাটি খাবলৈ আৰম্ভ কৰে। মানুহে য'ত প্ৰস্ৰাৱ কৰে সেই মাটি নিমখীয়া হয়। কিন্তু এই ধৰণৰ মাটি খালে হাতীৰ ৰোগ হয়। মানে তাৰ পেটত মাটিবোৰ জমা হৈ যায়। তেতিয়া হাতীৰ পেটৰ ভিতৰত হাত ভৰাই যিমানখিনি সম্ভৱ লদা টানি বাহিৰ কৰা হয়। কিন্তু তেনেকুৱা কৰিও হাতীক সকলো সময়তে বচাব নোৱাৰি। সেই সময়ত আমি এবাৰ চেষ্টা কৰি চাওঁ। হাতীটোৰ পিঠিত বহি লৈ তাৰ ইচ্ছামতে যাবলৈ এৰি দিয়া হয়। সি স্বাধীনতা পাই পোনে পোনে জংঘলৰ মাজলৈ গুচি যায়। তাৰ পিছত বিচাৰি বিচাৰি বিশেষ ধৰণৰ গছ-লতা খাই ঘূৰি অহাৰ সময়ত সুস্থ হৈ আহে। আমিও তেতিয়া সেই গছ-লতা তুলি আনি পৰীক্ষা-নিৰীক্ষাৰ বাবে কলকাতালৈ পঠিয়াই দিওঁ। ইয়াৰ ফল পালে তেতিয়া আমি তাৰ নিৰিখটো ঠিক কৰি লওঁ। এতিয়া নিশ্চয় বুজিছে যে উৎসাহ থাকিলে হাতীৰ নিজৰ বেমাৰৰ ঔষধৰ সন্ধান নিজেই দিব পাৰে। এইবোৰ বিদ্যা ফান্দীয়ে নিজেই জানিব লাগে। এতিয়া বাৰ ফান্দীৰ মেলে যদি বুজিব পাৰে যে মাউতটোৰ হাতীৰ ৰোগ আৰু ঔষধৰ বিষয়ে তেনেকুৱা জ্ঞান নাই তেতিয়াহ'লে তাক গুৰু ল'বলৈ কয়। হাতীৰ চিকিৎসাৰ বিষয়ে জ্ঞান থকা কোনোবা নহয় কোনোবা এজন বাৰফান্দীৰ মেলত থাকিবই। তেওঁকেই সেই মেলত ক'ব— "তুমিতো ভাই ওস্তাদলোক, এই ল'ৰাটোক তুমি কিছু শিকাই-বুজাই দিবা।"

এটা কথা সময়মতে ক'বলৈ পাহৰি গৈছোঁ। যিসকল মাউতে ফান্দী হ'বলৈ বিচাৰে

তেওঁলোকে ৰছী তৈয়াৰ কৰা কাম জানিবই লাগিব। কিন্তু জানিলেই যে ফান্দীৰ শ্ৰেণীত উঠিব সেইটো নহয়। ক'ত কেনেকৈ কি অৱস্থাত হাতীক কি ধৰণৰ বান্ধোনেৰে বান্ধিব লাগিব সেয়া নাজানিলে ফান্দীগিৰি নচলে। ৰছীৰ বান্ধোনো বহুত ধৰণৰ। যেনে— 'গল ঘুৰ্ণী' বা গল ঘূৰণীয়া বান্ধোন। এটা জংঘলী হাতী বহুত দূৰ লৈ যাব লাগে। এটা ডিপোৰ পৰা আন এটি ডিপোলৈ লাগে তিনিদিন। তিনিদিন ধৰিতো হাতী গৈ থাকিব নোৱাৰে। এই দীৰ্ঘ পথৰ মাজত দুই-চাৰি ঠাইত জিৰণি ল'বলৈ তাৰ থকা-খোৱাৰ ব্যৱস্থা কৰিবলগীয়া হয়। এই জিৰণি লোৱাৰ সময়ত হাতীৰ ভৰিত ৰছীৰে বান্ধ লগোৱা কামটো ঠিক নহয়। কাৰণ পথশ্ৰান্ত হাতীৰ ভৰি তেতিয়া উখহি যাব পাৰে। হয়তো ভৰিত ঘা হৈয়ো যাব পাৰে। গতিকে তেতিয়া তাৰ গলত এটা বেলেগ কৈ বান্ধ দি কজ্জা কৰি ৰখাটোৱেই হৈছে অভিজ্ঞ লোকৰ কাম। আকৌ বান্ধটো এনেকুৱাও হ'ব লাগে যাতে হাতীয়ে ইফালে সিফালে গলটো ঘূৰাব পাৰে। তেতিয়া গলত ফাঁচ লগাৰো কোনো ভয় নাথাকে। হাতীক অৱশ্যে এডাল গছৰ লগত বান্ধিব লাগিব। এই বান্ধোনৰ নামেই 'গল ঘুৰ্ণী' বা 'গল ঘূৰণীয়া'।

আৰু বহুতো প্ৰশ্নৰ অৱতাৰণা কৰা হয় এই বাৰ ফান্দীৰ মেলত। ধৰক ৰছী কম হ'লে কেনেকৈ এই সমস্যা সমাধান কৰা হ'ব। বহুত দূৰলৈ লৈ যাবলগীয়া হাতীক কিমান বেগত নিব লাগে, একেৰাহে কিমানখিনি দূৰত্ব কোনো কষ্ট নোহোৱাকৈ অতিক্ৰম কৰিব পাৰে। প্ৰশ্ন আৰু উত্তৰ দিয়াৰ সময় পাৰ হ'লেই মাউতক বহিবলৈ এখন চটিৰ আসন দিয়া হয়। অৰ্থাৎ তেতিয়া মাউতে ফান্দীৰ পদাধিকাৰ পায়। লগে লগে পালে পাকা ফান্দীৰ লগত একে শাৰীতে বহাৰ অধিকাৰ। সামান্য এই চটিৰ আসনখন কিন্তু মাউত-ফান্দীৰ সমাজত অশেষ সন্মানৰ। বাৰ ফান্দীৰ মেলে যাক ফান্দী বুলি স্বীকাৰ কৰা নাই তেনেকুৱা কোনো লোকেই এই চটিৰ আসনত বহিব নোৱাৰে। অৱশ্যে এই বিধি নিষেধ তেওঁলোকৰ ওপৰতেই পৰিব, যিসকলে হাতীৰ কাম কৰে, যেনে— মাউত, কাম্লা ইত্যাদি। কিন্তু যিসকলে হাতীৰ কাম নকৰে তেওঁলোক এই নিষেধাজ্ঞাৰ ভিতৰত নপৰে। যেনে হাতীৰ মালিক-মহাজনসকল। পিছে মালিক-মহাজনৰ ভিতৰত যদি কোনোবাই ফান্দী হ'বলৈ বিচাৰে তেতিয়াহ'লে তেওঁলোক এই বাৰ ফান্দীৰ মেলৰ সন্মুখত থিয় হ'বলগীয়া হয়। আৰু বাৰ ফান্দীৰ মেলত যথাৰীতি মানি এই কাম কৰিবলৈ ত্ৰুটি নকৰে। ময়ো এদিন এই নিয়ম মানি পৰীক্ষা দিবলগীয়া হৈছিল। পৰীক্ষা পাছ কৰাৰ পিছতহে মই এই চটিৰ আসনত বহাৰ অধিকাৰ পাইছিলোঁ। হাতীৰ মালিক বুলি নহয়। নিশ্চয় বুজিব পাৰিছে যে এই পৰীক্ষা ৰীতিমতে কঠিন আৰু পৰীক্ষকৰ চকুত ধূলি দি পাছ কৰাৰো কোনো উপায় নাই। কিন্তু ইমান কঠিন হোৱাৰ পিছতো ফে'ল কৰা দেখা নাযায়। তাৰ কাৰণো আছে। ফান্দীৰ জীৱনৰ পদে পদে বিপদ। গতিকে যিয়ে ফান্দীৰ কামৰ নাড়ী-নক্ষত্ৰ নাজানে সি ফান্দীৰ কামত নামিবলৈ নিজেই সাহস নকৰে। তদুপৰি সিহঁতে জানে যে কেইবাজনো অভিজ্ঞ বুধিয়ক ফান্দীৰ মুখামুখি হ'ব লাগিব। আনহাতে অলৰ-অচৰ বাৰফান্দীৰ ফান্দীসকলক কোনো ধৰণৰ লোভ দেখুৱাই সেই চটিৰ আসনখনত বহিব পৰা নাযায়। এই ফান্দীৰ পৰীক্ষাত ফে'ল নকৰে বুলি কৈছোঁ যদিও কেতিয়াবা কেতিয়াবা দুই-এজনে ফে'ল কৰা দেখা যায়। বাৰ ফান্দীৰ মেলে তেতিয়া সেই মাউতজনক বুজাই দিয়ে যে -- 'তুমি বাপু, এতিয়াও ফান্দী কামৰ বাবে উপযুক্ত হৈ উঠা

নাই। গতিকে তুমি আৰু দুই-চাৰিটা বনৰীয়া হাতীৰ চিকাৰ আৰু ফান্দ ধৰা কামত অভিজ্ঞতা অৰ্জন কৰি লোৱা, তাৰ পিছত দেখা যাব।' গতিকে বেচেৰা সেইবাৰ ফান্দী হোৱাৰ পৰা বঞ্চিত হ'ল। চটিৰ আসনখন পালে কিছু দক্ষিণাও দিবলগীয়া হয়। এই ধৰক দহ টকা ৰূপ। এককথাত এই গোটেই দহ টকাই হ'ল চটিৰ আসনৰ সম্মান মূল্য। ইয়াকেই কোৱা হয় 'গাদী চেলামি'। গাদী মানে 'গাদী' আৰু কি? ইয়াৰ বাহিৰেও অৱশ্যে চাহ, মদ আৰু খোৱা-লোৱাৰ বাবে কিছু খৰচো আছে। সেয়েহে চাওক আপোনালোকৰ নগৰৰ বিশ্ববিদ্যালয়ৰ গ্ৰেজুৱেট হ'বলৈ গ'লেতো বিভিন্ন ধৰণৰ পৰীক্ষা দিব লাগে আৰু ফিজো কম নালাগে। কিন্তু আমাৰ বন বিশ্ববিদ্যালয়ৰ পৰীক্ষা পদ্ধতি সহজ আৰু পোনপটীয়া, ফিজো যৎ সামান্য। পৰীক্ষকসকলক ফাকি দিয়াৰ কোনো সুবিধাই নাথাকে। এই বন বিশ্ববিদ্যালয়ৰ গ্ৰেজুৱেট হ'ল— ফান্দীৰ দল— বিষয় হস্তীবিদ্যা। নাভাবিব যে আমাৰ এই বিশ্ববিদ্যালয়ৰ দৌৰ ডিগ্ৰী ক'ৰ্ছ পৰ্যন্ত। পোষ্ট গ্ৰেজুৱেট বিভাগ এটিও আছে। তাৰ বাবে কমেও তিনি বছৰৰ এটা পাঠ্যক্ৰমো আছে। আমাৰ পাঠ্যক্ৰম হাতে-কামে আৰু আপোনালোকৰ পাঠ্যক্ৰম কাগজে-কলমে, এয়েই পাৰ্থক্য। পোষ্ট গ্ৰেজুৱেট ডিগ্ৰীধাৰীসকলক আমি কওঁ বৰ ফান্দী। নতুন বা পুৰণা সকলো ফান্দীয়েই বৰ ফান্দীৰ হুকুম মানি চলে। বৰ ফান্দীসকল বুধিয়ক আৰু অভিজ্ঞ। তদুপৰি ফান্দী চলোৱাৰ বাবে তেওঁলোকৰ সকলো গুণ আৰু ব্যক্তিত্ব থকা দৰকাৰ। ফান্দী চলোৱা কামটো মুঠেই সহজ নহয়। হাতী ধৰিব পাৰিলে ফান্দীয়ে বেছ কিছু টকা পায়। সেয়েহে সদায় যদি বৰ ফান্দীয়ে ফান্দ-ফাডা হাতত লৈ হাতী ধৰিবলৈ যায়, তেতিয়া ফান্দীয়ে মুখখন গোমোঠা মাৰি থাকে। আকৌ যদি বিশেষ ফান্দীয়ে বাৰে বাৰে হাতী ধৰাৰ সুযোগ পায়, তেতিয়াহ'লে বৰ ফান্দী পক্ষপাতিত্বৰ দোষত পৰে। জংঘলী হাতীৰ অহা-যোৱাৰ খবৰ পালে বৰ ফান্দীয়ে পৰিপক্ব ফান্দীৰ সৈতে আলোচনাত বহি ঠিক কৰে যে কোন ফান্দী চিকাৰলৈ যাব। এই বিষয়ত মালিক-মহাজনৰ একো কথা ক'বলৈ নাই। মোৰ নিজৰ কথাকেই ধৰক। মোৰ নিজৰ হাতী থাকিলে কি হ'ব মেলা চিকাৰৰ সময়ত মই নিজেও বৰ ফান্দীৰ কথামতে চলিব লাগে। অৰ্থাৎ মেলা চিকাৰৰ নায়ক হ'ল ফান্দীসকল আৰু বৰ ফান্দীৰ ভূমিকা বহু পৰিমাণে প্ৰযোজক বা পৰিচালকৰ দৰে। কিন্তু সেইবুলি বৰ ফান্দীয়ে নিজৰ খেয়াল খুচিমতে উল্টা-পাল্টা হুকুম দিয়াৰ অধিকাৰ নাই। আমাৰ বনবাসীকলৰ সমাজৰ নিয়ম বৰ কঠিন। ইয়াত কোনোৱেই কাৰো মালিকো নহয়, ভৃত্যও নহয়। সেইকাৰণে আজে বাজে হুকুম কোনোৱেই নামানে— সেই হুকুম দিয়াজন যিয়েই নহওক কিয়? কিন্তু হুকুম দিয়াজনৰ বিৰুদ্ধে সকলোৱে মিলি হাত নোতোলে। তেতিয়া চতুৰ বুধিয়ক ফান্দীসকলে হুকুম দিয়া মানে বৰ ফান্দীক বুজাই দিয়ে যে, হুকুম দিয়াত ভুল হৈছে। তাৰ পিছত পৰামৰ্শ দিয়ে। শেষত সকলোৱে মিলি যিটো ঠিক কৰিব সেইটোৱেই বৰ ফান্দীৰ হুকুমৰ মৰ্যাদা পাব আৰু বলবৎ হ'ব। এতিয়া ভালকৈ বুজিব পাৰিছে যে বৰ ফান্দীগিৰি কৰাটো সহজ কথা নহয়। সকলো ফালে চাই মেলি সাৱধান হৈ কাম নকৰিলেই কেলেঙ্কাৰী। সেয়েহে হাতী ধৰা কামত ওস্তাদি দেখুৱালেই যে কোনো ফান্দীক সকলোৱে মিলি 'বৰ ফান্দী' বুলি মূৰত তুলি ল'ব এনে নহয়। নতুন নতুন ফান্দীৰ কাজ-কৰ্ম আৰু চলা-ফিৰাৰ ওপৰত চতুৰ ফান্দীয়ে চোকা নজৰ ৰাখে। সকলোৱে মিলি চাৰিওফালৰ পৰা উপযুক্ত বুলি যিজনক ভাবে সেইজনক

এদিন বৰ ফান্দীৰ মেলৰ সন্মুখত হাজিৰ কৰাই দিয়ে আৰু অনুৰোধ কৰে যে এই ল'ৰাটো সকলো ৰকমৰ কাজ-কৰ্মতেই পকা, দৌৰাদৌৰিও কৰিব পাৰে আৰু মানুহ চলোৱা বুদ্ধিও আছে। ইয়েই আমাৰ বৰ ফান্দী হওক। আমিতো আছোঁৱেই। দৰকাৰ হ'লে বুদ্ধি-পৰামৰ্শ দিম। মেলে তেতিয়া তাকেই বৰ ফান্দী বুলি স্বীকৃতি দিয়ে। দলৰ সকলোৱেই তাকেই নেতা বুলি সানন্দে মানি লয়। পুৰণা আৰু চতুৰ ফান্দীসকলেও তাকেই মানি চলে। মালিক মহাজনসকলেও তাকেই মানি চলে। এক কথাত যি বৰ ফান্দীৰ আসনত বহিব পাৰে। 'গাদী চেলামী' অৱশ্যে বৰ ফান্দী হ'লেও লাগে। কমপক্ষে একৈশ টকা। ক্ষমতাই জুৰিলে কোনো কোনোৱে বেছিকৈও দিয়ে। দৰকাৰ হ'লে তাৰ লগত সকলোৱে মিলি আৰু কিছু টকা দি এটা পঠা বা খাহী কিনি আনে। তাৰ পিছত ৰীতিমতে এটা ভোজভাতৰ ধুমধাম চলে।

# সাত

হাতী ধৰাৰ কায়দা-কানুন আৰু কাহিনীতো কিছু শুনিলে। এইবাৰ শুনক হাতীৰ গৃহস্থলীৰ সামগ্ৰীৰ কথা। হাতীৰ গৃহস্থলীৰ সামগ্ৰীৰ কথা বুলিলে প্ৰথমতেই মনলৈ আহে হাতীৰ খোৰাকৰ কথা— হাতীয়ে কি খায়, কি খাবলৈ ভাল পায়, কিমান পৰিমাণৰ প্ৰতি সাজত লাগে ইত্যাদি। কিছুমান হাতী ধৰা পৰে আৰু পোহ মানে ঠিকেই, কিন্তু আচলতে হাতী এটা জংঘলী জন্তু। গতিকে জংঘলত তাৰ খোৱা বস্তু ভাগে ভাগে সজাই থোৱা আছে। সেইবোৰ বস্তু খাবলৈ হাতীয়ে ভাল পায় আৰু শৰীৰৰ অৱস্থাও ভালে থাকে। পুণ্ডী ফল হাতীৰ বৰ প্ৰিয় খাদ্য। আপুনি নিশ্চয় জানে যে কোচবিহাৰ চহৰৰ গাতে 'পুণ্ডীবাৰী' বুলি এটা অঞ্চলেই আছে। 'পুণ্ডীক' ইংৰাজীত Wild Cardamom বুলি কয়। বিদেশত কি বুলি কয় মই নাজানো। পুণ্ডী ফলৰ ভিতৰত সৰু সৰু দানা থাকে। আত্‌লচৰ দানাৰ দৰে। Wild Cardamom কথাটো সেইবাবেই মানিবলগীয়া হয় বুলি মনত বিশ্বাস হয়। পুণ্ডী ৰান্ধি খাবলৈ মোৰ হ'লে ভাল লাগে। জংঘলত ঘূৰি আমিও বহুত বনৰীয়া জন্তুৰ দৰেই ফলমূল চিনিবলৈ আৰু খাবলৈ শিকিছোঁ। দেৱধান হাতীয়ে বেছ তৃপ্তিৰেই খায়। দেৱধান এক ধৰণৰ জংঘলী ধান। নল-খাগৰি বা Elephant Grass হাতীৰ কাৰণে বেছ ৰুচিকৰ খাদ্য। কলগছ আৰু পাত খাবলৈতো হাতীয়ে শুঁৰ আগবঢ়াইয়ে থাকে। পিছে কলগছত আছে কেৱল খাৰ আৰু পানী। গতিকে কলগছ বেছিকৈ খালে হাতীৰ পেটত পোক হ'ব পাৰে। কিন্তু কলপাত হাতীৰ স্বাস্থ্যৰ বাবে ভাল। হাতীয়ে মিঠা বস্তু খাবলৈ ভাল পায়। যেনে— কুঁহিয়াৰ, গুৰ ইত্যাদি। টেঙা জাতীয় বস্তুও হাতীৰ বিশেষ অৰুচি নহয়। যেনে— তেতেলী, ঔ টেঙা ইত্যাদি। আম-কঁঠাল খাবলৈ হাতীয়ে সদায় ভাল নাপায়। তথাপি কঁঠাল ভাল দৰেই খায়। এইবোৰ বস্তু পিছে তাৰ মূল খাদ্যৰ তালিকাত নপৰে। ঘাঁহ আৰু গছপাতেই তাৰ আচল খাদ্য। কিন্তু তাৰ মনৰ পছন্দৰ খোৱা বস্তু সকলো সময়তেই নাপায়। হাতী তৃণহাৰী নিৰামিষভোজী এনেকুৱা ধৰণৰ খাদ্যত হাতীৰ আপত্তি নাথাকে। কিন্তু তিতা গছ হাতীয়ে নাখায়। অৱশে দুই-এক প্ৰকাৰৰ তিতা গছ খাবলৈ সন্দেহ নকৰে। জংঘলী ভাঙৰ গছ পালে হাতীয়ে খাবলৈ নেৰে। পোহনীয়া হাতীক আমি ধান, চাউল, বুট ইত্যাদি খাবলৈ দিওঁ। এইবোৰ তাৰ চখৰ খোৱা, আমি যেনেকৈ চাহ-বিস্কুট খাওঁ। এইবোৰ খাই হাতী জীয়াই থাকিব নোৱাৰে। কেৱল এয়ে নহয় যে ধান বেচিকৈ খালে হাতী অসুস্থ হ'ব পাৰে। নাড়ীৰ লগত ধানৰ ঘঁহনি লাগি গ'লে Intestinal Obstruction হ'বলৈ বেছি সময় নালাগে? সেয়েহে কৈছোঁ এইবোৰ খোৱাটো হাতীৰ বাবে সহ্য নহয়।

পোহনীয়া হাতী কাহিল হৈ পৰিলে বা শীতৰ প্ৰকোপ বাঢ়িলে আমি ঔষধ হিচাপে তাক জংঘলী ভাং বা মদ খুৱাই দিও। চিৰা মদত ভিজাই গুৰ সানি দিলে হাতী খুচি হৈ যায়। আকৌ আমি যেনেকৈ হাতীক ধান, চাউল আৰু বুট খাবলৈ দিওঁ ঠিক তেনেকৈ মিৰিসকলে ভাতেৰে বনোৱা মদ খুৱায়। আগতেই কৈছোঁ যে এই বস্তুটোক আমি মদৰ 'মেড়া' বুলি

কওঁ। ঘন থপথপীয়া এক ধৰণৰ বস্তু। মেড়া মিঠাও হ'ব পাৰে, টেঙাও হ'ব পাৰে। বৰা চাউলৰ মেড়া মিঠা হয় আৰু সাধাৰণ চাউলৰ মেড়াৰ স্বাদ টেঙা হয়। খুব চোকা মদ আমি হাতীক নিদিওঁ। হাতী হাড় কঁপোৱা ঠাণ্ডা পালে বা একে লেঠাৰিয়ে বৰষুণ দি থাকিলে দুৰ্বল হৈ যায়। তেতিয়া তাক এক বা আধা বটল 'ৰাম' বা দেশী মদ খুৱাই দিলে সবল হৈ পৰে। হাতীৰ বেলিকা 'এক বা আধা' বুলিলে কিমানখিনি মদ বুজায় এই কথাৰ উত্তৰ দিয়াটো কঠিন। অৱশ্যে দুই-এক বটলত হাতীৰ বিশেষ নিচা নহয়। কিন্তু কিছু সময়ৰ বাবে জুপুকা মাৰি বহি থাকে। পিছে কেইবটল মদ খুৱালে হাতীৰ নিচা হ'ব পাৰে, সেইটো আমি কোনোৱে খুব মনোযোগ দি চোৱা নাই। কোনেই বা নিৰ্বোধৰ দৰে সেই কাম কৰিবলৈ যাব কওকচোন? এবাৰ নিচা হ'লে সেই হাতীক কোনে সম্ভালিব? পোহনীয়া হাতীক যে আমি এক-আধা বটল মদ দি থাকো সেয়াও মাজে মাজে দৰকাৰী সময়তহে। নহ'লে মদ খোৱাটো হাতীৰ অভ্যাসত পৰিণত হ'ব পাৰেগৈ। পিছে জংঘলী হাতীয়ে প্ৰায়েই ঘৰ-দুৱাৰ ভাঙি ভাতৰ পচোৱা পোতনি খায়। লগতে ধান-চাউল যি পায়, সকলো খাই শেষ কৰে।

হাতীৰ পেটৰ বিৰাট খোলটো ভৰাবলৈ কম খাব লাগেনে। অলপ পানীৰে তাৰ তৃষ্ণা পূৰণ নহয়। মোটা-মুটিকৈ কিমানখনি হ'লে তাৰ পিপাসা পূৰণ হয়, সেই কথাটো পিছত কোৱা হ'ব। এতিয়া কওঁ জংঘলী হাতীৰ পানী খোৱা কথা। একেখন জংঘলত কেইবাটাও জলকুণ্ড নাথাকিব পৰে। সেইকাৰণে একে ঠাইলৈ আহি সকলোৱেই তৃষ্ণা পূৰণ কৰিবলগীয়া হয়। আকৌ অনেক জংঘলৰ আশে-পাশে ক'তো পানীৰ নামমাত্ৰ চিন পোৱা নাযায়। সেই ঠাইত বিধিৰ বিধানত গজি উঠে এক ধৰণৰ লতা। তাকে আমি 'পানী লেওৱা' বুলি কওঁ। আমাৰ ভাষাত লেওৱা মানে 'লতা'। সেয়েহে বঙালীত পানীলতা বুলিব পাৰি। সেই লতা এহাতমান কাটিলে প্ৰায় এগিলাচমান পানী ওলায়। গতিকে জংঘলৰ হাতী, হৰিণ ইত্যাদি সকলো জন্তু— জানোৱাৰেই পানীলতাৰ পানী খায়েই বাচি থাকে। আমিও পানীলতা চিনি পাওঁ আৰু দৰকাৰ হ'লেই তাৰ পানীকেই খাওঁ। কিন্তু য'ত জল বা জলকুণ্ড আছে তাতে পানীলতা একেবাৰেই দেখা পোৱা নাযায়। আচৰিত ঘটনা নহয়নো বাৰু? য'ত কলাজ্বৰৰ ভয় আছে সেই ঠাইত আহই গছ গজে। আমি সেইবোৰ ঠাইত ভুলতেও আস্তানা নাপাতো। হাতী আৰু আন আন জন্তু-জানোৱাৰে দিনত জিৰণি লয় আৰু ৰাতি চলা-ফিৰা কৰে। নিশাৰ ভাগতে সিহঁতে গোটেই দিনটোৰ বাবে পানী খায় লয়। আমাৰ দৰে সিহঁতৰ ঘণ্টাই ঘণ্টাই পিয়াহ নালাগে।

এইবাৰ খাদ্যৰ পৰিমাণৰ বিষয়ে দুই-চাৰিটা কথা কওঁ। একোটা পোহনীয়া হাতীয়ে চৌবিশ ঘণ্টাৰ ভিতৰত ওঠৰৰ পৰা উনৈশ ঘণ্টা সময় খায়েই কটাই দিয়ে। তাৰ প্ৰতি ৰোজে খোৱাৰ পৰিমাণ হ'ল বাৰৰ পৰা চৈধ্য মোন। পানী সি দিনত তিনিবাৰকৈ খায়— প্ৰতিবাৰত লাগে বাৰ ইঞ্চি জোখৰ বাল্টিৰ ছয়-সাত বাল্টি। গৰমৰ দিনত আৰু বেছি লাগে। পোহনীয়া হাতীক আমি নিয়মমতে আৰু সময়মতে ধান, চাউল আৰু বুট ইত্যাদি খাবলৈ দিওঁ। এইবোৰতো বনত খাবলৈ নাপায় গতিকে পোহনীয়া হাতী হঠাৎ গুচি গ'লেও সময়ত মানুহে দিয়া খোৱা বস্তুৰ কথা মনত পৰে। সেই খোৱাৰ লোভত সি আকৌ ঘৰলৈ ঘূৰি আহিব পাৰে। পিছে জংঘলৰ টান বুলি এটা কথা আছে। আৰু বন-জংঘলত খোৱাবোৰৰ

অভাব কি? ভগবানে সেই ব্যৱস্থা ঠিক কৰি ৰাখিছে। বনৰ ভঁৰালত তাৰ বাবে সজাই পৰাই ৰখা হৈছে যথেষ্ট খোৱা বস্তু। আজিকালি অৱশ্যে সেই অক্ষয় ভাণ্ডাৰ খালী হৈ গৈছে। কাৰণ? মানুহে বন-জংঘল কাটি প্ৰায় শেষ কৰি দিছে। সেইয়া বাৰু থাওক। আমি আকৌ পোহনীয়া হাতীৰ খোৰাকীৰ কথালৈ ফিৰি আহোঁ। কিমান ধান বা চাউল একোটা হাতীক দিয়া দৰকাৰ তাৰ কোনো বন্ধা-ধৰা হিচাব নাই। হাতীয়ে যিমান পৰিশ্ৰম কৰে সিমান পৰিমাণেই খায়। এই ধৰক জংঘলত কাঠ টনা হাতী, সিহঁতৰ পৰিশ্ৰম খুব বেছি। তাক দুগুণ খোৰাকী লাগে। অতি কমেও দহ সেৰ ধান-চাউল লাগিবই। পৰিশ্ৰম কম হ'লে পাঁচ সেৰতেই চলে। আকৌ হাতী যেতিয়া 'মস্তি' হয়, তেতিয়া সি ধান চাউল নাখায়। তেতিয়া তাৰ শৰীৰ আৰু স্বাস্থ্যৰ ধল নামি আহে।

ধান-চাউল যিমানেই নিদিয়ক কিন্তু ঘাঁহ-পাত নাখালে নহয়। জংঘলী হাতীৰ ঘাঁহ-পাতেই হ'ল আচল খোৱা বস্তু। কেৱল হাতীৰ কথাই নহয়, বহুতো তৃণভোজী জন্তু-জানোৱাৰে ঘাঁহ-পাত খাই বাচি থাকে। আগেয়েও কৈছোঁ যে ঘাঁহ-পাতৰ লগত বিভিন্ন ধৰণৰ পোক আৰু মকৰা হাতীৰ পেটৰ ভিতৰলৈ যায়। কিছুমান পোকা-মকৰা পেটৰ ভিতৰতেই মৰি যায়, কিন্তু কিছুমান বাচি থাকে। সিহঁত কেৱল বাচিয়েই নাথাকে। মনৰ সুখত বংশ বৃদ্ধি কৰি নাতি-পুতিলৈ পেটৰ ভিতৰতেই বাস কৰিবলৈ লয়। তেতিয়াই হাতী কাহিল হৈ পৰে। পিছে মাজে মাজে নিমখীয়া খালে পোকবোৰ শেষত মৰি যায়। তেতিয়া হাতীও সতেজ হৈ পৰে। কিন্তু ঘৰত বাৰু নিমখীয়া মাটি ক'ৰ পৰা পোৱা যাব? অথচ নিমখ সি বিচাৰেই। মাংস ভক্ষক জন্তুবোৰে বেলেগকৈ নিমখ খাব নালাগে। চিকাৰ কৰা জীৱ-জন্তুৰ ৰক্ত-মাংসত যি নিমখ থাকে তাৰেই কাম চলি যায়। পোহনীয়া হাতীক আমি নিমখীয়া মাটিৰ সলনি নিমখ খাবলৈ দিওঁ। হাতীৰ বাবে ক'লা নিমখেই ভাল, কিয়নো ক'লা নিমখে হজমত সুবিধা কৰে। বাৰিষাৰ সময়ত হাতীক নিমখ বেছিকৈ লাগে। ধৰক আঢ়ৈশ গ্ৰাম। কাৰণ বাৰিষাৰ সময়ত হাতীয়ে বেছি পৰিমাণে ঘাঁহ খায়। সেইকাৰণে তাৰ পেটত পোকৰ উৎপাত বাঢ়িব পাৰে বুলি আমাৰ ভয় হয়। আন সময়ত নিমখৰ পৰিমাণ অলপ কম হ'লেও হয়। জংঘলী হাতীৰ বাবে ভগৱানে নিমখীয়া মাটিৰ ব্যৱস্থা জংঘলতেই কৰি ৰাখিছে, সেই কথা আগতেই কৈছোঁ। নদীৰ সোঁতৰ কাষতেই প্ৰকৃতিৰ নিয়ম মতেই নিমখ-খোলা গঢ়ি উঠিছে। নিমখ-খোলাক ইংৰাজীত কোৱা হয় Salt lick, আমি কওঁ 'পুং' আৰু নেপালীবোৰে কয় 'মাটি-খোলা'। নেপালী ভাষাত খোলা মানে নদী। এইবাৰ মাটি-খোলাৰ অৰ্থটো বুজিব পাৰিলেই'। এইবাৰ শুনক 'পুং'ৰ মাটিৰ গুণাগুণৰ কথা। সেই মাটিত নিমখৰ বাহিৰেও আৰু অনেক ধৰণৰ Mineral থাকে। অৱশ্যে বন বিভাগৰ মানুহে আজিকালি জংঘলৰ মাজে মাজে নিমখ ঢালি কৃত্ৰিম 'পুং' তৈয়াৰ কৰি ৰাখে। ভগবানে যে কেৱল নিমখ মাটিৰ ব্যৱস্থা কৰিছে সেয়াই নহয়, সেই মাটিৰ গুণাগুণ বুজিবলৈও হাতীক বুদ্ধিও দিছে। সেইকাৰণে অমাবস্যা বা পূৰ্ণিমাৰ দুই-এদিন আগত বা পিছত হাতী মাটি খোলালৈ যাবই। কেৱল হাতীয়েই নহয়, আন আন তৃণভোজী জন্তুৰ দলেও নিমখীয়া মাটিৰ ঔষধৰ সন্ধানত গৈ মাটি-খোলাত উপস্থিত হ'বই। বাইসন, জংঘলীম'হ, হৰিণ বিভিন্ন ৰকমৰ পক্ষী, মুৰ্গী ইত্যাদি কোনোৱেই মাটি-খোলালৈ যাবলৈ ভুলতো পাহৰি নাযায়। মাংস খকুৱা বাঘ যায় চিকাৰৰ লোভত।

জোৎস্না ৰাতি যদি মাটি-খোলাৰ আশে-পাশে এখন মাচাঙৰ ওপৰত বহি থকা যায় তেতিয়াহ'লে অপৰূপ এক মনপৰশা দৃশ্য দেখিবলৈ পোৱা যায়। মাটি-খোলাত যেনিবা চিনাকি আৰু অচিনাকি নানা ধৰণৰ পশু-পক্ষীৰ এক বিচিত্ৰ মেলা বহিছে। সকলোৱেই নিজৰ খেয়াল-খুচিমতে নিমখীয়া মাটি খাই খাই নিজ বাটেৰে গুচি গৈছে। আনৰ ওপৰত আক্ৰমণ কৰাৰ কোনো মনোভাবেই নাই। মাটি-খোলা অৱশ্যে এটি সৰু এলেকা নহয়। বেছ ডাঙৰ খোলা মেলা এলেকা। জন্তু-জানোৱাৰবোৰে একেলগে মিছিল কৰি নাযায়। সন্ধ্যাৰ ভাগত আহে হৰিণ, তাৰ পিছত বনগৰু আৰু মাজৰাতি আহে হাতী। এনেকুৱা ভাব হয় যেন বনদেৱীয়ে ঠিক কৰি দিয়া নিৰ্দিষ্ট সময়মতেই যেন জন্তুবোৰে নিমখ মাটি খাবলৈ আহে। কোনোৱে কাকো হিংসা নকৰে। হাতীয়ে যদি দেখে যে বনগৰুৱে তাৰ ওচৰত মাটি খাই আছে, তেতিয়াহ'লে হাতী নিজেই আনফালে গুচি যায়। আৰু যদি বাঘ-বাবাজী ওচৰতে অ'ত ত'ত চোপ লৈ বহি থাকে সেইটোও হাতীয়ে বতাহত ভাহি অহা বাঘৰ গোন্ধৰ পৰা আগে ভাগেই গম পায়। গতিকে আগতেই হুচিয়াৰ হৈ যায়।

মাজে মাজে নিমখ মাটি নাখালে হাতী যে কাহিল হৈ পৰে এই কথা আগতেই কোৱা হৈছে। পশু বিজ্ঞানৰ পৰিভাষাত হাতীৰ এই বেমাৰক 'Flukes' বোলে। আজে বাজে মাটি খালে হাতীৰ পেটত সেই মাটি জমা হৈ অনৰ্থ বাধাৰ সৃষ্টি কৰে। সেই কথাও আপোনাক আগতেই কৈছোঁ। এতিয়া হাতীৰ অন্য ধৰণৰ ৰোগৰ কথা কওঁ। আকৌ কৈছোঁ যে, আহাৰ আৰু ঔষধ এই দুটা বস্তু জংঘলী জানোৱাৰৰ বাবে ভগবানে জংঘলৰ ভিতৰতেই ব্যৱস্থা কৰি ৰাখিছে। জংঘলৰ জীৱবোৰক এই ঔষধ চিনিব পৰা বুদ্ধিও ভগবানেই দিছে। বনৰ নেউল সন্মুখত পালে সাপে আক্ৰমণ কৰি খোঁট মাৰিবলৈ ভয় নকৰে। তেতিয়া নেউলে কি কৰে সেইটো নিশ্চয় জানে। নেউলে একে দৌৰে হাবিৰ মাজলৈ গৈ ঔষধৰ গছডাল চিনাক্ত কৰি সেইডালৰ পাত চোবাই খায়, সাপৰ বিষ শৰীৰৰ পৰা নমাই পেলায়। আমি জানো যে পেটৰ অসুখ হ'লে বনৰীয়া হাতীয়ে মাটি খায়। কিন্তু মাটি খোৱাৰ আগত আৰু পিছত জংঘলী হাতীয়ে এডাল বিশেষ ধৰণৰ গছ-লতা খায়। সেই গছ-লতা আমাৰ পোহনীয়া হাতীৰ সহায়ত চিনি পাইছোঁ। পোহনীয়া হাতীৰ অসুখ হ'লে আমি এৰি দিওঁ। সি তেতিয়া নিজৰ খুচিমতে গৈ থাকে। তাৰ পিছত হাবিত সোমাই যি গছ-লতা খায়, সেইডাল আমি চিনাক্ত কৰি ৰাখোঁ। পিছত কলকাতাৰ বিশেষজ্ঞৰ ওচৰলৈ পৰীক্ষা-নিৰীক্ষা কৰিবলৈ পঠিয়াই দিওঁ। ইয়াৰ পৰীক্ষা-নিৰীক্ষাৰ ফলাফল পালেই আমি তাৰ ব্যৱহাৰৰ বিধি আৰু মাত্ৰা ঠিক কৰি লওঁ। এই ধৰণেই পোহনীয়া হাতীৰ জৰিয়তেই আমি চিনিব আৰু জানিব পাৰিছোঁ পেটৰ অসুখত ঔষধৰ কাম কৰা গছডালৰ কথা। এই গছডালৰ নাম 'জিগা'। ইয়াৰ ডাল আনি পুতি দিলেই নতুন গছ গজি উঠে। আপোনালোকে এই গছক 'জিওল' বুলি কয়। 'জিগা'ৰ বাহিৰেও হাতীয়ে পেটৰ অসুখ হ'লে জাম গছৰ চালো খায়। বিহলঙনি খালেও হাতীৰ পেটৰ অসুখ কমি যায়। পেটৰ অসুখতেই হাতী বেছিকৈ ভোগে। হাতী পেটৰুগীয়া জন্তু। পোহনীয়া হাতীৰ ভৰিত 'কাড়ি' হয়। জংঘলী হাতীৰ এই ৰোগটো নহয়। 'কাড়ি' সম্পৰ্কে আগতে কিছু কথা কৈছোঁ। এতিয়া শুনক ৰোগৰ ঔষধৰ কথা। ভৰিৰ নখৰ গুৰিত ঘা বাঢ়ি যোৱাৰ সময়তে ঔষধ লগোৱাতো দৰকাৰ। ঔষধটো কি জানে 'ফেলা' গছৰ ফল।

এনেয়ে ইয়াৰ ফলবোৰ বিষাক্ত বস্তু। গাত লাগিলে ফুলি উঠে। এই ফলটো হাতীৰ ভৰিত ঘঁহি বা থেতেলাই লগাই দিয়া নহয়। তেলত এই ফলবোৰ ভালকৈ ভজা হয়। তেলবোৰ ভালকৈ গৰম হৈ উঠিলে তেতিয়া হাতীৰ ভৰিত ঢালি দিয়া হয়। দৰকাৰ হ'লে Operation কৰিবলগীয়া হ'ব পাৰে। হাতীৰ আকৌ বাত বিষৰ লক্ষণো দেখা যায়। হঠাতে তাৰ একোটা অঙ্গ অৱশ হৈ যায়। ভৰি নচলে। তেতিয়া তাক গৰম পানীৰে সেক দি, মালিছ কৰি সতেজ কৰি তোলা হয়। আগেয়ে শুনিছে যে, বনৰীয়া হাতীৰ অভ্যাস সলনি কৰিবলৈ কমেও তিনিটা বাৰিষা (তিনপানী) লাগে। এই তিনিটা বছৰ সেই হাতীক ধীৰে ধীৰে সহ্য কৰিব পৰাকৈ কামত লগোৱা হয়। নহ'লে হাতী অন্ধ হৈয়ো যাব পাৰে আৰু কেতিয়াবা মৰিও যাব পাৰে। আকৌ বহুত সময়ত হাতী দুৰ্বলো হৈ যায়। কেতিয়াবা জহৰবাত বা মিটখোৰা অসুখৰ কবলত পৰিব পাৰে। এই অসুখত হাতীৰ গল, ভৰি ফুলি উঠে আৰু পেটত ক্ৰিমি হয়। হাতীৰ আৰু এটা অসুখৰ নাম হ'ল— চৌৰঙ্গী। চৌৰঙ্গী তিনি প্ৰকাৰৰ— ৰাজ চৌৰঙ্গী, বাট চৌৰঙ্গী আৰু থান চৌৰঙ্গী। হাতীয়ে যদি হঠাৎ খোৱা-বোৱা বন্ধ কৰে আৰু লেঙেৰাই খোজ কাঢ়ে তেতিয়া বুজিব লাগিব নিশ্চয় তাক ৰাজ চৌৰঙ্গীয়ে ধৰিছে। ৰাস্তাত গৈ থাকোঁতে যদি হাতী হঠাৎ নামি যায়, তেতিয়া বুজিব লাগিব তাৰ বাট (পথ) চৌৰঙ্গী হৈছে। থান চৌৰঙ্গীৰ কবলত পৰিলে হাতী থকা ঠাইতে (থানত) থিয় হৈ থাকে, নোশোৱে। আপুনি বোধকৰোঁ জানে যে, হাতীয়ে ৰাতি দুই-তিনি ঘণ্টা সময় কাটি হৈ শুই থাকে আৰু দিনত নাক বজাই শোৱে। পিছে লগত পোৱালি থাকিলে তাৰ উৎপাতত হাতীৰ শোৱা ৰফা-দফা হৈ যায়। হাতীক Anthrax ৰোগে ধৰিলে কিন্তু সৰ্বনাশ। একেবাৰে কালেধৰা বেমাৰ। এই ৰোগ জোৱান আৰু শক্তিমান হাতীৰহে হয়। পোৱালি বা বুঢ়া হাতীৰ নহয়। বৰ ভয়ানক এই ৰোগ। চৌবিচ ঘণ্টাৰ ভিতৰতে একোটা জোৱান হাতীৰ মৃত্যু হ'ব পাৰে। কৰিবলৈও একো নাই। আমাৰ তিনিটা জোৱান হাতীয়ে এই ৰোগত প্ৰাণ হেৰুৱাইছে। স্তব্ধ হৈ কেৱল চাই আছিলোঁ যে তিনিটা বিশাল জন্তু অসহায়ভাৱে মৰণৰ কোলাত ঢলি পৰিছিল। পশু চিকিৎসকসকলৰ যে শৰণাপন্ন হোৱা নাছিলোঁ সেইয়া নহয়। তেওঁলোকে পেনিচিলিন ইত্যাদি দিছিল, কিন্তু কোনো কামত নাহিল। এতিয়া শুনিছোঁ যে Anti-Anthrax বুলি এবিধ ঔষধ ওলাইছে। গুণাগুণৰ খবৰ হ'লে পোৱা নাই। সাধাৰণতে গৰুৰ যিবোৰ বেমাৰ হয়, হাতীৰ সেইবোৰ বেমাৰ নহয়। কিন্তু Anthrax-ৰ কবলৰ পৰা কোনো তৃণভোজী জন্তুৱেই ৰেহাই নাপায়। হাতী, বনগৰু, গঁড়, হৰিণ কোনোৱেই নাবাচে। যদি Anthrax-য়ে ধৰা জন্তুৰ মাংস বাঘে খায়, তেতিয়া সেই বাঘৰ মৃত্যুও নিশ্চিত। মাজে মাজে এই ৰোগে মহামাৰীৰ ৰূপ ধাৰণ কৰে। এবাৰ কচুগাঁও বন খণ্ডত এই মহামাৰী হৈছিল। সেইবাৰ যে কিমান বনগৰু আৰু হাতী মৰিছিল তাৰ কোনো হিচাব নাছিল। আমিয়েইতো পঁচিশ যোৰা বনগৰুৰ শিং যোগাৰ কৰিছিলোঁ। জংঘল প্ৰায় বন্ধ হৈ যোৱাৰ উপক্ৰম হৈছিল। এই কালৰোগক বাধা দিবলৈ চেষ্টা-প্ৰচেষ্টা যে কৰা নাই এনেকুৱা নহয়। পশু চিকিৎসকসকলে যি পাৰে তাকেই কৰিছে। এই ৰোগে দেখা দিলে পোহনীয়া হাতী, ম'হ, গৰু ইত্যাদি জীৱ-জন্তুবোৰ হাবিলৈ যাবলৈ দিয়া নহয়। Foot and Mouth বুলি আৰু এটা কালৰোগ আছে। ইয়াক আমি 'বাতনা' বুলি কওঁ। এই ৰোগে ধৰিলে মুখ আৰু ভৰিত ঘা হয়। এই বেমাৰ কেৱল খুৰা থকা

জন্তুবোৰৰেই হয়। পিছে আকৌ যাৰ খুৰা নফটা সিহঁতৰ নহয় যেনে— হাতী বা ঘোঁৰাৰ নহয়। কিন্তু এই যে ক'লোঁ Anthrax। এই বেমাৰ সকলো তৃণভোজী জন্তুৰ একেবাৰে সাক্ষাৎ যম। পিছে 'বাতনা' ৰোগত ইমান সোনকালে কোনো নমৰে। কিন্তু Anthrax-ৰ কৰাল গ্ৰাসত পৰিলে কোনো ঘূৰি নাহে। এবাৰ মহামাৰীৰ সময়ত আমি আধা মাইলৰ ভিতৰত সাত-আঠটা হাতীৰ কংকাল পৰি থকা দেখিছোঁ। দাঁতবোৰ অৱশ্যে আগে-ভাগেই কোনোবাই কাটি লৈ গৈছে। সেইবাৰেই প্ৰতাপ সিঙক এই কালৰোগে আমাৰ পৰা চিৰদিনৰ বাবে আঁতৰাই নিছে। সেই ঠাইত কোচবিহাৰৰ আৰু দুই-চাৰিটা হাতী আছিল। কিন্তু কাৰো একো নহ'ল। কেৱল কালৰোগৰ কবলত পৰিল মাত্ৰ আমাৰ প্ৰতাপ সিং। সেয়া আমাৰ কপাল। ইয়াকে নকৈ কি ক'ম বাৰু? অথচ তাক ঠিকমতেই চিকিৎসা কৰা হৈছিল। Anthrax-ৰ বীজাণু মৰাটোও মুখৰ কথা নহয়। জংঘল পুৰি দিলেই অন্য সকলো ৰোগৰ বীজাণু পুৰি মৰে। কিন্তু Anthrax-ৰ বীজাণুৰ গাত জুইৰ কোনো আঁচেই নালাগে। সিহঁতৰ গাৰ ওপৰত এৰি পলুৰ খোলাটোৰ দৰে এটা ডাঠ খোলা থাকে, যাক সহজাত বৰ্ম বুলি ক'ব পাৰি। সেই বৰ্ম ভেদ কৰি বীজাণু ধ্বংস কৰিবলৈ জুইৰ সাধ্যই নাই। ইয়াৰ ফলত সিহঁতে কোনো ধৰণৰ অপকাৰ নোহোৱাকৈ বাচি থাকে। তাৰ পিছত যথা সময়ত সেইবোৰ ফুটি ওলাই ঘাঁহৰ মাজত বিয়পি পৰে। সেই ঘাঁহ যেয়ে খায় সিয়েই মৰে। সেইবাবে Anthrax- ৰোগত যি ঠাইত হাতী মৰি পৰি থাকে তাতেই এটা খাল খান্দি পুতি থোৱা উচিত। তাৰ পিছত তাত শক্তিশালী disinfectant ছটিয়াই দিয়া দৰকাৰ। এই সাংঘাতিক ৰোগ সম্পৰ্কে আমি সদায় সতৰ্ক হৈ থাকোঁ। যদি শুনো যে গৰু-ম'হৰ কোনো বেমাৰ হৈছে লগে লগে আমি সেই ঠাই এৰি যাওঁ। কিন্তু সতৰ্কতা বা সাৱধানতা কোনোটো দিয়েই বিধিৰ বিধানক বাধা দিয়া নাযায়। সেই কাৰণেই প্ৰতাপক অকালতে হেৰুৱাবলগীয়া হৈছে।

আমাৰ মাজত এটা ধাৰণা চলি আছে যে, মাটি খোৱাটো হাতীৰ পক্ষে বেয়া। মানে এনেকুৱা ধাৰণা যে হাতীয়ে মাটি খালেই তাৰ আয়ুস কমি আহে। এই ধাৰণাটো একেবাৰেই ভুল। মাটিয়ে হাতীৰ বাবে জুলাপৰ কাম কৰে। কিন্তু মাটিখিনি ভাল হোৱা দৰকাৰ। বালিমাটি খালে হাতীৰ বিপদ হ'ব পাৰে। পেটৰ ভিতৰত যদি কিছু পৰিমাণৰ বালি সোমাই যায় তেতিয়াহ'লে নাড়ী-ভুৰুবোৰ পাক খাই ধৰে। সিটোক আমি কওঁ Intestinal Obstruction। পেটৰ বাবে ভাল বোকা মাটি। আলতীয়া মাটি খালে হাতীৰ পেটৰ সকলো ময়লা বাহিৰ হৈ যায়। হাতীও সতেজ হয়। সেয়ে পুঙৰ নিমখীয়া মাটি সকলোতকৈ ভাল, খুব সুন্দৰ মাটি, বৃন্দাবনৰ মাখন মাটিৰ দৰে। এই মাটি হাতীৰ পেটত পৰিলে টনিকৰ দৰে কাম কৰে। জংঘলৰ ঘাঁহ খায়েই হাতীৰ পেটৰ অসুখ হয়, আকৌ জংঘলৰ মাটি খায়েই সেই অসুখ ভাল হয়। বিচিত্ৰ এই ব্যৱস্থা।

হাতীৰ 'মত্তি' হোৱাৰ ঘটনাটোও কিন্তু কম বৈচিত্ৰ্যপূৰ্ণ নহয়। বৰং সৃষ্টিৰ এটি ব্যতিক্ৰমধৰ্মী ঘটনা বুলিয়েই ধৰিব পাৰি। 'মদমত্ত' বা 'মত্তমাতঙ্গ' এই কথাবোৰৰ বিষয়ে আমি সকলোৱেই জানো। কিন্তু প্ৰশ্ন হৈছে, আচল কথাটো কি আমি বুজি পাইছোঁ জানো? হাতীৰ মত্তি হোৱা আৰু কুকুৰৰ ক্ষেত্ৰত দুয়োটা মুঠেই একে ধৰণৰ ঘটনা নহয়। কথাতে কয়—'মুৰৰ ঘাত কুকুৰ পাগল'। কিন্তু হাতীৰ মত্তি হোৱা ঘটনাটোৰ লগত মুৰৰ ঘা বা পেটৰ অসুখৰ কোনো

সম্পৰ্ক নাই। যৌন সঙ্গমৰ ইচ্ছা বা কামোত্তেজনাৰ কাৰণেই হাতী 'মত্ত' হয়। গতিকে আমি তেতিয়া কওঁ যে, হাতীটোৰ এতিয়া 'মস্তি' অৱস্থা। 'মত্ত' কথাটো হিন্দী। আমি কওঁ 'ভাট্টি খোলা'। 'ভাট্টি' মানে হ'ল 'মত্ত' আৰু খোলাৰ মানে হ'ল অৱস্থা। কাম উত্তেজনাৰ উৎপাত যেতিয়া আৰম্ভ হয়, তেতিয়া এটা মতা হাতী পূৰাপুৰি জোৱান হৈ উঠে। মাদী (মাইকী) হাতীৰ 'মস্তি' হোৱাৰ কথা কেতিয়াবা কেতিয়াবা শুনিবলৈ পোৱা যায়। পিছে মাইকী হাতীৰ মস্তি অৱস্থা বেছিদিন নাথাকে। অন্য সকলো জন্তুৰ বেলিকা মাইকীয়েই প্ৰথমতে উত্তেজনাৰ কবলত পৰে। মাইকীৰ তীব্ৰ উত্তেজনাত মতাবোৰেও মত্ত নোহোৱাকৈ থাকিব নোৱাৰে। কিন্তু হাতীৰ বেলিকা ঠিক ওলোটাটোৱেই ঘটে। সেয়েহে কৈছোঁ হাতী মস্তি হোৱাৰ বিষয়টো সৃষ্টিৰ এটা গতানুগতিক ঘটনা। ইয়াতে এটা কথা কৈ থওঁ যে, 'মস্তি' আৰু কাম উন্মাদনাৰ সম্পৰ্ক খুবেই নিবিড়। কিন্তু এটা কথা কোনোৱেই সঠিকভাৱে প্ৰমাণ কৰিব পৰা নাই যে কেৱল মাত্ৰ কাম প্ৰবৃত্তি-নিবৃত্তিৰ বাবেই হাতীৰ 'মস্তি' হৈ থাকে। পিছে যি কথা কৈছিলোঁ, সেইয়া হ'ল মতা হাতী মস্তি নহ'লে মাইকী হাতীৰ গাত উত্তেজনাৰ কোনো ধৰণৰ চিন পোৱা নাযায়। অৰ্থাৎ সিহঁতৰ 'হিট' (Heat) নাহে। আৰু মাইকীৰ হিট নাহিলে এই আদিম খেলাৰ আৱেগেই বা আহিব ক'ৰ পৰা বা খেলখনেই বা জমিব কেনেকৈ? সেয়েহে মস্তি হোৱাৰ লগে লগে কামক্ৰীড়া যে একেবাৰে অবিচ্ছেদ্য তাত কোনো বিতৰ্ক নাই। কিন্তু ইয়াৰ বাহিৰেও মস্তি হোৱাৰ আৰু কিবা কাৰণ আছেনে নাই সেই তৰ্কৰ নিষ্পত্তি আজিলৈও হোৱা নাই।

হাতী জানো বছৰে বছৰে মোটা-মুটি একে সময়তে মস্তি হৈ থাকে? ধৰি লওক কোনো হাতী যদি জীৱনৰ প্ৰথম মস্তি ব'হাগ মাহত হয়, তেতিয়াহ'লে প্ৰতি ব'হাগ মাহতে তাৰ মস্তি হোৱাৰ সম্ভাৱনা থাকে। দুই-চাৰিদিন ইফাল-সিফাল হ'ব পাৰে। কিন্তু খুব খাটনি হ'লে হাতী কাহিল হৈ পৰে তেতিয়া তাৰ 'মস্তি' হোৱাৰ দিন পিছুৱাই যায়। শৰীৰৰ শক্তি বাঢ়িলেহে তাৰ মস্তি হ'ব, তাৰ আগতে নহয়। সেয়া যিয়েই নহওক অন্যান্য জীৱ-জন্তুৰ দৰে হাতীৰ মিলন ঋতু (Mating Season) বুলিবলৈ একো নাই। সেয়েহে হাতীয়ে বছৰৰ যিকোনো সময়তে এবাৰ 'মস্তি' হ'ব পাৰে। পিছে হাতীয়ে গৰম পছন্দ নকৰে আৰু সহ্যও কৰিব নোৱাৰে। সেইকাৰণেই বসন্তৰ শেষত বা বৰ্ষা নমাৰ আগতেই হাতীৰ মস্তি হয়। শীতকালত মস্তি হোৱা হাতীৰ কথাও আমি জানিবলৈ পাইছোঁ। আচলতে হাতীৰ শৰীৰ যেতিয়া ভালে থাকে, তেতিয়াই তাৰ মস্তি হয়। সেইকাৰণেই কৈছোঁ যে যি হাতীক অতি পৰিশ্ৰমী কামত লগোৱা হয়, সেই হাতীৰ মস্তি হওতে পলম হয়। এই কথাৰ সূত্ৰ ধৰিয়েই কৈছোঁ যে যি হাতী বাৰে বাৰে কমজোৰী হৈ পৰে সেই হাতীৰ কেতিয়াও মস্তি নহয়। এই ধৰক যিবোৰ হাতীয়ে দিনভৰ কাঠ টনা কাম কৰে আৰু ৰাতিৰ ভাগত চোৰ-চিকাৰী ধৰিবলৈ বনে বনে পহৰাদাৰী কৰে, সিহঁতৰ স্বাস্থ্য বাৰু কেনেকৈ ভালে থাকিব। এই হাড়ভগা খাটনিৰ হেঁচা বেচেৰাহঁতে বাৰু কেনেকৈ সহ্য কৰিব? হাতীৰ শৰীৰ হ'লেওতো শৰীৰ। সেয়েহে লাহে লাহে সিহঁতৰ শৰীৰ ইমানেই হালকা হৈ পৰে যে, সেয়া প্ৰকৃতিৰ নিয়মৰ বাহিৰলৈ যায়গৈ। কথাটো শুনি অবাক হ'বলৈ একো নাই। প্ৰকৃতিৰ নিয়ম নামানিলে প্ৰকৃতিৰ ৰাজত্বৰ বুকুত ঠাই পোৱা যাব কেনেকৈ? ৰাতি ঘুমতি নাই, দিনত বিশ্ৰাম নাই, কেৱল অবিৰাম পৰিশ্ৰম,

এয়াতো প্ৰকৃতিৰ নিয়ম নহয়। গতিকে এই ধৰণে যিবোৰ হাতীয়ে দিন কটাইছে সিহঁতৰ দেহ ভৰি আছে ক্লান্তিৰ পাষাণ ভাৰ। অলপ জিৰণিৰ সময় পালেহে সিহঁতৰ দেহলৈ শক্তি, মনলৈ আনন্দ আহিব তেতিয়াহে, সিহঁতৰ মনৰ মাজত কাম-ক্ৰীড়াৰ ভাব হ'ব পাৰে। মানুহৰ বাবেই প্ৰকৃতিয়ে দিয়া এই ক্ষমতা হাতীয়ে হেৰুৱাই পেলায়। গতিকে তাৰ 'মস্তি' নহয়। ভাবি চাওক এই যুক্তি মানুহৰ ক্ষেত্ৰতো মোটা-মুটিভাৱে খাটে। নহয় জানো?

কামোত্তেজনাৰ লগত মস্তি হোৱাৰ সম্পৰ্ক যেতিয়া নিবিড়, তেতিয়া বুজিব পাৰিছে যে, উপযুক্ত বয়সতেই মতা হাতীৰ মস্তি হয়। সাধাৰণতে পঁচিশ-ছাব্বিশ বছৰ বয়সৰ হাতীক জোৱান মতা হাতী বোলা হয়। আৰু এই বয়সৰ পৰাই সিহঁতৰ 'মস্তি' হ'বলৈ আৰম্ভ কৰে। পিছে যিবোৰ হাতী আদৰ-যত্নত থাকে, খাটনি কম কৰে, ভালকৈ খাবলৈ পায়, সেই হাতীৰ দুই-এক বছৰ আগতেই মস্তি হ'ব পাৰে। হাতীৰ শাৰীৰিক বৃদ্ধি তেইশৰ পৰা পঁচিশ বছৰৰ ভিতৰত শেষ হৈ যায়। পোন্ধৰ বছৰ পৰ্যন্ত যি অবশ্যে ক্ষিপ্ৰগতিত কলগছ বঢ়াৰ দৰেই বাঢ়ে। তাৰ পিছত পঁচিশ, ছাব্বিশ বছৰ পৰ্যন্ত খুব ধীৰ গতিত বাঢ়ে। তাৰ পিছত আৰু নাবাঢ়ে। মস্তি আৰম্ভ হোৱাৰ পিছত প্ৰথম পাঁচ-ছয় বছৰলৈ সিহঁতৰ মস্তিৰ সময় দুই-আঢ়ৈ মাহলৈ থাকে। যিমানে বয়স বাঢ়ি যাব মস্তি অৱস্থাৰ সময়ৰ পৰিমাণ যিমানেই কমি গৈ এক-ডেৰমাহ হয়গৈ। পিছে কিমান বছৰলৈ যে হাতীৰ 'মস্তি' হ'ব পাৰে সেইটো সঠিককৈ কোৱাটো টান। আমাৰ 'জংবাহাদুৰ'ৰ আশী বছৰ পৰ্যন্ত মস্তি হৈছিল।

এইবাৰ কওঁ 'মস্ত' হাতীবিলাকৰ মেজাজ-মৰ্জিৰ কথা। মস্ত হাতীৰ চেহেৰাত লাৱণ্যৰ ধল নামে। হাতীৰ কাণৰ পৰা চকু পৰ্যন্ত যদি এডাল ৰেখা টনা হয়, তেতিয়াহ'লে তাৰ মাজৰ বহল ঠাই এডোখৰত একোটাকৈ ফুটা দেখা যায়। এই ঠাইডোখৰক ইংৰাজীত Temple বুলি ক'ব পাৰি। গোৱালপৰীয়া ভাষাত আমি কওঁ 'চিপ' আৰু বঙালীত কয় 'ৰগ্'। এই ফুটাৰে তেতিয়া মদস্ৰাৱ হ'ব পাৰে। এই মদ বা মস্তিৰ গোন্ধ এক ফাৰ্লং দূৰৈৰ পৰা নাকলৈ আহে। গতিকে মস্তি হাতীক চিনিবলৈ বিশেষ অসুবিধা নহয়। তাৰ চেহেৰাতেই সেই কথা ফুটি উঠে আৰু মস্তিৰ গোন্ধেও সেইটোকে প্ৰমাণ কৰে। মাইকী হাতীয়েও সহজতে ধৰিব পাৰে যে কোন হাতীৰ মস্তি হৈছে। সেইবোৰ কথা অলপ পিছত কম। এতিয়া কওঁ মস্তি হাতীৰ মেজাজৰ কথা। মস্তি হ'লেও হাতীৰ কিন্তু মানুহ খুন কৰাৰ কোনো লক্ষণ দেখা নাযায়। তথাপি মস্তি হাতীৰ সন্মুখত পৰিলে কি যে হ'ব সেইয়া কোৱাটো টান। তেতিয়া তাৰ মূৰৰ কোনো ঠিক নাথাকে। উত্তেজনাৰ দুৰ্বাৰ গতিত সিহঁতৰ জ্ঞান-বুদ্ধি সকলো তেতিয়া হেৰাই যায়। বিশেষকৈ পোহনীয়া হাতীক লৈ তেতিয়া আমাৰ দুঃচিন্তাৰ শেষ নাথাকে। জংঘলী হাতী জংঘলৰ মাজতেই দপ-দপাই থাকে, বন-জংঘল ভাঙে। কিন্তু দেহৰ চাহিদা পূৰণ কৰিবলৈ সিহঁতৰ উপায় আছে। পোহনীয়া হাতীৰ ক্ষেত্ৰত সেই উপায় খুব এটা নাথাকে। গতিকে সিহঁতে বেছ দুষ্টামি কৰে। দেহৰ উত্তেজনাত সিহঁত একেবাৰে অধীৰ আৰু অস্থিৰ হৈ পৰে। সুবিধা পালে অজানা-অচিনা মানুহ, নিজৰ আপোনজন মাউতকো খুন কৰে। কিন্তু মানুহ খুন কৰিলেও সিহঁতৰ কামোত্তেজনা কমিব কেনেকৈ? তেতিয়া সিহঁতে নিজৰ ওপৰতেই পাগলৰ দৰে অত্যাচাৰ কৰি ক্ষোভ মিতাবলৈ বিচাৰে। খোৱা বস্তু মুখলৈ নিনিয়ে। গতিকে কমজোৰী হৈ যায়। এজন শক্তিশালী মানুহৰ মূৰৰ গোলমাল হ'লে

তাক আমি ভয় কৰোঁ। গতিকে হাতীৰ দৰে বিশালকায় আৰু অশেষ শক্তিধৰ জন্তুৰ প্ৰবল উত্তেজনাৰ তাড়নাত যেতিয়া 'ছচ্' হেৰাই পেলায় তেতিয়া গোটেই গাঁৱৰ মানুহে থৰহৰি কম্পমান হৈ থাকিবই। তেতিয়া সি মালিককো নুবুজে, মাউতকো নিচিনে। তাৰ গাত গুৰু-গোসাঁই একোৱেই নাথাকে। এয়া খুব বিপদৰ কথা ঠিকেই কিন্তু এয়ে হ'ল নিয়ম। পিছে নিয়মৰ ব্যতিক্ৰমো আছে। 'প্ৰতা পসিঙ'ৰ বেলিকাই আমি দেখিছোঁ। সি যিকোনো অৱস্থাতে মোক, মোৰ ছোৱালী আৰু সৰু ল'ৰাটোক চিনিব পাৰিছিল। সম্পূৰ্ণ 'মস্তি' অৱস্থাতো সি মোৰ ছোৱালী প্ৰতিমাক পিঠিত তুলি নিবলৈ আপত্তি নকৰিছিল। অকল সেয়ে নহয় 'মস্ত' প্ৰতাপৰ পিঠিত উঠি তাই বাঘ চিকাৰো কৰিছে। পিছে এনেকুৱা ধৰণৰ ঘটনা মই আৰু দেখা নাই। কম হ'লেও মই এহাজাৰ হাতী ধৰিছোঁ আৰু হাজাৰমান হাতীৰ লগত বন্ধুত্ব কৰিছোঁ। কিন্তু প্ৰতাপৰ দৰে এটা হাতীও মোৰ গোটেই জীৱনতে দেখা নাই। সেয়েহে বিভিন্ন প্ৰসঙ্গত প্ৰতাপৰ কথা উল্লেখ নকৰিলেই মোৰ চকুপানী নিগৰি ওলাই আহে।

মস্তি অৱস্থাত হাতীয়ে যে কি কৰিব পাৰে আৰু নোৱাৰে সেয়া বুজাৰ কোনো উপায় নাই। এই সম্পৰ্কে দুটা কাহিনী কওঁ শুনক। এবাৰ আমি দৰং জিলালৈ বাঘ চিকাৰ কৰিবলৈ গৈছিলোঁ। তালৈ গৈ শুনিলোঁ যে মহাজনৰ এটা 'মস্ত' হাতী শিকলি ছিঙি গুচি গৈছে। এইবোৰ ঠাইত যাৰ হাতী-তাতি থাকে আৰু বেছি টকা-পইচা থাকে তাকেই মহাজন বোলা হয়। সেয়া যাওক বাৰু, কিন্তু এই ঠাইবোৰত পোহনীয়া হাতী এনেয়ে নিজৰ ইচ্ছামতে ঘূৰি ফুৰে। আমিও এৰি দিয়েই হাতী পুহিছোঁ। কাম শেষ হ'লেই হাতীৰ ভৰিত এডাল লম্বা শিকলি লগাই আমি তাক বনলৈ যাবলৈ দিওঁ। পিছে এই ধৰণে চৰোৱা হাতীৰ মস্তি হ'লেই বিপদ। তেতিয়া তাক ধৰাটো খুব মস্কিল হৈ পৰে। এই হাতীটোৰ বেলিকাও খুব সম্ভৱ সেয়ে হৈছিল। প্ৰথমতে মাউতে তাক ধৰিবলৈ গ'ল। কিন্তু নোৱাৰিলে। এক খেদা খাই গুচি আহিল। মাউতৰ যে প্ৰাণটো বাচি আহিল সেয়েই বহুত। পিছৰ বাৰত গ'ল খোদ মালিক নিজে। মালিকে খোৱা বস্তু যাচি মেলি, খুৱাই-বুৱাই হাতীটোক ঘৰলৈ ঘূৰাই আনিলে। তাৰ পিছতহে আচল বিপদটো আৰম্ভ হ'ল। ঘৰলৈ ঘূৰাই অনাৰ পিছতহে মালিকে তাৰ মহাজনীয়া মেজাজটো হাতীক দেখুৱাবলৈ আৰম্ভ কৰিলে। হাতীটোক বকা-বকি আৰম্ভ কৰিলে। তই মোক এনেকুৱা কৰিছ। এইবাৰ এনেকুৱা কৰিলে তোক মাৰি পেলাম, হেন কৰিম, তেন কৰিম ইত্যাদি। এইবিলাক কথা কোৱাৰ লগে লগে হাতীৰ উগ্ৰ খং উঠিল। কোনোবাই কিবা কোৱাৰ আগেয়েই মহাজনক দাঁতেৰে ছেপি ধৰি খতম কৰি দিলে। হঠাৎ তাৰ কি হ'ল সিহে জানে। খবৰ পায়েই মহাজনী (মহাজনৰ ঘৈণীয়েক) আহি হাতীৰ ভৰিত দীঘল দি পৰিল। ক'বলৈ ধৰিলে— 'তই মোক মাৰি পেলা।' তেতিয়া কিন্তু হাতীয়ে শান্ত ভাল ল'ৰাৰ দৰে একেবাৰে চুপ-চাপ থিয় হৈ থাকিল। এই ঘটনাটোৰ কোনো যুক্তিসহ ব্যাখ্যা আজিলৈকে মই বিচাৰি পোৱা নাই। জংঘলৰ পৰা হাতীটোক মহাজনে ধৰি আনিলে। ঠিক ধৰি যে আনিলে সেয়াও নহয়, হাতীটো পোহনীয়া কুকুৰৰ দৰে প্ৰভুৰ পিছে পিছে আহিল। তেতিয়াও হাতীয়ে একো নকৰিলে। পিছে বোধহয় তাক গালি পৰাৰ বাবেই তাৰ খং উঠি এই নৃশংশ হত্যাকাণ্ড কৰিলে? প্ৰশ্ন হয় গালাগালি বুজি পাবলৈ তেতিয়া জানো তাৰ বুদ্ধি আছিল? তেতিয়াহ'লে নিশ্চয় মালিককো নিজৰ জ্ঞানেৰেই বুজিব পাৰিলেহেঁতেন। কোনে বাৰু জানে? এইবোৰ

প্ৰশ্নৰ উত্তৰ আজিলৈও আমি বিচাৰি পোৱা নাই। অন্যটো ঘটনা হ'ল আমাৰ পোহনীয়া হাতী জংবাহাদুৰক লৈ। জংবাহাদুৰ হ'ল তেতিয়াৰ আৰু এতিয়াৰ দিনৰ সকলোতকৈ ওখ ডাঙৰ পোহনীয়া হাতী। দহ ফুট চাৰে পাঁচ ইঞ্চি। জংবাহাদুৰক আপোনালোকৰ বহুতেই দেখিছে দাদা প্ৰমথেশ বৰুৱাৰ 'মুক্তি' কথা ছবিত। জংবাহাদুৰ লগতে আমি আৰু দুই-চাৰিটা ডাঙৰ হাতীৰ মাপ-জোখ লৈছিলোঁ। জয়পুৰৰ মহাৰাজৰ 'হীৰাগজ' নামে এটা হাতী আছিল। তাৰ উচ্চতা আছিল দহ ফুট তিনি ইঞ্চি। 'Saboo the Elephant Boy' কথাছবিত যি হাতীটোক আপোনালোকে দেখিছিল সেইটো হ'ল মহীশূৰৰ মহাৰাজৰ হাতী। তাৰ নাম 'কলানাগ' ওখই দহ ফুট দুই ইঞ্চি। এই প্ৰসঙ্গতে হাতীৰ মাপ লোৱা কায়দাটোৰ কথা কওঁ। মাপ আমি ক'ৰ পৰা ক'লৈ লওঁ জানে? হাতীৰ সন্মুখৰ ভৰি গৈ য'ত শেষ হয় সেই পৰ্যন্ত অৰ্থাৎ সন্মুখৰ ভৰিৰ পৰা গললৈ। কিন্তু জোখটো কেনেকৈ ল'ব? তেতিয়াহ'লে কওঁ শুনক। হাতীৰ আগৰ ভৰিৰ ওচৰত সমান কৰি পোন বাঁহৰ মাৰী এডাল থিয় কৈ মাটিত পুতি দিয়ক। আন এডাল বাঁহৰ মাৰী হাতীৰ গলৰ ওচৰৰ পৰা পথালিকৈ সমানে ধৰি আনি থিয় বাঁহৰ মাৰীডালত লগত লগাই ধৰি থাকক আৰু সেই ঠাইৰ পৰা সন্মুখৰ ভৰি য'ত শেষ হৈছে তালৈ জুখি পেলাওক। এতিয়া উচ্চতা পাই যাব।

এতিয়া জংবাহাদুৰৰ কথালৈ ফিৰি আহোঁ। এনেয়ে তাৰ কোনো ধৰণৰ জটিলতা নাছিল। কিন্তু মস্তিৰ সময়ত তাক চম্ভালা কঠিন। সোয় যাওক। সি ঘটনাটো ঘটাইছিল আমাৰ জমিদাৰীৰ মাজতেই। এবাৰ এজন দোকানীয়ে এক অদ্ভুত সপোন দেখিছিল যে তাৰ দোকানত যদি যিকোনো মদমত্ত হাতীৰ খোজ পৰে তেতিয়াহ'লে তাৰ কাৰবাৰ উথলি পৰিব। মদমত্ত হাতীৰেই বা অভাৱ কি? ওচৰতেই আছিল আমাৰ জংবাহাদুৰ। তেতিয়া তাৰ মস্তি শেষ হোৱাৰ উপক্ৰম। মাজে মাজে তাক এৰি দিয়া হয়, স্নান কৰোৱাও হয়। কিন্তু ব্যাকৰণ মতে তাক মদমত্ত বুলিব নোৱাৰি। মহাজনে আহি খবৰ কৰিলে কিন্তু সেই সময়ত জংবাহাদুৰৰ মাউত ছুটীত। পিছত জংবাহাদুৰৰ খোৱা-বোৱা কঢ়িয়াই অনা হাতীৰ মাউতকে ধৰিলে। মই সেইদিনা বাৰাণ্ডাত বহি কাম-কাজ কৰি আছোঁ। এনেকুৱা সময়তে দেখিলোঁ জংবাহাদুৰ আহিল আৰু সেই মহাজনৰ দোকানৰ ফালে গ'লগৈ। সেই সময়ত তাতে ধূপ-ধূনা জ্বলিছে। পঞ্চপ্ৰদীপ দিছে আৰু দিছে বাল্টি ভৰা হাতীৰ খোৱা বস্তু। প্ৰথমতে কুলাত ফুল আৰু ধানৰ দোণ লৈ হাতীৰ আৰতি হ'ল। হাতীৰ গাত হাত বুলোৱা হ'ল, তাতে তাৰ কোনো আপত্তি দেখা নগ'ল। সৰ্বশেষত হাতীয়ে বেছ ভালকৈ খাই-বৈ পূৰা মেজাজত খোজ দি যাবলৈ ধৰিলে। দোকানৰ পৰা চৰকাৰী পকী ৰাস্তা প্ৰায় তিনিশ গজমান দূৰৈত। হাতী যেতিয়া গৈ পকী ৰাস্তাত উঠিছে, তেতিয়া মহাজনে চিঞৰি ক'লে— "কিহে মাউত হাতীয়েটো মোক নমস্কাৰ নকৰিলে।" হঠাৎ ঘটনা ওভোতা হ'লগৈ। হাতীয়ে বিদ্যুৎ বেগেৰে ঘূৰি আহি মহাজনৰ ওপৰত আক্ৰমণ চলালে। সি বেচেৰাই দোকানৰ দৰজা এৰি গৈ ভিতৰত সোমোৱাৰ সময়কে নাপালে। কেনেকৈয়ে বা সময় পাব। এয়া মাত্ৰ এক মিনিটৰ ঘটনা। এতিয়া কওক কেনেকৈ বাৰু এনেকুৱা হ'ল। বজাৰত বিচিত্ৰ ধৰণৰ লোকৰ অহা-যোৱা। সেয়েহে তাত বিভিন্ন ধৰণে ব্যাখ্যা দিয়া লোকৰ অভাৱ নাই। এই ঘটনাটিৰ এটি ব্যাখ্যা তেতিয়া বজাৰত লোকৰ মুখত সদৰী হৈ পৰিল। অতি অকৰুণ ব্যাখ্যা হ'ল যে মহাজনে বজাৰ পাটহাতীক কিয় নমস্কাৰ

দিবলৈ কৈছে? এই অহঙ্কাৰ কি ভগৱানে সহ্য কৰিব পাৰে। বুজিব পাৰিছে এইবোৰ একেবাৰে তুচ্ছ কথা, বাজে কথা আৰু হিংসাৰ কথা। আমি মুঠেই এইবোৰ কথা মানিবলৈ ৰাজি নহওঁ। মানুহৰ সমাজত এজনে আনজনৰ মান-মৰ্যাদা বুজি চলে। হাতীৰ সমাজত আকৌ কেতিয়াৰ পৰা এইবোৰ বস্তুৰ প্ৰচলন হ'ল? চিৰিয়াখানাৰ হাতীয়ে কি মানুহৰ পদমৰ্যাদা বুজে। মানুহক কি চালাম কৰে। আমাৰ মনত এটা কথাই স্পষ্ট হৈছে যে মহাজনৰ গলাৰ আৱাজেই কাল হ'ল। জংবাহাদুৰৰ বাবে মহাজনৰ আৱাজ একেবাৰে অচিনাকি। দোকানত সি যিমান সময় আছিল সেই সময়ৰ ভিতৰত মহাজনে হয়তো বিশেষ কোনো কথা-বতৰা কোৱা নাছিল। ক'লেও হাতীয়ে হয়তো সিমান মন কৰা নাছিল, কিয়নো সি তেতিয়া খোৱাৰ তালত আছিল। পিছত মহাজনৰ এই অচিনাকি আৱাজ শুনিয়েই সি চমক খাই উঠিল। ফলস্বৰূপে এই অঘটন। সকলোতকৈ ডাঙৰ কথা হৈছে সেই সময়ত তাৰ মূৰ পূৰাপুৰি ঠিক নাছিল। মস্তি অৱস্থা শেষ হ'লেও একেবাৰে শেষ হোৱা নাছিল। নাজানো আমাৰ যুক্তিবিলাকেই বা কিমান সঙ্গত। পিছে সেয়া যিয়েই নহওক এই প্ৰসঙ্গত আৰু কথা বঢ়াই লাভ নাই। কামোত্তেজনাৰ কথা শেষ। এতিয়া আহক কাম-ক্ৰীড়াৰ কথালৈ।

হাতীৰ মস্তি হোৱাটো বহুত পৰিমাণে কাম-ক্ৰীড়াৰ প্ৰস্তুতি পৰ্বৰ দৰে। হাতীৰ কাম-ক্ৰীড়াৰ ঠাচটো বেছ বিচিত্ৰ ধৰণৰ। মতা হাতীৰ শৰীৰ চলচল লাবনি দেহ আৰু মস্তিৰ গোন্ধ পাই মাইকী হাতী ঋতুমতী হয়। তেতিয়া মাইকী হাতীৰ যোনিদেশৰ পৰা এক ধৰণৰ তৰল পদাৰ্থ বাহিৰ হয়। ঋতুমতী মাইকী হাতীয়ে প্ৰবৃত্তিৰ তাড়নাতেই মতা হাতীৰ আশে-পাশে ঘূৰি থাকে। নানা ধৰণৰ আৱাজ কৰে আৰু অঙ্গি-ভঙ্গি দেখুৱাই থাকে। তাৰ পিছত পাছৰ ফালটো পুৰুষ হাতীৰ ফালে আগুৱাই দি চুপচাপকৈ থিয় হৈ থাকে। তাৰ পিছত মতা হাতীয়ে শুঁৰেৰে মাইকী হাতীটোৰ যোনিদেশ স্পৰ্শ কৰি গোন্ধ লয়। এই ধৰণেই যি বুজিব পাৰে যে মাইকী হাতীটো ঋতুমতী হৈছে। তাৰ পিছতেই সিহঁতে সঙ্গমৰ বাবে প্ৰস্তুত হয়। ঠাই বিশেষে মতা হাতীও আগুৱাই যায়। আকৌ ঋতুমতী মাইকী হাতীবোৰেও দেহদান কৰিবলৈ সঙ্কোচ নকৰে। জানোৱাৰৰ জগতত কোনোৱে কাকো ফুচুলাই নিনিয়ে। অৱশ্যে কোনো দৰকাৰো নাই। পিছে আকৰ্ষণৰ খেলা জন্তুৰ জগততো কিছু পৰিমাণে আছে। পোহনীয়া মাইকী হাতীৰ আকৰ্ষণত মতা হাতীয়ে অনেক সময়ত শিবিৰ পৰ্যন্ত দৌৰি যায়। আকৌ পোহনীয়া হাতীয়েও মদমত্ত জংঘলী হাতীৰ মস্তিৰ গোন্ধত ঋতুমতী হৈ বনলৈ গুচি যায়। তাত 'মত্ত' হাতীৰ লগত মিলিত হৈ তাক শিবিৰ পৰ্যন্ত টানি লৈ আহে। গাৰ জোৰত নহয়, পতাই পতাই লৈ আহে। 'গোলাপী' নামে আমাৰ এটা বন্ধ্যা হাতী আছিল। জংঘললৈ হাতী ধৰাৰ কামত গৈ মস্তিৰ গোন্ধ পালেই তাই ঋতুমতী হৈ পৰে। তাৰ পিছত মদমত্ত হাতীটোক ভুলাই ধুৰালৈ লৈ আহে। এনে ধৰণৰ ঘটনা আমি কেইবাবাৰো দেখিছোঁ আৰু দেখিছোঁ হাতীৰ যৌন-ক্ৰীড়া। জংঘলত জংঘলী হাতীৰ আৰু ঘৰত প্ৰতাপৰ। তাকেই দেখি কৈছোঁ হাতীৰ যৌন-ক্ৰীড়া খুব ক্ষণিকৰ ঘটনা। ইয়াৰ পিছৰ প্ৰশ্ন হ'ল জন্তু তথা হাতীৰ কাম-ক্ৰীড়াৰ সময়ত কি পৰস্পৰৰ মাজত প্ৰেমৰ কোনো সম্পৰ্ক গঢ়ি উঠে। সিহঁতৰ কি পছন্দ-অপছন্দৰ কথা আছে? হয় কিছু আছে। অৱশ্যে পোহনীয়া হাতীৰ কাণ্ড-কাৰখানা দেখিয়েই আমি এই কথা কৈছোঁ। জংলী হাতীৰ পছন্দ-অপছন্দৰ কথা বাৰু কেনেকৈ ক'ম

কওকচোন। আমাৰ 'পৱন পিয়াৰী' প্ৰতাপ সিংৰ লগত দুবাৰ মিলিত হৈছিল। তাৰ ফলত সিহঁতৰ দুটা পোৱালিও হৈছিল। এই প্ৰতাপ সিং পৱন পিয়াৰীৰ একান্তই পছন্দৰ মতা হাতী আছিল। পৱন পিয়াৰী অনবৰত প্ৰতাপ সিঙৰ ওচৰত থাকিব বিচাৰিছিল। এৰা-এৰি হ'লেই নানান ধৰণৰ আৱাজ কৰে আৰু দৌৰি প্ৰতাপ সিঙৰ ওচৰলৈ আহে। প্ৰতাপ সিঙেও তাইকেই পছন্দ কৰে আৰু ওচৰত পালেই খুচী হয়। কিন্তু প্ৰতাপৰ প্ৰতি ইমান টান কাননবালা, শিৱানী বা বুলবুলিৰ নাছিল। পিছে প্ৰতাপক দেখিলে সিহঁতে ভয়ো নকৰিছিল। কিন্তু প্ৰতাপৰ লগত সিহঁতে যৌন-ক্ৰীড়াত লিপ্ত হোৱাটোও মই দেখিছোঁ। পিছে হাতীৰ মাজত ঠিক প্ৰেমৰ সম্পৰ্ক গঢ়ি উঠে নে নুঠে সেইটো কোৱাটো কঠিন। কিন্তু সঙ্গমৰ ঋতুত দুয়োজনৰ কোনোৱে কাকো এৰি থাকিবলৈ নিবিচাৰে। এই সময় প্ৰায় এমাহ জুৰি থাকে। এই এমাহৰ ভিতৰত যিকোনো সময়ত মাইকী হাতীৰ গৰ্ভসঞ্চাৰ হ'ব পাৰে। পোহনীয়া হাতীৰ ফালে নজৰ ৰাখিলেই এই সকলোবোৰ কথা পৰিষ্কাৰকৈ বুজিব পৰা যায়। এই টানটো কিন্তু বেছিদিন নাথাকে। পেটত পোৱালি গৰ্ভধাৰণ কৰাৰ পিছতেই এই টানটো কমি যায়। তাৰ পিছত লাহে লাহে মাকৰ মন-প্ৰাণ সকলো পোৱালিটোৱেই কাঢ়ি লৈ যায়। আমাৰ মানুহৰ সংসাৰবোৰতো মাতৃয়েই মন-প্ৰাণ ঢালি সন্তানক মানুহ কৰে। কিন্তু তেতিয়াও স্বামী আৰু সংসাৰৰ প্ৰতি পূৰা চকু দিয়ে আৰু সকলো সাংসাৰিক কৰ্তব্য কৰে। কিন্তু পোৱালি হ'লেই মাইকী হাতীয়ে মতা হাতীৰ ফালে চোৱাৰ সময় নাথাকে। অৱশ্যে মতাৰ ফালে চকু দিবলৈ কোনো সময়-সুবিধাই নাপায়। সাংঘাতিক দায়িত্ব হ'ল বাঘৰ পৰা পোৱালিক ৰক্ষা কৰা। ধূৰ্ত আৰু সুযোগসন্ধানী বাঘে পোৱালি হাতীৰ মাংসৰ লোভত দিন-ৰাতি মাইকী হাতী আৰু পোৱালিৰ চাৰিওফালে ঘূৰি ফুৰে। অলপ সময়ৰ বাবেও পোৱালিক অকলে এৰি যোৱাৰ উপায় নাথাকে। তেতিয়াহ'লে মাইকী হাতীয়ে পোৱালিক এৰি এক খোজো নিদিয়ে নেকি? এই প্ৰশ্নৰ আলোচনা পিছত কৰিম। মাত্ৰ এইখিনি কৈ থওঁ যে মাইকী হাতীয়ে এইখিনিয়েই বুজি পায় যে তিলমান সময় অসতৰ্ক হ'লেই একেবাৰে সৰ্বনাশ। মানুহৰ ক্ষেত্ৰত কেঁচুৱাৰ মাকে এনেকুৱা বিপদৰ লগত যুঁজ কৰিবলগীয়া নহয়। সেইকাৰণে জংঘলী জানোৱাৰৰ জীৱন ধাৰণ আমাতকৈ বেলেগ। একেলগে অনেকৰ দায়-দায়িত্ব বহন কৰিবলৈ সিহঁতৰ মূৰত ভগৱানে বুদ্ধি দিয়া নাই। বৰং যেতিয়া যাৰ প্ৰতি আবেগপ্ৰৱণতা বাঢ়ে, তাকে লৈয়ে ব্যস্ত থাকে। তেতিয়া আনৰ কথা সিহঁতৰ মনত নপৰে। আমি এতিয়া ইমানতেই প্ৰেম বা পছন্দ-অপছন্দৰ কথা শেষ কৰোঁ। ইয়াৰ পিছৰ প্ৰসঙ্গ হ'ল গৰ্ভসঞ্চাৰ, প্ৰসৱ আৰু পোৱালিৰ তদাৰকী কৰাৰ কথা আৰু কাহিনী।

আগেয়েই কৈছোঁ যে যৌন সঙ্গমৰ সময়সীমা প্ৰায় এমাহ পৰ্যন্ত চলে। এই এমাহৰ ভিতৰতেই যিকোনো সময়তে হাতীৰ গৰ্ভসঞ্চাৰ হ'ব পাৰে। কিন্তু মাইকী হাতীয়ে কেনেকৈ বুজিব যে তাইৰ পেটত পোৱালি আছে। এই কথাৰ উত্তৰ আমাৰ জনাৰ উপায় নাই। পিছে তাইৰ ধৰণ-কৰণ, চলন-ফুৰণ দেখি ভাল দৰেই বুজিব পাৰি। প্ৰথমতে দেখা যায় যে যৌন লীলাৰ প্ৰতি তাইৰ আৰু তেনেকুৱা উৎসাহ নাথাকে। পিছে মতা হাতীৰ লগত তেতিয়াও কিছু পৰিমাণে সখীত্বৰ ভাব থাকে। কিন্তু এইবোৰ সম্পূৰ্ণভাৱে বুজিবলৈ আমাৰ প্ৰায় এক বছৰমান লাগে। কাৰণ বাহিৰৰ পৰা তেনে ধৰণে চকুত নপৰে। মানুহৰ

মা বা অন্য জীৱ-জন্তুৰ এই সময়ত যিমান পৰিমাণে পেট ডাঙৰ হয়, মাইকী হাতীৰ তেনেকুৱা ধৰণে নহয়। অনেক সময়ত সেইকাৰণে আমি বুজাত ভুল কৰি পেলাওঁ। ধৰক এজনী হাতীক আমি কামলৈ পঠালোঁ ৰাস্তাতেই তাইৰ পোৱালি হ'ল। এনেকুৱা ধৰণৰো ঘটনা হৈছে। হাতীৰ পোৱালি প্ৰায় ওঠৰৰ পৰা বাইশ মাহ পৰ্যন্ত পেটত থাকে। মতা পোৱালি হ'লে বেছি দিন অৰ্থাৎ একৈশ-বাইশ মাহ পৰ্যন্ত পেটত থাকে। মাইকী পোৱালি হ'লে উনৈশ মাহতে ভূমিস্থ হয়। এই কথা আমি জানো। যি ক'লো তাৰো কেতিয়াবা ব্যতিক্ৰম হোৱা দেখা যায়। সেইকাৰণেই আমি এমাহ সময় হাতত ৰাখি গণনা কৰোঁ। সঙ্গমৰ সময়সীমা এমাহ ধৰি হয়। যদিও প্ৰথমবাৰৰ সঙ্গমৰ ফলতেই গৰ্ভধাৰণ কৰিব পাৰে। কিন্তু পোৱালি প্ৰসৱ কৰিয়েই মাইকী হাতীয়ে উঠি থিয় হ'ব পাৰে। পোৱালিটোক কিছু সময় লাগে দামুৰিৰ দৰে প্ৰথমতে টলমল কৰিবলৈ। তাৰ পিছত ঠিকমতে থিয় হয়। পিছে বেছি দূৰলৈ যাব নোৱাৰে। তিনি-চাৰি দিন পিছত অৱশ্যে স্বচ্ছন্দ মনেৰে চলা-ফিৰা কৰিব পাৰে। বহুতৰ ধাৰণা আৰু কোনো কিতাপতো হেনো লিখা আছে যে মানুহৰ দৰে মাইকী হাতীৰো পোৱালি হোৱাৰ সময়ত এজনকৈ ধাইৰ সাহায্য লাগে। ধাৰণাটো একেবাৰেই আচৰিত। হাতী কিয়, কোনো জংঘলী জানোৱাৰৰেই ধাইৰ দৰকাৰ নহয়। আমি আমাৰ পোহনীয়া হাতীৰ বেলিকাও দেখিছোঁ যে'এইবোৰ একেবাৰে মনেসজা কাহিনী। অৱশ্যে অন্য কাৰণত মাইকী হাতীৰ এজনী ধাই-মাৰ সাহায্য ল'বলগীয়া হয়। কাৰণটো কি বোধহয় বুজিব পাৰিছে। বাঘৰ আক্ৰমণৰ পৰা পোৱালিটোক ৰক্ষা কৰা। বাঘ হৈছে হাতীৰ পোৱালিৰ প্ৰথম শত্ৰু। আফ্ৰিকাৰ সিংহই পোৱালি হাতীৰ মাংস খাবলৈ ঘূৰি ফুৰে। পুৰণা ফান্দীসকলে কয় যে অলপ সুৰুঙা পালেই বাঘে পোৱালি হাতীৰ ওপৰত জঁপিয়াই পৰে। বহুতো ডাঙৰ হাতীৰ গাত আৰু কাণত আমি বাঘ-নখৰ দাগ দেখিছোঁ। বুজিব পাৰিছোঁ যে পোৱালি অৱস্থাতে সিহঁত বাঘৰ আক্ৰমণত পৰি বাচি গৈছে। সেয়েহে মাকে বাঘৰ পৰা পোৱালিক ৰক্ষা কৰিবলৈ অনবৰতে সতৰ্ক হৈ থাকে। আৰু দেখা যায় যে, এনেকুৱা সময়তে আন এজনী জংঘলী মাইকী হাতী (তাইৰ পোৱালি থাকিবও পাৰে নাথাকিবও পাৰে) লোকৰ পোৱালি বচাবলৈ আগুৱাই আহে। এই হাতীটোকে ধাই-মা বুলিব পাৰি। জংঘলী হাতীৰ পোৱালিবোৰৰ বাঘৰ ভয় প্ৰায় পাঁচ-ছয়মাহ থাকে। এই কেইমাহ নিজৰ মা আৰু ধাই-মাৰ মাজতে থাকি পোৱালি হাতীয়ে চলা-ফুৰা কৰে। নদী-নলা পাৰ হোৱাৰ সময়তো এই দুই মাৰ সহায়তে পাৰ হয়। ইয়াৰ বাহিৰেও পোৱালি হাতীটো যিমান দিনলৈ নিজে উপযুক্ত হৈ নুঠে সিমান দিন পৰ্যন্ত গোটেই হাতীৰ দলটো একে ঠাইতে থাকি যায়। এই হ'ল সিহঁতৰ সাধাৰণ নিয়ম। পোহনীয়া হাতীৰ পোৱালিৰ বেলিকা আমি অৱশ্যে এবছৰ পৰ্যন্ত ৰচিয়াৰ হৈ থাকো। পোহনীয়া হাতীৰ পোৱালি লোকালয়ৰ মাজতেই জন্মে। কিন্তু তাৰ স্বভাব যাব ক'লৈ? জংঘলী হাতীৰ পোৱালিৰ স্বভাব লৈয়েই এই পৃথিবীলৈ আহে। পিছে সি কেঁচুৱা অৱস্থাৰ পৰাই মানুহৰ লগত উঠা-বহা কৰিবলৈ আৰম্ভ কৰে। ফলস্বৰূপে মানুহক যে ভয় কৰিব লাগে তাৰ মনতেই নাথাকে। মানুহেও পোৱালি হাতীক আদৰ কৰি কৰি মূৰৰ ওপৰত তোলে। খেলাৰ ছলেৰে সি মানুহৰ লগত ঠেলাঠেলি কৰি থাকে। কোৱা

বাহুল্য যে এই ঠেলাঠেলিৰ খেলাত মানুহেই হাৰে। হাতীৰ পোৱালিটোৱেও বুজি পায় যে মানুহ এটি কমজোৰী জীৱ। পিছত ডাঙৰ হৈ ধাক্কা -ধাক্কি কৰিবলৈ গৈ অনেক সময়ত মানুহক মাৰিয়েই পেলায়। তাৰ পিছত গৰাকীৰ তাক চম্ভালাৰ দায়িত্ব আহি পৰে। ধাক্কা মাৰি মানুহ মৰাটোৱেই তাৰ স্বভাৱত পৰিণত হয়। এয়া চাওক আমি ক'ৰ পৰা ক'লৈ আহিলোঁ। পোৱালি হাতীৰ নিৰাপত্তা আৰু ধাই-মাকৰ ভূমিকাৰ কথা আমি কৈছিলোঁ নহয় জানো। আমাৰ পোহনীয়া হাতী গোলাপী আছিল এটি পক্কা ধাই -মাক। তাইৰ পোৱালি হোৱা নাছিল। জংঘলী বা পোহনীয়া হাতীৰ এটা পোৱালি পালেই তাক পৰম আদৰেৰে দেখা-শুনা কৰে। ফলস্বৰূপে নিজৰ মাকক এৰি গোলাপীৰ ওচৰত থাকিবলৈয়ে বেছি ভাল পায়। ভালপোৱাৰ বান্ধোনেৰে বনৰীয়া জন্তুকো বান্ধিব পাৰি। পোহনীয়া হাতীৰ পোৱালিকো বাঘৰ হাতৰ পৰা ৰক্ষা কৰাটো কম মস্কিলৰ কথা নহয়। আমি যিবোৰ ঠাইৰ কথা কৈছোঁ সেইবোৰ ঠাইৰ হাতীশালৰ আশে-পাশে আছে বাঘৰ চোং। আমাৰ কাননবালাৰ যেতিয়া পোৱালি হ'ল, তেতিয়া তাক ওচৰত ৰখাটোৱেই আছিল এটি দায়িত্বপূৰ্ণ কাম। নদীৰ সিপাৰে এটা বাঘে প্ৰতিদিনেই চোপ লৈ বহি থাকে। ইয়াৰ উদ্দেশ্য হ'ল অলপ সুবিধা পালেই পোৱালিটো সি খাই পেলাব। শেষত আৰু কোনো উপায় নেদেখি আমাৰ কাননবালা আৰু তাইৰ পোৱালিটোক এনেকুৱা এখন জংঘললৈ পঠিয়াই দিয়া হ'ল, য'ত বাঘৰ কোনো অহা-যোৱা নাই। কিমান দূৰ বাঘক আৰু পোৱালিক পহৰা দিম কওকচোন? ঘৰুৱা হাতীৰ পোৱালি চম্ভালা খুব কষ্টৰ কাম। মানুহক ভয় কৰিবলৈতো সিহঁতৰ একো নাথাকে। সেয়েহে সিহঁতে একো বাধা নিষেধ নামানি নিৰ্ভয় মনে আগুৱাই যায়। মাকে পিছে পিছে তাক চম্ভালিবলৈ আৰু বিপদৰ পৰা ৰক্ষা কৰিবলৈ ঘূৰি ফুৰে। সেইকাৰণেই এই সময়ত মাইকী হাতীৰ দ্বাৰা কোনো কাম কৰোৱা নহয়। তাইৰ গোটেই মন-প্ৰাণ থাকে পোৱালিৰ ফালে। সঁচা কথা ক'বলৈ গ'লে হাতীৰ পোৱালিৰ প্ৰতি মাকৰ ইমান মৰম-ভালপোৱা জন্তু জগতত বিৰল।

পুনৰ এটা পোৱালি নোহোৱা পৰ্যন্ত মা-হাতীৰ কোলাৰ কেঁচুৱাটোৰ প্ৰতি এই টান আৰু ভালপোৱা অলপো কমি নাযায়। কোলাৰ পোৱালিটো ডাঙৰ হৈ গৈ থাকিলেও কথা নাই। এটা পোৱালি নোহোৱা পৰ্যন্ত এই বয়সীয়াল পোৱালিটোৱেই মাকৰ মন-প্ৰাণ জুৰ পেলাই থাকে। আকৌ চাওক ইয়াৰ আগৰ পোৱালিবোৰৰ প্ৰতি মা-হাতীৰ তেনেকুৱা টান নাথাকে। ইয়াৰ কাৰণ বোধহয় সিহঁতে আগৰ পোৱালিৰ সংখ্যাৰ হিচাপ ৰাখিব নজনাৰ বাবেই। কিন্তু সিহঁতৰ কোলাৰ পোৱালিটোক ইফালে সিফালে দেখিলেই সিহঁতৰ শৰীৰ-মন ঠাণ্ডা হৈ থাকে। তেতিয়া সিহঁতে ধৰি লয় যে ডাঙৰকেইটাও ওচৰে-পাঁজৰে আছে।

মতা হাতী মানে, পোহনীয়া মতা হাতীয়ে পোৱালি-টোৱালি খুব ভাল নাপায়। পোহনীয়া হাতীৰ পোৱালি কমেই হয়। সেয়েহে পোৱালিৰ লগত সিহঁতে উঠা-বহা কৰাত অভ্যস্ত নহয়। পোৱালিক সিহঁতে এক উৎপতীয়া বস্তু বুলিয়েই ধৰি লয়। পোৱালি সিহঁতৰ ওচৰলৈ আহিলে বিৰক্ত হৈ আঁতৰাই দিয়ে। খং উঠিলে পোৱালিক লাঠি মাৰি দিয়ে। কিন্তু জংঘলী মতা হাতীৰ কথা বেলেগ। পোৱালিবোৰ সিহঁতৰ লগতে দলবান্ধি ঘূৰি ফুৰে। গতিকে পোৱালিবোৰৰ প্ৰতি সিহঁতৰ কিছু পৰিমাণে হ'লেও মৰম থাকে। এবাৰ আমি শিপ্ৰা নদীৰ

তীৰত তম্বু পাতিছিলোঁ। শিপ্রা নামেৰে আমাৰ এটা মাইকী হাতীও আছিল। তাইৰ এটি পোৱালিও আছিল। ৰাতি, বিশেষকৈ জোনাক ৰাতি জংঘলী দঁতাল হাতী সেই ফালেদি অহা-যোৱা কৰে। গতিকে আমি সজাগ হৈ থাকিবলগীয়া হয়। কাৰণ দৰকাৰ হ'লে শিপ্রা আৰু তাইৰ পোৱালিটো বচোৱাৰ ব্যৱস্থা কৰিবলগীয়া হ'ব পাৰে। এবাৰ যি ভয় কৰিছিলোঁ সেয়েই হ'ল। এদিন জোনাক ৰাতি প্রকাণ্ড এটি দঁতাল হাতী সেইফালে আহিল। সম্পূর্ণ মত্তি অৱস্থা। আমি সকলো ভয়তে কম্পমান। কিন্তু পোৱালিটোৱে সেই দঁতালৰ লগত সুন্দৰকৈ খেল খেলিবলৈ আৰম্ভ কৰি দিলে। দঁতালটোৱে পোৱালিটো দেখি মুঠেই বিৰক্ত নহ'ল। কেৱল থিয় হৈ পোৱালিটোৰ লগত শুঁৰডাল ঘঁহাই ঘঁহাই ইফালে-সিফালে অহা-যোৱা কৰিব ধৰিলে আৰু পোৱালিটোৰ গাত নিজৰ দাঁত মুঠেই নলগালে। তেতিয়াহ'লে বুজক জংঘলী মতা হাতীয়েও পোৱালি ভাল পায়। আনৰ হ'লেও কোনো কথা নাই। এইক্ষেত্রত মানুহৰ আচৰণো একেই ধৰণৰ। পিছে বাপেকতকৈ মাকৰ টান বহুত বেছি— সেয়া জংঘলী মাকেই হওক বা পোহনীয়া মাকেই হওক। পোহনীয়া মা-হাতীৰ ওচৰৰ পৰা পোৱালিক আঁতৰ কৰি নিয়াতো কি যে সাংঘাতিক ঘটনা সেয়া আমি কৈ বুজাব নোৱাৰোঁ। মা-হাতীয়ে যেতিয়া বুজি পায় যে তাইৰ পোৱালিটো চিৰকালৰ বাবে তাইৰ কোলা খালী কৰি থৈ যাব, তেতিয়া তাইক শান্ত কৰা কাৰ সাধ্য! চিএৰ-বাখৰ কৰি শিকলি ছিঙি তেতিয়া তাই এটা হুলস্থূলীয়া পৰিৱেশৰ সৃষ্টি কৰে। প্রথম তিনিদিনমান মুখত একোকে নিদিয়ে। তেতিয়া তাইৰ সেই ভয়ঙ্কৰ মূর্তি দেখিলে জংঘলী কি মত্ত হাতীও থমকি ৰ'ব। খং আৰু শোকত তেতিয়া তাই মৰাৰ দৰে হৈ পৰে। তাইক তেতিয়া দেখিলে আমাৰ ভয় হয়। আনহাতে মনত ঘোৰ মমতা জাগি উঠে— আহা! বেচেৰী! বনৰীয়া হাতীৰ পেটত দুদিন পিছতেই আকৌ পোৱালিৰ জন্ম হ'ব পাৰে। কিন্তু এইজনী যে পোহনীয়া হাতী। এইৰ কোলাত আকৌ কেতিয়া পোৱালি হ'ব কোনে জানে? সঁচাকৈয়ে করুণ ঘটনা নহয় জানো? কিন্তু আমিয়েই বা কি কৰোঁ কওক। এয়াতো গৰু-ছাগলী নহয়। হাতী পুহিবলৈ মানুহৰ দৰকাৰ। তাৰ পিছত যাক কোৱা হয় 'হাতীৰ খোৱা' সেয়া বা কোনে যোগান ধৰিব। আন এটা কথা আছে। হাতী যিয়ে কিনে সিও পোৱালিকে কিনাটো পছন্দ কৰে। কাৰণটো আপুনি নিজেই অনুমান কৰিব পাৰিছে। পোৱালি হাতীক শিক্ষা-দীক্ষা দি গঢ়ি-পিটি লোৱাটো সহজ। সেইকাৰণে তিনি বছৰ হ'লেই আমি পোৱালি হাতী বেচি দিবলৈ ইচ্ছা কৰোঁ।

ইয়াতে এটা প্রশ্ন নিজৰ ফালৰ পৰাই আহে। জংঘলী মা-হাতীৰ কথা বাৰু বাদেই দিলোঁ। জংঘলী জন্তু-জানোৱাৰবোৰৰ সংস্কাৰ আৰু প্রথা বেলেগ ধৰণৰ হ'বই। ইয়াৰ বাহিৰেও জংঘলী পোৱালি হাতীবোৰৰ চাৰিওফালে বিপদৰেই ঘেৰা। বাঘৰ মুখত পৰাৰ ভয়তো আছে। মানুহৰ ফান্দত পৰাৰ ভয়ো কম নহয়। সেয়েহে এই জংঘলী জীৱনত আছে অজস্র বিপদ-আপদৰ সমস্যা। পোৱালিক এইবোৰ বিপদ-আপদৰ পৰা বচাবলগীয়া হয়, জংঘলী মাক আৰু ধাই-মাকে। গতিকে পোৱালিৰ ওচৰত মাকৰ এটা বিশেষ মায়া-মমতা থাকি যায়। যেনিবা অনেক কষ্ট কৰি ডাঙৰ-দীঘল কৰে নিজৰ কোলাৰ মাণিকক। পোহনীয়া মা-হাতীৰ পোৱালিৰ প্রতি ইমান মায়া-মমতাৰ কাৰণ কি? আমিতো গাই গৰুৰ পোৱালিৰ প্রতি ইমান মৰম নেদেখোঁ। প্রশ্নটো যুক্তিযুক্ত হয় যদিও এই প্রশ্নৰো উত্তৰ আছে। হাতী আমাৰ

বহু যুগৰ সঙ্গী ঠিকেই। তেতিয়াহ'লে হাতীক কি গৰুৰ দৰে ঘৰছীয়া জন্তু বুলি ক'ব পাৰি? প্ৰথম কথা পোহনীয়া হাতীৰ সংখ্যাতকৈ জংঘলী হাতীৰ সংখ্যা কোনো কাৰণতেই কম নহয়। তদুপৰি হাতীয়ে কি পুৰাপুৰি পোহ মানি একেবাৰে গৰুৰ দৰে হৈ যায়? নাযায়— কিছু পৰিমাণে তাৰ জংঘলী স্বভাৱ আৰু সংস্কাৰ থাকি যায়। অৰণ্যৰ বুকুত এৰি থৈ অহা দিনবোৰৰ কথা সি কোনো দিনেই পাহৰি নাযায়। সুযোগ আৰু সুবিধা পালেই পুনৰ অৰণ্যৰ কোলালৈ ঘূৰি যাব বিচাৰে। মাজে মাজে গৈয়ো থাকে। কিন্তু যেতিয়া দেখে যে জংঘলত নিৰ্বিঘ্নে বিচৰণ কৰি খোৱা-লোৱাৰ সকলো ৰাস্তাই বন্ধ হৈ গৈছে, তেতিয়া সেইফালে তল কৰি ঘৰলৈ উভতি আহে। কিন্তু বান্ধি থোৱা গৰু এৰা পৰিলে কি জংঘলৰ ফালে দৌৰি যায়? সেয়েহে কৈছোঁ হাতীয়ে পোহ মানিলেও জংঘলী জীৱনৰ সংস্কাৰ তাৰ মনৰ মাজৰ পৰা একেবাৰে মচি পেলাব নোৱাৰে। সেইকাৰণেই বোধহয় পোহনীয়া মা-হাতী নিজৰ অজানিতেই জংঘলী মা-হাতীৰ সংস্কাৰ মতেই চলা-ফিৰা কৰে আৰু একান্তভাৱে পোৱালিৰ প্ৰতি মায়া-মমতাৰে সাঙোৰ খাই পৰে। তাইৰ বুকুত এটি ভয় বিৰাজমান হৈ থাকে সেয়া হ'ল পোৱালি হেৰুওৱাৰ ভয়। পোহ মনা জীৱনৰ সংস্কাৰ বুলিলে সি বুজি পায় যে পোৱালিটো অলপ ডাঙৰ হ'লেই মালিকে তাইৰ কোলাৰ পৰা কাঢ়ি লৈ যাব। সেইকাৰণেই পোৱালিটোক তাই চকুৰ আঁতৰ কৰিবলৈ নিবিচাৰে। চকুৰ আঁতৰ হ'লেই তাইৰ মন ইচাট-বিচাট কৰি থাকে। পোৱালিটো কি হ'ল, ক'লৈ গ'ল ইত্যাদি। মূৰত তেতিয়া তাইৰ বেলেগ ধৰণৰ মতলবৰ সৃষ্টি হয়। এই ধৰক আমাৰ তাৰাৰাণীৰ কথা। তাইৰ কোলাৰ পোৱালি তেতিয়া সাত ফুট ওখ হৈছে। কালী পূজাৰ দিনা জন্মিছিল বাবেই তাৰ নাম কালীপ্ৰসাদ। এদিন তাৰাৰাণীক পঠোৱা হ'ল ব্ৰহ্মপুত্ৰৰ সিপাৰলৈ এটি কাছাৰী ঘৰলৈ। ৰাতি হঠাৎ তাইৰ পোৱালিৰ কথা মনত পৰিল। বেছ, এতিয়া যাব ক'লৈ? লগে লগে তাইৰ মূৰত বুদ্ধি খেলালে। তাইৰ ভৰিত আছিল লোহাৰ বেৰীয়া। বেৰীৰ লগত আছিল এডাল এক মোনমান ওজনৰ শিকলি। আৰু সেই শিকলিডাল এডাল গছৰ লগত বন্ধা আছিল। তাৰাৰাণীয়ে কি কৰিলে জানে প্ৰথমতে শুঁৰেৰে গছৰ আগটো ভাঙি পেলালে। তাৰ পিছত শুঁৰৰ সহায়েৰে শিকলিডাল গছৰ ওপৰেদি হঠাৎ খুলি পেলালে। এই কামটো নিশ্চয় এবাৰৰ চেষ্টাত হোৱা নাই। যিহেতু তাই পোৱালিৰ ওচৰলৈ যাবই লাগিব, গতিকে বাৰে বাৰে যত্ন কৰি হ'লেও খুলি পেলালে। শিকলিডাল খুলি পেলোৱা মানেইতো তাইৰ জয়। ইয়াৰ পিছত তাইক আৰু ৰাখে কোনে? ব্ৰহ্মপুত্ৰ! তাইৰ বাবে যেন কোনো বাধাই নহয়। তেতিয়া বাৰিষাৰ সময়, ব্ৰহ্মপুত্ৰৰ বহল অতি কম হ'লেও পাঁচ মাইলতো হ'বই। তাৰাৰাণীয়ে কিন্তু শিকলিসহ সাহসেৰে ব্ৰহ্মপুত্ৰ সাঁতুৰি পাৰ হৈ কালীপ্ৰসাদৰ ওচৰত হাজিৰ হ'লগৈ। ইফালে ৰাতিপুৱা উঠি মানুহে দেখিলে যে তাৰাৰাণী নাপাত্তা। অনেক খবৰ খাটি কৰাৰ পিছত গম পালে যে মাক আৰু পুতেক কালীপ্ৰসাদে আপোনমনে সুস্থিৰ মেজাজেৰে খেলা কৰি আছে।

শুনি নিশ্চয় আপোনালোক অবাক হৈছে। ব্ৰহ্মপুত্ৰৰ গভীৰতাও কম নহয়, বহল তেতিয়া প্ৰায় পাঁচ-ছয় মাইল। তথাপি ভৰিত বেৰীয়া আৰু শিকলি লৈ তাৰাৰাণী ব্ৰহ্মপুত্ৰ সহজতে পাৰ হ'ল বাৰু কেনেকৈ? এইটোৱেইতো কথা। তেতিয়াহ'লে জানি থওক, কেৱল হাতীয়েই নহয়, সকলো জন্তুৱে আজন্ম সাঁতোৰবিদ। হাতীৰ পক্ষে পাঁচ-ছয়মাইল বহল নদী পাৰ

হোৱাতো এটি সাধাৰণ ঘটনাৰ দৰে। ইয়াৰ বাহিৰেও ব্ৰহ্মপুত্ৰৰ মাজে মাজে বালি চাপৰিতো আছেই। তাৰাৰাণীয়ে সেই চাপৰিবোৰত বৈ জিৰণি লৈ আহিছে। সিহঁতৰ এনেকুৱা বুদ্ধিৰ কোনো অভাৱ নাই। তাৰাৰাণীয়ে কেইবাবাৰো ব্ৰহ্মপুত্ৰ সাঁতুৰি পাৰ হৈছে। কেৱল তাৰাৰাণীৰ কথা কিয়, শিৱজীৰ কথাও কওঁ। শিৱজী বোলা হাতীটো আছিল খুব পাজী। সি অন্য হাতীক মাৰধৰ কৰা তালত থাকে। চিকাৰৰ কামত প্ৰথমতে সি খুব ভালেই আছিল। কিন্তু এবাৰ তাক বাঘে আঁচুৰি দিয়াৰ পিছত সি বাঘক খুব ভয় কৰা হ'ল। বাবাই তাক শাস্তি দিবলৈ আন কামত লগাই ৰাখিছিল। এবাৰ বাৰিষাৰ সময়ত বাবাৰ হুকুম মতে সি ব্ৰহ্মপুত্ৰ সাঁতুৰি পাৰ হ'ল। তেতিয়া ঘোৰ বৰষুণ। ব্ৰহ্মপুত্ৰ তেতিয়া ফেনে-ফোটোকাৰে বৈ পোন্ধৰ মাইল বহল হৈ পৰিছে। শিৱজী ৰাতিপুৱা ন বজাত পানীত নামিল। সিপাৰে গৈ বিয়লি চাৰি বজাত উঠিল। আমি নিজৰ চকুৰেই এইবোৰ দেখিছোঁ।

কথা কথাই বহুদূৰ আহিলোঁ। এইবাৰ ঘূৰি যাওঁ পুৰণা কথালৈ— পোহনীয়া হাতীৰ জংঘলৰ প্ৰতি আকৰ্ষণৰ আলোচনালৈ। পুৰণা বুলি এই কাৰণেই কৈছোঁ যে এই বিষয়ে আগেয়েই কিছু কথা কৈছোঁ, পোহনীয়া মা-হাতীৰ পোৱালিৰ প্ৰতি থকা মৰমৰ টান সম্পৰ্কে আৰু দুই-চাৰিটা কথা কৈ প্ৰসঙ্গটো ইয়াতেই সমাপ্ত কৰিব বিচাৰিছোঁ। আগতেই কৈছোঁ যে হাজাৰ পোহ মানিলেও কিছু পৰিমাণে জংঘলী স্বভাৱ আৰু সংস্কাৰ হাতীৰ গাত থাকি যায়। ছয় ফুটতকৈ কম ওখ হাতী ধৰি আনিব পাৰিলে পোহমনাব পাৰি, সেই হাতীৰ জংঘলৰ প্ৰতি খুব এটা উতলা টান নাথাকে। পিছে সি যাক পালেই যে বনৰ ফালে দৌৰ নল'ব সেইটোও ক'ব নোৱাৰি। বনলৈ গৈ এবাৰ যদি বনৰীয়া হাতীৰ দলৰ লগত মিলি যায়, তেতিয়াহ'লে ঘৰলৈ ফিৰি অহাৰ কথা তাৰ মনত নপৰিবও পাৰে। এই ঘৰ এৰি বনলৈ গুচি যোৱা পোৱালি হাতীৰ মাজৰ পৰা দুই-এটা ঘৰলৈ ফিৰি আহে যদি ঘৰৰ আদৰ-যত্ন খুব ভাল হয়। কিন্তু কিয়, কিহৰ টানত? ঠিক টানত নহয়, কিছু প্ৰয়োজনতহে। বনলৈ গৈ যদি নিজৰ সাহসত খোৱাৰ যোগাৰ কৰিব নোৱাৰে তেতিয়াহ'লে মানুহৰ ঘৰত খোৱাৰ কথা তাৰ মনত পৰে। আৰু সময়মতে দিয়া খোৱা-লোৱাৰ লোভতেই সি ঘৰলৈ ফিৰিব পাৰে। পিছে এয়া যি ক'লোঁ, সিও ধৰক হাজাৰত এটা। হাতীয়ে কিন্তু ৰাজভোগৰ লোভতে মানুহৰ ঘৰৰ বান্ধৰ মাজলৈ ঘূৰি আহিবলৈ নিবিচাৰে। সিহঁতে জংঘলৰ মাজতেই স্বচ্ছন্দে আনন্দত থাকিবলৈ বিচাৰে, খোৱা-লোৱাৰ যোগাৰ কৰাটো যিমানেই কষ্টকৰ নহওক। আনহাতে যিবোৰ হাতী ডাঙৰ অৱস্থাত ধৰা পৰে, সিহঁতে জংঘলৰ স্বচ্ছন্দ স্বাধীন জীৱনক কোনো দিনেই পাহৰিব নোৱাৰে। গতিকে সিহঁত গুচি গ'লে আমি সিহঁতক ঘূৰাই অনাৰ কোনো আশা নাৰাখোঁ। আমাৰ নিজৰ হাতীবোৰৰ কথাকেই কওঁ। নুৰজাহান, কাননবালা, অমলা, অনাৰকলি আৰু ৰণজিৎ— ইহঁত আমাৰ লগত বহুদিন ধৰি আছিল। কাননবালা আছিল সাতাইশ বছৰ। কিন্তু সেই সত্ত্বেও তাই যেতিয়া জংঘলৰ ফালে গ'ল গ'লেই। সময়মতে সুন্দৰকৈ খোৱাৰ লোভতো ঘূৰি নাহিল। বৰং তাই বাছি ল'লে জংঘলৰ স্বচ্ছন্দ, স্বাধীন জীৱন আৰু সেউজীয়া ঘাঁহ-পাত। আমাৰ শিক্ষয়িত্ৰী তাৰাৰাণীক অৱশ্যে তিনিবাৰ পেঞ্চন দিয়াৰ পিছতো তাই জংঘললৈ ঘূৰি যাবলৈ নিবিচাৰিলে। তাৰাৰাণীৰ পিঠিত উঠিয়েই মই হাতী চলোৱাৰ প্ৰথম পাঠ আহৰণ কৰিছিলোঁ। বোধহয় তাই বুজি পাইছিল যে বন-জংঘলত ঘূৰি-ফুৰি খাবলৈ তাইৰ গাত

তেতিয়া আৰু শক্তি নাছিল। ঘূৰি আহিছিল মাত্ৰ কিষণলাল। সি ভৰ যৌৱনতেই গুচি গৈছিল। চাৰে-চাৰি বছৰ সি বন-জংঘলত ঘূৰি ফুৰিছিল। তাৰ পিছত বহুতো বন-জংঘল ভাঙি ডেৰশ মাইল পথ অতিক্ৰম কৰি ঘৰলৈ ঘূৰি আহিছিল। তাৰ গাৰ চাৰিওফালে শুকোৱা ঘাৰ দাগ। এয়া তাৰ অহমিকাৰ চিন। বুজিব পাৰিছে যে সি কোনো দলৰে লগ লাগিব নোৱাৰিব। দলৰ গুণ্ডাৰ লগত এই লৈ তাৰ বাৰে বাৰে যুদ্ধ হৈছিল। কিন্তু প্ৰত্যেক বাৰেই বেচেৰাই হাৰ মানিছে আৰু মাৰ খাইছে। পোহনীয়া হাতীয়ে জানো জংঘলী হাতীৰ লগত পাল্লা দি যুঁজ দিব পাৰে? অৱশেষত সি স্বাধীন জীৱনৰ স্বপ্ন ত্যাগ কৰি ঘৰলৈ ঘূৰি আহিল। নিৰ্বিবাদে তাৰ ভৰিত পৰিল পৰাধীনতাৰ বেৰি আৰু বাছি ল'লে নিৰাপদ এক জীৱন। মাইকী হাতীবোৰে তেতিয়াহ'লে কেনেকৈ আকৌ জংঘললৈ ঘূৰি গৈ দলৰ লগত চামিল হয়? জংঘলী হাতীয়ে মাইকী হাতীৰ ওপৰত কেতিয়াও হাত নোতোলে। কিন্তু মতা হাতীৰ ওপৰত ঠিকমতে আক্ৰমণ আৰম্ভ কৰে। হাতীৰ সমাজত গাভৰু হাতীয়েই সৰ্বেসৰ্বা। সেই কাৰণেই মাইকী হাতীৰ তাত খাটিব বেছি। কেৱল হাতীৰ কথাই কওঁ কিয়? গোটেই জন্তু জগতে ডেকাবোৰে গাভৰুসকলক সন্মান কৰি চলে। ষাড় গৰুৱে কেতিয়াবা গাই গৰুৰ ওপৰত আক্ৰমণ কৰা দেখিছে?

এইখিনিতে এবাৰ আমাৰ প্ৰতাপৰ কথা নোকোৱাকৈ থাকিব নোৱাৰোঁ। বনলৈ পলাই যাবলৈ সি যে সুযোগ পোৱা নাই এনে নহয়। কিন্তু মানুহৰ প্ৰতি তাৰ ভালপোৱাৰ টানত বন-জংঘলৰ হাত বাউলিয়ে হাৰ মানিলে। সেইকাৰণেই সি আমৰণ স্বেচ্ছাই বন্দীৰ দৰেই আমাৰ লগত ৰৈ গৈছে। মানুহক ইমানখিনি ভাল পোৱাটো হাতীৰ দৰে জংঘলী জন্তুৰ পক্ষে সম্ভৱ হয়নে এই কথা পণ্ডিতসকলে বিচাৰ কৰক। আমি যি দেখিছোঁ যি বুজিছোঁ তাকেই কৈ গ'লোঁ। পিছে প্ৰতাপৰ বাহিৰে আৰু কোনো পোহনীয়া হাতীৰ মানুহৰ প্ৰতি ইমান যে মৰমৰ টান থাকিব পাৰে তাৰ কোনো প্ৰমাণ পোৱা নাই।

দুই-চাৰিটা কথা এই প্ৰসঙ্গত আহি পৰে। পলাই গুচি যোৱা হাতী আকৌ ঘূৰি আহিলে আমি তাক কওঁ 'বন-ঘৰচীয়া'। সি ঠিকেই ঘূৰি আহিল, পিছে হাতীটোৰ মালিক যে কোন সেইটো কোনে ঠিক কৰি দিব? প্ৰথমেই ক'লোঁ যে অসমত 'বনৰীয়া' ধৰা পৰিলে তাৰ সম্পূৰ্ণ বিৱৰণ কৰ্তৃপক্ষৰ ওচৰত দাখিল কৰি 'Transit Pass' লোৱাৰ নিয়ম আছে। যেনে ধৰক— হাতীটো মতা নে মাইকী, দঁতাল, মখনা নে গণেশ, কিমান ওখ, সোতৰ-ওঠৰ নে বোলনখী, ঝাড়ুদুম নে পক্ষীদুম্, বয়সেই বা কিমান ইত্যাদি। যি জিলাত সেই হাতী থাকিব, সেই জিলাৰ বন বিভাগৰ দপ্তৰে হাতীটোক ৰেজিষ্টাৰ কৰিব লাগে, তাতে পাঁচ টকা লাগে। আকৌ যদি এই হাতীটো সংৰক্ষিত বনাঞ্চললৈ গৈ চৰি-ফুৰি ঘাঁহ খায়, তেতিয়াহ'লে তাৰ বাবে পঁচিশ টকা কৈ Grazing Tax-ও দিব লাগে। হাতী গুচি গ'লেও ওচৰৰ বন বিভাগৰ অফিচত আৰু থানাত জনাই দিয়াৰ আইন আছে। তাৰ পিছত গুচি যোৱা হাতীটো যেতিয়া ধৰা পৰে বা ঘূৰি আহে, তেতিয়া সকলো কাগজ-পত্ৰ বন বিভাগৰ অফিচত বা আদালতত আমি পেচ কৰোঁ। সকলো কাগজ-পত্ৰ পৰীক্ষা কৰি দেখি-শুনি কৰ্তৃপক্ষই তেতিয়া ৰায় দিয়ে। 'ৰায়' মালিকৰ অনুকূলে গ'লে মালিকে হাতীটো কিৰায় পায়। নহ'লে হাতীটো চৰকাৰৰ দখললৈ গুচি যায় অৰ্থাৎ বন বিভাগৰ সম্পত্তি হৈ থাকে। অনেক সময়ত 'ৰায়'ৰ

বলত হাতীটো যাৰ মহলত ধৰা পৰিছে সেই মহলদাৰে মালিকীস্বত্ব পায়।

কিষাণলাল ঘৰলৈ উভতি অহাৰ কথাক লৈ এটা প্ৰশ্ন মনত জাগি উঠিব পাৰে। বহুদিন পিছত হাতীয়ে বন-জংঘলৰ পথ কেনেকৈ চিনি পাই আকৌ ঘৰলৈ ঘূৰি আহে। বিধাতাই হাতীক আচৰিত ধৰণৰ ঘ্ৰাণ শক্তি দিছে। এই ঘ্ৰাণ শক্তিয়ে কিষাণলালৰ বাবে আশীৰ্বাদস্বৰূপ হৈ পৰিছিল। যাৰ বাবে কিষাণলালে চাৰি বছৰৰ পিছতো অৰণ্যৰ মাজৰ বাট-পথো সহজতেই চিনিব পাৰিছিল। বনে-জংঘলে আৰু নিশাৰ ভাগত হাতীৰ মাউতেই অনেক সময়ত চিনাকি বাটো হেৰুৱাই পেলায়। সেইসময়ত মাউতে হাতীক ইচ্ছামতে যাবলৈ দিয়ে। হাতীয়ে তেতিয়া অমানিশাৰ অন্ধকাৰত সঠিক পথৰ দিশ নিৰ্ণয় কৰি ঘৰলৈ ফিৰি আহে। মানুহৰ অসাধ্য এইবোৰ কাম হাতীয়ে তাৰ অপূৰ্ব ঘ্ৰাণ শক্তিৰ দ্বাৰাই সাধন কৰে। পিছে সকলো হাতীৰ সমানে ঘ্ৰাণ শক্তি নাথাকিবও পাৰে। আমাৰ হাতীবোৰৰ ভিতৰত তাৰাৰাণীয়ে গভীৰ অন্ধকাৰৰ মাজতো অৰণ্যৰ বাট-পথ সঠিককৈ চিনাক্ত কৰিব পাৰিছিল।

আৰু প্ৰশ্ন উঠিব পাৰে— পোহনীয়া হাতীয়ে হঠাৎ পলাই গুচি যোৱাৰ সুযোগ পায় কেনেকৈ? পলাই গুচি গ'লে আমি সিহঁতক ধৰিবলৈ চেষ্টা নকৰোঁ নেকি? আচল কথা হাতী হঠাতে চক্ খাই গুচি গ'লেই বিপদ, তেতিয়া সি একোতে বাধা নামানে। সকলো বাধা-নিষেধ অগ্ৰাহ্য কৰি দৌৰি পলাবলৈ বিচাৰে। মাউতৰ অসাৱধানতাৰ ফলত হাতীয়ে কেতিয়াবা কেতিয়াবা পলাবলৈ সুৰুঙা পায়। মাউত আৰু ফান্দীয়ে হাতীক অত্যধিক খটুৱাই মৰি যোৱাৰ দৰে কৰে। অবাধ্য হ'লে হাতীৰ গাত হাত তুলিবলৈও সংকোচ নকৰে। এক কথাত ক'বলৈ গ'লে মাউত আৰু ফান্দীৰ সৈতে হাতীৰ সম্পৰ্ক হ'ল কামৰ। কামৰ সম্পৰ্ক য'ত কাজিয়াৰ সম্ভাৱনাও ত'ত। মালিকেতো নিজ হাতেৰে হাতীক কামত নখটুৱাই বৰং খুৱায়। গতিকে মালিকক দেখিলে হাতীৰ মেজাজ গৰম নহয় কেৱল খুচীহে হয়। কিন্তু মাউত বা ফান্দীৰ অৰিয়া-অঁৰিত হাতীৰ সহ্য শক্তি বাহিৰ লৈ যায়। তেতিয়া হাতী গুচি যোৱাৰ তালত থাকে। অলপ সুবিধা পালেই নাপাত্তা হৈ যায়। হাতী পলাই গুচি গ'লে আমি জানো স্থিৰেৰে থাকিব পাৰোঁ? হাতী তেনেকৈ গুচি যোৱাটো সকলো ফালৰ পৰাই ভীষণ বিপদৰ কথা। সকলো হাতীয়ে গুচি গৈ কেৱল জংঘলতেই নোসোমায়। ধুৰাৰ বা ঘৰৰ আশে-পাশেই ঘূৰি থাকে। তেতিয়া সি লোকৰ ঘৰ-বাৰী যে নাভাঙিব বা মানুহ যে নামাৰিব তাৰ কোনো ঠিকনা নাই। আমি তেতিয়া পলাই গুচি যোৱা হাতীক ধৰাৰ বাবে সকলো ধৰণৰ চেষ্টা কৰোঁ। দুই-এটা কাহিনী কওঁ শুনক। তেতিয়াহে ঘটনাটো পৰিষ্কাৰকৈ বুজিব পাৰিব। তীৰথ সিং বুলি এটা হাতীৰ কথা বোধহয় কৈছোঁ। আমি তাক নিজ হাতেৰে খুৱাওঁ। গতিকে ঘোৰ মত্ত অৱস্থাতো সি শান্তভাৱেই আমাৰ হাতৰ পৰা খোৱা বস্তু লৈ খায়। কোনো দিনেই সি আমাক দিগদাৰী কৰা নাই। কাম কৰিবৰ বাবে তাক 'কচুগাঁৱ'ৰ মহললৈ লৈ গৈছিলোঁ। তাৰ পৰাই সি পলাই গুচি গ'ল। গাঁৱে-ভূয়ে, হাটে-বজাৰে সি বেছ নিজৰ মেজাজতেই ঘূৰি ফুৰিছে। কিন্তু কাকো একো কৰা নাই। মাত্ৰ মাউত বা ফান্দী দেখিলেই তাৰ মেজাজ একেবাৰে গৰম হোৱাৰ উপক্ৰম হয়। ইয়াৰ কাৰণ আগতেই কৈছোঁ। এদিনাখন সি সেই এলেকাৰ ৰেঞ্জাৰ বাবুৰ ল'ৰাৰ ভাত মুখত দিয়া ভোজ বিনা নিমন্ত্ৰণে খালেগৈ। নিমন্ত্ৰিতসকলে পাত আগত লৈ খাবলৈ বহিছে। এনেকুৱা সময়তে সিংজী গৈ

তাত হাজিৰ। তাক দেখিতো সকলোৱে ভয়তে কম্পমান হৈ থিয় হ'ল। তেওঁলোকৰ নিমন্ত্ৰণ খোৱা নহ'ল। পাতবোৰ য'তে আছিল ত'তে পেলাই থৈ যিয়ে যিফালে পাৰে সেইফালে পলাল। সিংজী অকলেই ৰ'ল। গতিকে সি কোনোফালে নোচোৱাকৈ কাকো একো নকৰাকৈ সকলো খোৱা বস্তু খাই পেলালে। গতিকে ৰেঞ্জাৰ বাবুৰ কোনো খোৱা বস্তু নষ্ট নহ'ল। সিংজীয়ে খাই লৈ হালিজালি যাবলৈ আৰম্ভ কৰিলে। কিন্তু মাউত-ফান্দীৰ শব্দ শুনিলেই তাৰ মেজাজ একেবাৰে গৰম হৈ উঠে। তেতিয়া সি কোনোফালে নাচায়, পাৰিলে কেৱল সিহঁতৰ ওপৰত আক্ৰমণ চলাবলৈ বিচাৰে। এই সকলোবোৰ আমি জানো কাৰণেই তাক সহজতে ধৰিব পাৰিছিলোঁ। আমি 'গকুল কাঁটাৰ' ফান্দ পাতিলোঁ। 'গকুল কাঁটা' লোহাৰে তৈয়াৰী দেখিবলৈ প্ৰায় 'পানীকলৰ' দৰে। তাৰ তীক্ষ্ণ (ধাৰ থকা) অংশটো দুই ইঞ্চিমান হ'ব। কাঁটাবোৰ যি ধৰণে ইচ্ছা কৰে সেই ধৰণে মাটিত পেলাই দিয়ক দেখিব যে কটাৰ মুখবোৰ ঠিক ওপৰৰ ফালেই আছে। মুখবোৰ তীক্ষ্ণ কিন্তু বৰশীৰ দৰে বেঁকা নহয়। গতিকে হাতীৰ ভৰিত কাঁটাবোৰ সোমালেও টানি বাহিৰ কৰাটো কঠিন কাম নহয়। হাতীয়ে যেতিয়া ভৰিৰে কাৰোবাক আক্ৰমণ কৰিবলৈ বিচাৰে তেতিয়া তলৰ ফালে কি আছে সি মুঠেই নাচায়। সেয়েহে আমি এফালে হাতী আনফালে মাউত-ফান্দী ৰাখি মাজৰ ঠাইডোখৰত কাঁটা পেলাই দিলোঁ। যি ভাবিছিলোঁ সেয়ে হ'ল। মাউত আৰু ফান্দীক দেখি হাতীৰ মূৰৰ তেজ গৰম হ'ল, তেতিয়া হাতীয়ে পোনে পোনে মাউতক আক্ৰমণ কৰিবলৈ খেদি গ'ল। তলত যে কি আছে তাকে চাবলৈ তেতিয়া তাৰ চিন্তা কৰাৰ কোনো কথাই মূৰত নেখেলালে। বেছ, মাজবাটতে সি কাঁটাৰ মুখত পৰি জব্দ হৈ গ'ল। কথা প্ৰসঙ্গত কৈ থওঁ যে এই কাঁটাৰ নমুনা আমি বন বিভাগ আৰু চাহ বাগানৰ মালিককো বিলাই দিছিলোঁ। কৈছিলোঁ যে হাতীয়ে চলাচল কৰা পথত এই কাঁটা পাতি ৰাখিব, তেতিয়াহ'লে দেখিব যে হাতী আৰু সেই বাটেৰে নাযায়। সাধাৰণ অৱস্থাত হাতী হুচিয়াৰ হৈয়েই চলে। গতিকে শুঁৰেৰে গোন্ধ লৈ লৈ তাৰ চলাচল কৰা বাটেৰে গৈ থাকে। মাটিত কাঁটা থাকিলে সি ঠিকমতেই লোহাৰ গোন্ধ পায়। তেতিয়া সি তাৰ বিপদ বুজি থমকি ৰয়। তাৰ ভৰি আৰু আগ নবঢ়ায়। অন্য ৰাস্তা বাছি লয়।

জংবাহাদুৰ এবাৰ গুচি গৈছিল। তাৰ কাৰণ অৱশ্যে মাউতৰ অসতৰ্কতা বা নিৰ্মমতা নহয়। ইয়াৰ কাৰণ আমাৰ দুষ্ট স্বভাৱৰ শিৱজীয়ে এদিন জংবাহাদুৰক আক্ৰমণ কৰি এক ধাক্কা মাৰিলে। সেই ধাক্কা সহ্য কৰিব নোৱাৰি জংবাহাদুৰ কাতি হৈ পৰিল। মাউতো ছিটিকি পৰিল। ঘটনাটো ঘটিছিল একেবাৰে আচৰিতভাৱে। তাৰ পিছত শিৱজীৰ মাউতে তাক নিজৰ আয়ত্তলৈ আনিলে। কিন্তু জংবাহাদুৰ উঠি একেবাৰে চোঁ-চোঁকৈ দৌৰ দিলে। খবৰ পায় আমি গাড়ী লৈ জংবাহাদুৰৰ পিছে পিছে গ'লোঁ। লগত আছে মানুহ, গুলী-বন্দুক আৰু গকুল কাঁটা। গৌৰীপুৰৰ পৰা চাৰি-পাঁচ মাইল মান গৈ জঙক দেখা পালোঁ। তাৰ পিছত লাহে লাহে মানুহ আৰু কাঁটা লৈ তাৰ ফালে আগুৱাই যাবলৈ ধৰিলোঁ। শেষত গৈ যি ৰাস্তা এৰি খেতিৰ পথাৰত নামিলগৈ। আমাৰ মানুহবোৰো নাচোৰবান্দা। সিহঁতে গাড়ীৰ পৰা নামি আকৌ তাৰ পাছ ল'লে। আনহাতে তেতিয়া সন্ধিয়া নামিছে। পিছত জংওে গৈ জোপোহা বাঁহ গছ এডৰাৰ ওচৰত ৰ'লগৈ। বোধহয় আত্মৰক্ষা বা আশ্ৰয়ৰ বাবে। আমি

তেতিয়া মাউতক জঙৰ ওপৰত নজৰ ৰাখিবলৈ কৈ ফিৰি আহিলোঁ। বাবাক সকলো খা-খবৰ জনালোঁ। পিছদিনা ৰাতিপুৱা বাবাই আমাৰ দলটোক গাড়ীত লৈ যাত্ৰা কৰিলে। যেনেকৈ নহওক জঙক আকৌ ঘূৰাই আনিবই লাগিব। কিছুদূৰ গৈয়েই জঙৰ লগত দেখা সাক্ষাৎ হ'ল। তাৰ চকু-মুখ, চলন-ফুৰণৰ ভঙ্গি দেখিয়েই বুজিলোঁ যে তেতিয়াও তাৰ মনৰ পৰা সম্পূৰ্ণভাৱে ভয় আঁতৰা নাই। সেয়েহে ভাবিলোঁ চাওঁচোন সি কি কৰে। কিন্তু জঙে লাহে লাহে গৌৰীপুৰ চহৰ পালেগৈ, তাৰ পিছত আমাৰ হাউলিত সোমালগৈ। বাবাই তেতিয়া আগুৱাই আহি কিছু কুঁহিয়াৰ, আম আৰু গুৰ খাবলৈ দিলে। সিও ভয় নোহোৱাকৈ খাবলৈ ধৰিলে। মাউতবোৰতো ওস্তাদ লোক। সিহঁতে খুব সাৱধানে বুদ্ধি কৰি পিছৰ ভৰি দুখন বান্ধি পেলালে। এজনে আকৌ হুকুম দিলে 'বইট'। লগে লগে জঙ বাহাদুৰে হুকুম মানি 'বইট' পৰিল। বেছ, লগে লগে এজন মাউত তাৰ ওপৰত উঠি বহিল। তাৰ পিছত আৰু কি? ওচৰৰ এডাল গছৰ লগত তাক বান্ধি পেলোৱা হ'ল। ভয়-ডৰ পাহৰি সি বান্ধোন মানি ল'লে। আমিও শেষত গৈ বাচিলোঁ।

মা-হাতীৰ সন্তান-স্নেহৰ কথা আগেয়েই কৈছোঁ। এতিয়া শুনক তাৰ শোক-সন্তাপৰ কথা। মা-হাতীয়ে ভাল পাবলৈ জানে কাৰণেই শোক-তাপৰ জ্বালাত তাই জ্বলে। সন্তান স্নেহ তাইৰ প্ৰবল। সেই সন্তান যেতিয়া চিৰদিনৰ বাবে হেৰাই যায়, তেতিয়া তাই পাগলৰ দৰে হৈ পৰে। শোকৰ প্ৰথম ধাক্কাত হাতী একান্তই কাতৰ হৈ পৰে। সেইসময়ত হাতীয়ে খোৱা-লোৱা এৰি দিয়ে। একবিন্দু পানীও মুখত নিদিয়ে। মানুহৰ সন্তানৰ মাতৃয়ে চিঞৰি কান্দি কান্দি মনৰ দুখ পাতলায়। কিন্তু তাই সেইটোও কৰিব নোৱাৰে। আনকি কোনো কথা পাতিও মনৰ দুখ পাতলাব নোৱাৰে। তেতিয়াহ'লে এই অসহ্য শোক পাতলাব কেনেকৈ? খোৱা-লোৱা বস্তু মুখলৈয়ে তুলিব কেনেকৈ? ইয়াৰ ফলস্বৰূপে মা-হাতীৰ জীৱন শোকত দুৰ্বিসহ হৈ পৰে। মৃত্যুৱেই বহুসময়ত এই সকলো যন্ত্ৰণা পাৰ কৰি দিয়ে। মানুহৰ লগত উঠা-বহা কৰাৰ কাৰণেই হাতীৰ মনটো এই শোক-তাপত অন্তৰ্নিহিত হৈছে— এই কথাটো মুঠেই সত্য নহয়। মৰম-চেনেহ, শোক-সন্তাপ গোটেই জগতজুৰিয়েই আছে। সেইবাবেই ইয়াৰ পৰা কোনো প্ৰাণীয়ে সাৰি যাব পৰা নাই। জংঘলী মাইকী হাতীৰ সন্তান স্নেহ বা শোক কোনোটোৱেই পোহনীয়া হাতীতকৈ কম নহয়। পোৱালি কাষৰ পৰা আঁতৰি গ'লে, পোৱালিক বাঘে ধৰিলে বা আন কোনো কাৰণত পোৱালি মৃত্যু হ'লে জংঘলী হাতীয়েও খুব শোক পায়। সকলো সময়ত শোকৰ এই প্ৰচণ্ড খুন্দা সি সহ্য কৰিব নোৱাৰে। এতিয়া শুনক মই নিজৰ চকুৰে দেখা এটি ঘটনা। এবাৰ যথা সময়ত জংঘললৈ হাতী বিচাৰি ওলাই গৈছিলোঁ। হঠাৎ দেখিলোঁ যে এটা জংঘলী হাতী এঠাইত থিয় হৈ আছে। ধূলি-বালিত লেতেৰা হোৱা বাবে তাৰ গাৰ ৰঙটো একেবাৰে মাটিয়া বৰণীয়া হৈ পৰিছে আৰু তাৰ দুই চকুৰ পৰা অবিৰতভাৱে চকু পানী বৈ আছে। দেখিয়েই ভাব হ'ল হাতীটো বৰকৈ কাহিল হৈছে বোধহয় তাৰ পেটত কেইদিনমানৰ পৰা একো আহাৰেই পৰা নাই। এই ধৰণৰ দৃশ্য মই আগতে কোনো দিনেই দেখা নাই। সেইকাৰণে অনুমানতে ধৰিব পাৰিছোঁ যে হাতীটোৱে খুব শোক পাইছে। নিশ্চয় তাৰ পোৱালিৰ মৃত্যু হৈছে। ইফালে ফান্দীয়ে উচ্পিচ কৰিব ধৰিলে— হাতী ধৰাৰ এনেকুৱা এটা সুযোগ সিহঁতে এৰিব নিবিচাৰে। মই তেতিয়া বাধা

দিলোঁ। ক'লোঁ— নহয় ব'লা। বেছ কিছু সময় পিছত আকৌ সেই পথেৰেই ফিৰিলোঁ। অবাক কাণ্ড। হাতীটো একে ঠাইতে থিয় হৈ আছে। ঠিক সেই গছডালৰ তলত। এখন ভৰিও লৰোৱা নাই। তেতিয়া সকলোৱে লগ হৈ এখোজ-দুখোজকৈ হাতীটোৰ ফালে যাবলৈ ধৰিলোঁ। কেইখোজমান আগুৱাই যোৱাৰ পিছতেই নাকলৈ এটি গেলা-পচা গোন্ধ আহিল। তেতিয়া আমাৰ বুজিবলৈ আৰু একো বাকী নাথাকিল। তাৰ পিছত একেবাৰে ওচৰলৈ গৈ দেখিলোঁ যে যিটো ভাবিছিলোঁ সেয়েই হৈছে। মাটিত এটা সৰু হাতী পোৱালি পৰি মৰি আছে। শবটো ফুলি গৈছে। বুজিব পাৰিলোঁ যে কেইদিনমান আগতেই পোৱালিটো মৰিছে। পিছে আমাৰ দলত মানুহ মুঠেই কম নাছিল। কিন্তু হাতীটোৰ কোনোফালেই খেয়াল নাই। তাৰ যেন আৰু একোৰেই আৱশ্যক নাই। সৰ্বনাশ যি হ'বলগীয়া আছিল সেয়া হৈয়েই গৈছে। সেয়েহে ভালকৈ বুজি পোৱা গৈছিল, তাৰ ভোক-পিয়াহ নাছিল আৰু প্ৰাণৰ প্ৰতি মায়া-মমতা বুলি একোৰেই নোহোৱা হৈছিল। কেৱল শোক আৰু সন্তাপেৰে জুৰুলা হৈছে। মৰা পোৱালিটো আগত লৈ হাতীটো ৰৈ আছে যেনিবা শোকৰ এটি প্ৰতিমূৰ্তি। আমি ভাবিলোঁ যে এইদৰে থাকিলে হাতীটো মৃত্যুৰ মুখত পৰিব। মৰা পোৱালিটোৰ ওচৰৰ পৰা আঁতৰাই লৈ গ'লে হয়তো সি লাহে লাহে সুস্থ হ'বও পাৰে। এই সাত-পাঁচ ভাবি হাতীটোৰ গলত ফান্দ লগালো প্ৰায় বিনাচেষ্টাত। ফান্দত বান্ধ খাবৰ সময়ত অলপ টনা-টনি কৰিছিল। সেয়া পিছে একোৰেই নহয়। ইয়াৰ বাহিৰেও আমাৰ লগত আৰু তিনিটা কুন্‌কী আছিল। আমি অনায়াসে তাক টানি লৈ ধুৰাৰ ফালে আগুৱাই গ'লোঁ। বাটত এখন নদী পালোঁ। লক্ষ্য কৰি দেখিলোঁ যে হাতীটোৱে অলপ পানী খাইছে। তেতিয়া হাতীটোৰ গাত কোনো জংঘলী হাতীৰ লক্ষণেই নাই। একেবাৰে এটা নিৰীহ পোহনীয়া হাতীৰ দৰেই আমাৰ লগত বাট-পথ উলিয়াই আগুৱাই যাব ধৰিলে। সেই সময়ত টনা-টনি কৰি আমাৰ হাতৰ পৰা ওলাই যাবলৈ শক্তি নাছিল, বাচি থকাৰেই আশা ক্ষীণ হৈ পৰিছিল। ধুৰালৈ অনাৰ পিছত তাক নিয়ম মতে ঠিক-ঠাক কৰি বান্ধিলোঁ। তাত সি একো আপত্তি নেদেখুৱালে। আপত্তি কেৱল মুখলৈ একোকে তুলিব নিবিচাৰে। হাতীটোক খুৱাবৰ বাবে কিমান বাৰেই চেষ্টা কৰা হ'ল, কিন্তু একোকেই মুখত নিদিলে। নিজেই তেতিয়া খুব অসহায় বোধ কৰিলোঁ। চকুৰ সন্মুখত ইমান ডাঙৰ জন্তু এটাই নাখায় মৰিবলৈ ধৰিছে অথচ আমি একোকে কৰিবলৈ পৰা নাই আৰু কৰিবলৈয়ে বা কি বাকী আছে? মানুহ হ'লে কথা কৈ সান্ত্বনা দিলোঁহেঁতেন, বুজাই-বঢ়াই কিছু খুৱালোঁহেঁতেন। অবলা জংঘলী জন্তু তাক শোকত সান্ত্বনা দিবলৈ বুদ্ধিৰে একো ঢুকি নাপালোঁ শেষত উপায়হীন হৈ আমাৰ ওচৰৰ বন বিভাগৰ অফিচত খবৰ দিলোঁ। সেই অফিচৰ মুৰব্বীজন নিজেই আহিল। মই ক'লোঁ যে এই হাতীটো যে নাবাচে আপুনি নিজেই বুজিব পাৰিছে। হাতী যে কেনেকৈ শোকত অধীৰ হয় সেইটো জানিবৰ বাবেই হাতীটোক ধৰি আনিছোঁ। ঘটনাৰ সবিশেষ জানিবলৈ তেওঁ পোৱালি হাতীটো চাই আহিলগৈ। তাৰ পিছত ৰায় দি গ'ল যে, ঠিক আছে, এইটোক গণনাৰ ভিতৰত ধৰা নহ'ব। এনেকৈ আৰু দুই-তিনিদিন পাৰ হ'ল। হাতীটোৱে কিন্তু নীৰৱে নিশব্দে কান্দিয়েই থাকিল। হাজাৰ চেষ্টা কৰিও তাক একো খুৱাব পৰা নগ'ল। কেৱল মাত্ৰ পানীকেই খাইছিল। সেয়াও অতি কম। হাতীক লাগে আঠ-দহ বাল্টি পানী। সি মাত্ৰ খাইছে আধা বাল্টি। সেয়াও গোটেইখিনি

পেটলৈ যোৱা নাই। কিছু পৰিমাণে ওলাই গৈছে। চাই থাকোঁতে তাৰ অৱস্থা প্ৰায় কাহিল হৈ আহিল। তাৰ জীৱনৰ আশা আমি প্ৰায় এৰি দিছোঁ। তথাপি ভাবিলোঁ হাজাৰ হওক জংঘলী জানোৱাৰ বন-জংঘলৰ মাজলৈ ফিৰি গ'লে তাৰ মনটো কিছু পৰিমাণে হ'লেও সতেজ হৈ উঠিব পাৰে। এই সকলোবোৰ কথা ভাবি হাতীটোক প্ৰায় আধা মাইল দূৰৈৰ সেউজীয়া ঘাঁহেৰে ভৰা এখন ঠাইত এৰি দিলোঁ। তেতিয়া আমি এটাই আশা ৰাখিছিলোঁ যে সেউজীয়া ঘাঁহ দেখিলে হয়তো তাৰ খাবলৈ ইচ্ছা যাব পাৰে আৰু শৰীৰৰ চাহিদা বুলিও এটা কথা আছে। বন বিভাগকো জনাই দিলোঁ। কিন্তু যাৰ ভোক নোহোৱা হৈ গৈছে তাক খোৱাৰ লোভ দেখুৱালেই বা হ'ব কি? পিছদিনাখন গৈ দেখিলোঁ যে হাতীটো প্ৰায় সেই একে ঠাইতেই থিয় হৈ আছে। আকৌ তাৰ পিছদিনাখন গৈ দেখিলোঁ যে সকলো শেষ হৈ হাতীটো ঢলি পৰি গৈছে।

মতা হাতীয়ে পিছে ইমান শোক অনুভৱ নকৰে। কিন্তু 'মালজুৰিয়া'সকলৰ বন্ধুপ্ৰীতি অসাধাৰণ। সেইবোৰ কথা পিছত ক'ম।

# আঠ

হাতীৰ সমাজ, সিহঁতৰ নিজৰ গুণাগুণ আৰু মেজাজৰ কথাকেই আজি সংক্ষেপে আলোচনা কৰোঁ, নে কি কয়? হাতীৰ সমাজ সম্পৰ্কে দুই-চাৰি আষাৰ কথা আগতেই কৈছোঁ। আপুনি জানে যে হাতীৰ সমাজত গাভৰু হাতীয়ে সৰ্বেসৰ্বা। অৰ্থাৎ প্ৰমীলাৰ ৰাজত্ব আৰু কি? মতা হাতীবোৰে মাইকী হাতীবোৰক ৰীতি মতে খাতিৰ কৰি চলে। হাতীৰ দলো চলে এজনী মাইকী হাতীৰ ইঙ্গিতত। সেইজনীয়েই হ'ল দলনেত্ৰী। কিন্তু দলৰ নিৰাপত্তাৰ ফালে চকু দিয়াৰ ভাৰ এটা মতা হাতীৰ। তাকেই আমি দলপতি বুলি কওঁ।

দলৰ সকলোতকৈ দুৰ্দান্ত মতা হাতীকেই সকলোৱে দলপতি বুলি মানি লয়। দলপতিৰ আৰু এটি নাম হ'ল সাহানিয়া গুণ্ডা। দলটো ডাঙৰ হ'লে দুজনকৈ দলপতি বা সাহানিয়া গুণ্ডা থাকিব পাৰে। দলপতিয়ে কিন্তু দলটোক লগত লৈ নুঘূৰে। সেই দায়িত্ব দলনেত্ৰীৰ। তথাপি দলপতিৰ আধিপত্য নমনাৰ কথা কোনেও নাভাবে। নামানি আন একো কৰাৰ উপায়ো নাই। এয়া হাতীৰ সমাজৰ অনেক দিনৰ আইন। আজি পৰ্যন্ত এই শাসনৰ অলপো হেৰফেৰ হোৱা নাই। এই শাসনৰ বিৰুদ্ধে যদি কোনোবাই মূৰ তোলে, তেতিয়াহ'লে ৰক্ষা নাই একেবাৰে কুৰুক্ষেত্ৰত পৰিণত হ'ব। কিন্তু অনৰ্থক কথাত দলপতিৰ বিৰুদ্ধে, আনে কিয় বা মূৰ তুলিব? দলৰ আধিপত্যৰ আশাত আৰু সেই আধিপত্য মূলতঃ নাৰী সম্পৰ্কীয় কথাৰ বাবেই। মাইকী হাতীৰ দল অৰ্থাৎ হাৰেম থাকে দলপতিৰ খাচ দলখলত। কিন্তু দলপতিৰ বাহিৰেও অন্যান্য জোৱান মতা হাতীৰো দেহৰ চাহিদা আছে। সেই চাহিদাৰ বাবেই মাজে মাজে আইন অমান্য কৰি 'হাৰেম'ৰ ফালে গুচি আহে। কিন্তু দলপতিয়ে এইবোৰ সহ্য নকৰে। গতিকে লগে লগে যুদ্ধ আৰম্ভ হৈ যায়। এইবোৰ কথা দ্বিতীয় অধ্যায়ৰ শেষত মোটা-মুটিকৈ কৈছোঁ। ইয়াতে কেৱল সংক্ষেপে কৈছোঁ যে দলৰ আধিপত্যৰ আশাত কেতিয়াবা কেতিয়াবা দুটা বা তাতোকৈ বেছি হাতীয়ে দলপতিৰ লগত যুদ্ধ কৰিবলৈ নামে।

দুটা হাতীয়ে যেতিয়া জীৱন-পণ কৰি যুদ্ধ কৰিবলৈ নামে, তেতিয়া যাৰ কাৰণে এই যুদ্ধৰ সূচনা সেই মাইকী হাতীয়ে দুই যুঁজাৰুৰ কোনোবাজনৰ প্ৰতি উদ্বিগ্ন হৈ পৰে নেকি? নহয় মুঠেই নহয়। তেতিয়া মাইকী হাতীয়ে এই যুদ্ধক্ষেত্ৰৰ ওচৰলৈয়ে নাহে। নিৰ্বিকাৰ ভাবেৰে চাপ-চুপকৈ চাই থাকে। নাজানো, বোধহয় পুৰুষৰ কাণ্ড-কাৰখানা সিহঁতে উপভোগ কৰে। তাৰ পিছত বিজয়ীজনকে সিহঁতে দলপতি বুলি মানি লয়। গতিকে সেইজনেই হাৰেমৰ প্ৰধান পুৰুষ হৈ পৰে। তাক লগত লৈ মাইকী হাতীয়ে আনন্দেৰে ভোগ কৰে সঙ্গসুখ। পৰাজিত, আহত বা নিহত হাতীৰ ফালে সিহঁতে এবাৰো ফিৰি নাচায়। এই ৰক্তাক্ত যুদ্ধৰ স্মৃতিৰ কালছায়াই কোনোদিনেই সিহঁতৰ জংঘলৰ বাধা-বন্ধনহীন জীৱনক আচ্ছন্ন নকৰে। যিয়ে হাৰে সিহঁতৰ বেছিভাগেই যুঁজতেই মৃত্যুবৰণ কৰে। যদি কেনেবাকৈ বাচি থাকে তেতিয়াহ'লে সি সেই অঞ্চল ত্যাগ কৰি গুচি যায়।

পিছে আগৰে পৰা সিহঁতৰ চিনা-জনা থাকিলেও ভয় আৰু অস্থিৰতাৰ মাজেৰে জংঘলত ঘূৰি ফুৰে। কিন্তু দলপতিৰ নজৰত পৰিলেই বিপদ। আকৌ মাৰ-পিট আৰম্ভ হৈ যায়। এখন জংঘলৰ ওচৰতে আন এখন জংঘল এতিয়াতো পোৱা নাযায়। সেইকাৰণে সি লোকালয়ৰ ফালে আহিবলগীয়া হয়। নহ'লে খাব কি? এই ধৰণৰ এটা বা এদল হাতী যেতিয়া লোকালয়ৰ ফালে অগ্রসৰ হয়, তেতিয়া সিহঁতৰ মন-মেজাজৰ কথা চিন্তা কৰি চাওক। তেতিয়া সিহঁতৰ গাত থাকে অজস্র ক্ষতচিহ্ন, সৰ্বস্ব হেৰুওৱাৰ অসহ্য ক্ষোভ আৰু ভোকৰ জ্বালা। আঘাত, ক্ষোভ আৰু ভোকৰ জ্বালাত জৰ্জৰিত এইবোৰ হাতীক আমি গুণ্ডা বা Rogue বুলি কওঁ। এই ধৰণৰ অকলশৰীয়া হাতীক আমি দালদঙুৱা হাতী বুলিও কওঁ। দলগতভাৱে মাৰ খাই গোটেই দলটোৱেই এই ধৰণে যিবোৰ হাতী ঘূৰি ফুৰে সিহঁতক কওঁ 'মালজুৰিয়া' গুণ্ডা। বহুতে হেনো একেলগে সাতটা মালজুৰিয়া দল দেখিছে। সেয়া থাওক, পিছে গুণ্ডা হাতীয়ে প্ৰথমৰ পৰাই মানুহ মাৰিব এনেকুৱা কোনো কথা নাই।

প্ৰথমতে সকলো জন্তুৱে মানুহক ভয় কৰি চলে। হাতীয়েও জানো মানুহক ভয় কৰি চলে? সেইয়া অজানা আৰু অচিনাৰ ভয়? মানুহৰ সকলোবোৰ কথাই তেনেহ'লে সিহঁতৰ চকুত অদ্ভুত নেকি? মানুহৰ চেহেৰা সিহঁতে কিম্ভুত-কিমাকাৰ ধৰণৰ বুলি ভাবে, চলন-ফুৰণো বেলেগ ধৰণৰ বুলিয়েই চিন্তা কৰে। জন্তু-জানোৱাৰ সকলোৱে ভাবে যে এই সৃষ্টিৰ শ্ৰেষ্ঠ জীৱ মানুহৰ গাত কিমানেই বা শক্তি আছে? গুণ্ডা হাতী বা হাতীৰ দলে যেতিয়া জংঘল এৰি লোকালয়লৈ আহে, তেতিয়া তাৰ মানুহৰ প্ৰতি থকা ভয় একেবাৰে নোহোৱা নহয়। সিহঁতে মানুহক এৰাই চলিব বিচাৰে। পিছে মানুহৰ সমাগমত ঘূৰি ফুৰোঁতে এদিন নহয় এদিনতো মানুহৰ মুখামুখি হ'বই। কিন্তু প্ৰথমে মুখা-মুখি হোৱাৰ দিনা হাতীয়ে কি দেখে? দেখে যে মানুহে তাক যমৰ দৰেই ভয় কৰে। হাতী দেখিয়েই মানুহে তাৰ জীৱন ৰক্ষা কৰিবলৈ পৰিহৰি প্ৰাণপণে দৌৰি দিয়ে। বাটত ক'তো ৰ'বলৈও সাহস নকৰে। তাকে দেখি হয়তো হাতীয়ে মনে মনে ভাবে যে এয়েই নেকি সেই সাংঘাতিক জীৱ যাৰ ভয়ত আমি বন-জংঘল এৰি মুকলি ঠাইলৈ আহিব নিবিচাৰোঁ। এইদৰে ভৱাৰ পিছত সিহঁতক আৰু পাই কোনে? এবাৰ ভয় ভঙাৰ পিছত সিহঁতে মানুহৰ ওপৰত অত্যাচাৰ কৰিবলৈ ভয় নকৰে। তেতিয়া সিহঁতে খেতি-বাতি খাই পেলাই পেটৰ ভোকৰ জ্বালা নোহোৱা কৰে। মানুহে এই সাক্ষাৎ যমক দেখি চুপচাপকৈ বহি নাথাকে, সিহঁতে হাতীক আঁতৰাবলৈ চেষ্টা কৰি ফট্‌কা, ধনু-কাঁড় আৰু গুলী-বাৰুদ চলায়।

কিন্তু গাঁৱৰ মানুহে হাতীক আঁতৰাবলৈ চেষ্টা কৰি সৰ্বনাশহে মাতি আনে। এই কাৰণেই কৈছোঁ যে এটা জোৱান হাতীক একেবাৰে খতম কৰা বা আঁতৰাই পঠোৱাতো বৰ সহজ কথা নহয়। অভিজ্ঞ চিকাৰীসকল এই কামৰ বাবে উপযুক্ত। কিন্তু গাঁৱে-ভূয়ে হাত মেলিলেই হাতী চিকাৰী পোৱা নাযায়। গতিকে অনভিজ্ঞসকলেই এই কামত নামি পৰে। কিন্তু অনভিজ্ঞসকলৰ শাসনে হাতীক শান্ত কৰিবতো নোৱাৰেই বৰং সিহঁতৰ মনত জুইহে জ্বলাই দিয়ে। সিহঁতৰ মেজাজ তেতিয়া ঠিকেই নাথাকে, মানুহৰ উৎপাতত ৰ'ব নোৱাৰি সিহঁতে মানুহৰ ওপৰত আক্ৰমণ চলায়। মানুহ মাৰে, ঘৰ-বাৰী ভাঙি পেলায়। এক কথাত ক'বলৈ গ'লে তেতিয়া তাৰ মূৰত কেৱল মানুহ খুন কৰা আৰু ঘৰ-দুৱাৰ ভঙাৰ নিচাহে থাকে।

মানুহ মাৰা আৰু ঘৰ ভঙাৰ এই ভয়াৱহ অভ্যাস এই ধৰণেই আৰম্ভ হৈ যায়। আমি এই ধৰণৰ হাতীক 'খুনীয়া গুণ্ডা' বুলি কওঁ। এই 'খুনীয়া গুণ্ডা'ৰ ভয়ত গাঁৱৰ মানুহে নিজৰ ঘৰ-দুৱাৰ আৰু খেতি-বাতি এৰি গৈ নিৰাপদ ঠাইত আশ্ৰয় লয়গৈ। সেই 'খুনীয়া গুণ্ডা' হাতীয়ে গোটেই গাঁওখনকে একেবাৰে মষিমুৰ কৰি ঘূৰি ফুৰে। তাক সৈমান কৰাবলৈ কোনো উপায় নাথাকে। কিন্তু গাঁৱৰ মানুহৰ ঘৰ-দুৱাৰ, খেতি-বাতিক লৈতো দক্ষ-যজ্ঞ চলাব দিব নোৱাৰি। গতিকে চৰকাৰে তেতিয়া তাক Rogue বুলি ঘোষণা কৰে। এই খবৰ পোৱাৰ লগে লগে অভিজ্ঞ চিকাৰীৰ দল আহে। তেওঁলোকৰ ৰীতি মতেই কুচকাবাজ কৰি এই কাম হাচিল কৰে। লগে লগেই হাতীৰো জ্বালা-যন্ত্ৰণা শেষ হয়। গাঁৱৰ মানুহবোৰো ৰক্ষা পৰে।

সেয়েহে কৈছোঁ যে লোকালয়ৰ ওচৰে-পাঁজৰে একেবাৰে অকলশৰীয়া একোটা ডাঙৰ হাতী দেখিলেই বুজি পাব যে বিপদ। ধৰি ল'ব পাৰে যে সেইটো এটা দলচ্যুত গুণ্ডাহাতী। নহ'লে তাৰ আশে-পাশে আৰু দুই-চাৰিটা মতা হাতী, মাইকী হাতী বা পোৱালি হাতী ঘূৰি থকা দেখা যাব পাৰে যদি আৰু দুটা বা তিনিটা দুৰ্দান্ত মতা হাতী দলবান্ধি ঘূৰি ফুৰা দেখে, তেতিয়াহ'লে বুজিব যে সিহঁত 'মালজুৰিয়া' গুণ্ডাৰ দল। পুৰণা কথাৰ আত ধৰি এইবাৰ কওঁ যে মালজুৰিয়াৰ অসাধাৰণ বন্ধু প্ৰেমৰ কথা। এই বন্ধুত্বৰ টানতেই এজনে আন এজনৰ কান্ধত কান্ধ মিলাই যুঁজ-বাগৰ কৰি থাকে। কেতিয়াবা যদি যুদ্ধত পৰাস্ত হয়ো, তেতিয়া বন্ধুত্বৰ বান্ধোন ছিঙি পৰিচিত জংঘলৰ মায়া ত্যাগ কৰি লোকালয়ৰ ফালে গুচি আহে। আনহাতে যদিও বন্ধুৰ সৈতে লগ লাগি দলপতিৰ বিৰুদ্ধে যুদ্ধ নকৰে তথাপি তাক পৰাজিত হিচাপে গণ্য কৰা হয়। এইদৰে এৰা-ধৰা আৰু লক্ষ্মীছাড়া হোৱাৰ পিছতো ইটোৱে সিটোৰ বন্ধু হৈয়েই থাকে।

তাৰ পিছত যিমান দিন সিহঁত বাচি থাকিব একেলগে থাকিবলৈ বিচাৰে। বন্ধুত্বৰ বাবেই যেতিয়া সিহঁতে সকলো ত্যাগ কৰিছে তেতিয়া বন্ধুসকলক বিপদৰ সময়তো আগুৰি থাকে। এটা ঘটনা কওঁ শুনক। তেতিয়াহ'লে কথাটো পৰিষ্কাৰ হৈ যাব। সেইটো বহুত দিনৰ আগৰ কথা। যি বছৰত মোৰ জন্ম হৈছিল, সেই বছৰতেই দুটা হাতী ধৰা পৰিছিল ধুবুৰীত। হাতী দুটা মালজুৰিয়া মানে দুয়োয়েই বন্ধু। এটা মখনা আৰু এটা দঁতাল। দঁতালটো সৰু, মখনাটো ডাঙৰ। দঁতালটো ওখই হ'ব চাৰে সাত ফুট আৰু মখনাটো চাৰে আঠ ফুট। তেতিয়াহ'লে চাওক অৱস্থা বুজি সৰু হাতীও গুণ্ডা হাতী হৈ যাব পাৰে। মখনাটো নিশ্চয় মাৰ-ধৰ খাই দল এৰি ওলাই আহিছে। তাৰ লগত লৈ আহিছে তাৰ বন্ধু দঁতালটোকো। ইহঁতৰ কোনোৱে কাকো এৰি থাকিব নোৱাৰে। খবৰ আহিল যে অমুক বাবুৰ বাগানত হাতী দেখা গৈছে। কিন্তু ইমান মুকলি ঠাইৰ মাজেৰে হাতী ক'ৰ পৰা আহিব? নিশ্চয় আমাৰ কোনোবাটো হাতী গুচি গৈছে। লগে লগে হাতী গণি চোৱা হ'ল। গণনাত এটা হাতীও কম পোৱা নগ'ল। তেতিয়াহ'লে যিকোনো উপায়েৰে নহওক জংঘলী হাতীয়েই জংঘলৰ পৰা বাগানলৈ আহিছে। আমি লগে লগে কুন্‌কী, ফান্দ, ৰছী ইত্যাদি লগত লৈ হাতী ধৰিবলৈ গুচি গ'লোঁ।

কিন্তু মুকলি ঠাইত হাতী ধৰাটো জানো মুখৰ কথা। তাতে আকৌ এটা নহয় দুটা হাতী। হাতী ধৰিবলৈ অহা দলটো বেছ ডাঙৰেই আছিল। হাতী দুটাই দূৰৰে পৰাই পৰিষ্কাৰকৈ দেখা পাইছিল সিহঁতৰ শত্ৰুক। গতিকে সিহঁতে দেখা মাত্ৰকেই পলাবলৈ আৰম্ভ কৰিলে।

মালজুৰীয়া হাতী দুটা একেলগে যায়, সেইটোও এটা সমস্যা। ফান্দীয়ে থিয় হৈ প্ৰায় নিৰ্বোধৰদৰেই চাই থাকিল। হাতী জংঘললৈ যোৱাৰ উপক্ৰম। এটা সময়ত মনত কি ভাবি মখনাটোৱে অলপ দূৰলৈ আঁতৰি গ'ল। এইটোৱে হ'ল সিহঁতৰ কাল। ফান্দীয়ে এইবাৰ কিয় ই সুযোগ এৰিব। সিহঁতে দঁতালটোক একেবাৰে ঘেৰি পেলালে। তাৰ পিছত কায়দা কৰি তাৰ গলত ফান্দখন লগাই দিবলৈ আৰু বেছি সময় নালাগিল। ফান্দত আবদ্ধ হোৱাৰ পিছত দঁতালটোৱে চিঞৰি উঠিল। এই চিঞৰ শুনি মখনাটোৰ বুজিবলৈ একো বাকী নাথাকিল। কিন্তু নিজৰ জীৱনৰ কথা চিন্তা নকৰি বন্ধুৰ জীৱন ৰক্ষা কৰিবলৈ আগবাঢ়ি আহিল।

হায়ৰে দুৰাশা! হাতী ধৰা দলটোত মানুহৰ সংখ্যা কম নাছিল আৰু কুন্‌কীও আছিল কেইবাটাও। ইয়াৰ ফলতেই মখনাটোৰ গলতো ফান্দ পৰিল। তাতেই তাৰ শান্তি যে দুয়োজনে একেলগে থাকিব পাৰিব। এই ঘটনাটো ঘটিছিল শৰৎকালৰ পূজাৰ সময়ত। সেই কাৰণে এটাৰ নাম ৰখা হ'ল 'দেৱীলাল' আৰু আনটোৰ নাম 'গৌৰী প্ৰসাদ'।

এই প্ৰসঙ্গত গোটেই জংঘলৰ সমাজ ব্যৱস্থা সম্পৰ্কে দুই-চাৰি আষাৰ কথা নক'লে নহ'ব। হাতী যে এটা খুব শক্তিশালী জন্তু এই লৈ কোনো দ্বিমত নাই। পিছে কোনো জংঘলী জন্তুৱেই নিজৰ শক্তিৰ খবৰ নাৰাখে— হাতীয়েও নাৰাখে। যদি হাতীয়ে নিজে বুজি পালেহেঁতেন নিজৰ শক্তিৰ কথা তেতিয়াহ'লে এটা হাতীও ধৰাটো সম্ভৱ নহ'লহেঁতেন। শক্তিৰ পৰীক্ষা হয় হাতীৰ গলত ফান্দ পৰাৰ লগে লগে। তেতিয়া প্ৰচণ্ড টনা-টনি আৰম্ভ হয়, জংঘলী হাতী আৰু ঘৰচীয়া হাতীৰ মাজত। তাৰ আগতে হাতীয়ে নিজৰ শক্তিৰ মুঠেই ...মান নাপায় যে আমিয়েই সেই খবৰ সঠিককৈ জানো।

বাঘৰ বেলিকাও এই কথা খাটে। বাঘ সাধাৰণতে খুব Shy প্ৰকৃতিৰ জন্তু। কিন্তু তাৰ শৰীৰৰ শক্তি কম নহয় আৰু সি চট্‌ফট্‌কৈ ভয়ঙ্কৰভাৱে চপাফিৰা কৰে। সকলো জন্তু-জানোৱাৰৰ স্বভাৱ আকৌ একে ধৰণৰ নহয়। বনৰীয়া গাহৰিৰ জেদ বেছি। সি বেছিভাগ সময় বাঘৰ লগত গা ঘঁহাই যুঁজা-যুজি কৰে। তেতিয়া বাঘেও বাধ্য হৈ যুঁজত নামিবলগীয়া হয়। এই যুঁজৰ ফলাফল যে কি হ'ব সেইটো আগতীয়াকৈ কোৱাটো টান। বাঘ হয়তো ঘায়লো হ'ব পাৰে। পিছে এই কথটো ঠিক যে শক্তিশালী জংঘলী জন্তুৰ ভিতৰত একমাত্ৰ হাতীয়েই শিক্ষাৰ গুণত পোহ মানে। বাঘ, সিংহ, গাহৰি ইত্যাদিয়ে মুঠেই সেই ধৰণৰ পোহ নামানে। সেইকাৰণেই কৈছিলোঁ যে সকলো জংঘলী জন্তুৰ স্বভাৱ-চৰিত্ৰ মুঠেই একে ধৰণে গঢ়া নহয় আৰু হাতীক বিশেষ যত্ন কৰি পোহ মনোৱা হয়। বাঘ, সিংহ ইত্যাদিৰ বেলিকা মানুহে সেই পণ্ডশ্ৰম কৰিবলৈ বা যাব কিয়? সিহঁতে কি হাতীৰ দৰে কাঠ টানিব নে মানুহ পিঠিত তুলি লৈ চিকাৰলৈ যাব। সিহঁত মাত্ৰ অলপ পৰিচিত হ'লেই চিৰিয়াখানাত ভৰাই দিয়া হয়।

বহুতৰে ধাৰণা যে বনৰ বাঘক বহুতো জানোৱাৰে আৰু মাইকী হাতীয়েও ভয় কৰি চলে। পিছে ভয় কৰেনে-নকৰে সেইটো সঠিক কৈ ক'ব পৰা নাযায়। আনহাতে অৰণ্যবোৰ বিধাতাৰ নিয়ম-কানুনৰ বাহিৰত নহয়। সেয়েহে একেখন অৰণ্যৰ ভিতৰতে বিভিন্ন জন্তু-জানোৱাৰৰ বাবে বেলেগ বেলেগকৈ প্ৰায় একোটা এলেকা ঠিক কৰা থাকে। জংঘলৰ যি কালে হাতী থাকে সেইফালে বাঘৰ চলাচল প্ৰায় নাথাকে। আকৌ বাঘৰ এলেকালৈ হাতী

সহজতে নাযায়। বনৰীয়া জন্তুৱে জংঘলৰ এই আইন-কানুন সচৰাচৰ মানি চলে। ইহঁতে ইজনে-সিজনৰ এলেকাত গা ঘেলাবলৈ নাযায়। ফলস্বৰূপে শান্তি ৰক্ষকৰ অবিহনেও জংঘলত শান্তি বিৰাজ কৰি থাকে। অকাৰণত ৰক্তপাত হৈ সেউজীয়া বননি ৰাঙলি হৈ নপৰে। কোনটো কাৰ বাবে নিষিদ্ধ সেইটো বুজি পাবলৈ সিহঁতৰ একো অসুবিধা নহয়। হাতীৰ দৰে জন্তুৱে একেবাৰে নিঃশব্দভাৱে চলিব নোৱাৰে। হাবি-বননি গচকি আঁতৰ কৰি নিজ নিজৰ পথ সুগম কৰিহে অগ্ৰসৰ হ'ব লাগে। যাৰ ফলত হাতীয়ে জংঘলত অগ্ৰসৰ হোৱাৰ লগে লগেই শব্দ হয়। সেয়েহে হাতী গৈ থকাৰ শব্দ পালেই বাঘ আৰু সেইফালে মুঠেই নাযায়। বাঘে অৱশ্যে নিঃশব্দে বিদ্যুৎ বেগেৰে চলাচল কৰিব পাৰে। কিন্তু তাৰ গোন্ধ ক'ত লুকাব? হাতীৰ আকৌ বিশেষ ভৰসাৰ স্থল হ'ল ঘ্ৰাণ শক্তি।

গতিকে হাতীয়ে গৈ থাকোঁতে দূৰৈৰ পৰাই বাঘৰ গোন্ধ পায়। তেতিয়া সি অন্য পথেৰে খোজ লয়। আমি চিকাৰী জীৱনতো দেখিছোঁ যে বাঘৰ এলেকাত সোমালেই হাতীয়ে নিজেই গম পায় আৰু নানা ৰকমৰ শব্দ কৰি থাকে। সেই শব্দ শুনিলে বুজিব পাৰে যে ওচৰে-পাঁজৰে বাঘ আছে। 'তাৰাৰাণী' আৰু 'মায়ালি' নামৰ আমাৰ চিকাৰী হাতী দুটাই বাঘৰ গোন্ধ পালেই নাকেৰে এক ধৰণৰ বিচিত্ৰ শব্দ কৰে— যাক আমি কওঁ 'নাকী' দিয়া। তেতিয়া আমি বুজি পাওঁ যে আমি বাঘ চোঙৰ ওচৰ পাইছোঁহি। কিন্তু নিয়ম থাকিলে ব্যতিক্ৰমো আছে— মানুহৰ সমাজতো আছে। সেয়েহে ভুল কৰি বা মানুহৰ উচটনিত বা উৎপাতত মাজে মাজে বিভিন্ন ধৰণৰ জংঘলী জন্তুৱে ইটোৱে সিটোৰ সন্মুখীন হয়। তেতিয়া কি কৰে সেয়াহে আচল কথা।

প্ৰথম অৱস্থাত দুয়ো দুয়োকে এৰাই যাবলৈ চেষ্টা কৰে। কিন্তু সেয়া সকলো সময়তে সম্ভৱ নহয়। তেতিয়া বাঘেই হাতীৰ ওপৰত আক্ৰমণ কৰিবলৈ চেষ্টা কৰে। হাতীয়েও বাঘক আক্ৰমণ কৰিবলৈ কুণ্ঠাবোধ নকৰে। বহুতে ভাবে যে অতি কমজোৰী ঠাই হৈছে মূৰটো। পিছে সেইটো ঠিক নহয়। শুঁৰ হৈছে হাতীৰ হাত আৰু সেই শুঁৰেই হৈছে তাৰ সকলোতকৈ দুৰ্বল ঠাই। হাতীয়েও সেইটো জানে। সেই কাৰণেই বিপদৰ গোন্ধ পালেই হাতীয়ে শুঁৰডাল আগে ভাগে কোঁচাই আনে। আকৌ এই অভ্যাসৰ বাবেই অনেক সময়ত হাতীয়ে বিপদো মাতি আনে। যেনে— মেলা চিকাৰৰ সময়ত। তেতিয়াহ'লে বাঘে কি প্ৰথমেই হাতীৰ শুঁৰডালকে আক্ৰমণ কৰিব বিচাৰে? নহয়, সেইটো নকৰে। বাঘৰ ইমান বুদ্ধি নাই যে অন্যান্য জন্তুৰ দুৰ্বল ঠাই বিচাৰি তাতেই আঘাত কৰিব।

তেতিয়াহ'লে জন্তুভেদে তাৰ আক্ৰমণভঙ্গীও বেলেগ হ'ব পাৰে। ইমান বুদ্ধি কোনো জন্তুৰ আছে বুলি মনে নধৰে। প্ৰত্যেক জন্তুৰ আক্ৰমণ আৰু আত্মৰক্ষাৰ এটি নিজস্ব ভঙ্গী আছে। বাঘেও সেইকাৰণে লাফ মাৰি হাতীৰ মূৰৰ ওপৰত উঠিবলৈ বিচাৰে। গুলী খোৱা বাঘ একেবাৰে বেপৰোৱা। সেয়েহে হাতীৰ ওপৰত লফিয়াই উঠিবই। কিন্তু চিকাৰী হাতীয়ে তাতে মুঠেই ধৈৰ্য নেহেৰুৱায়। সি ঝটকা মাৰি বাঘটোক মাটিত পেলাই দিবলৈ চেষ্টা কৰে। এবাৰ বাঘটো মাটিত পেলাই দিব পাৰিলে বাঘটোক দফাবফা কৰাটো হাতীৰ পক্ষে একেবাৰেই সহজ কথা। তেতিয়া হাতীয়ে তাক ভৰিৰে গচকি পিহি মাৰি পেলায়। এনেকুৱা ঘটনা আমি চিকাৰী জীৱনত অতি কমেও দহবাৰ দেখিছোঁ।

কিন্তু জংঘলী হাতীৰ মেজাজ বেলেগ ধৰণৰ। যদি হাতীৰ মূৰৰ ওপৰত বাঘ জঁপিয়াই উঠে সিহঁতে সহজতে ভয় খাই লুটিখাই পৰিও যাব পাৰে। এইটো হ'ল এটা ভয়ৰ প্ৰতিক্ৰিয়া। হঠাৎ এটা শক্তিশালী মাংস খকুৱা জানোৱাৰ মূৰৰ ওপৰত উঠি বহিলে ভয়তো হ'বই। বিদ্যুৎ গতিৰ বাঘৰ বাবেও হাতীৰ মূৰৰ ওপৰত উঠি বহিব বিচৰাটো মুখৰ কথা নহয়। বাঘৰ ফন্দী বুজি পাবলৈ হাতীৰ বিশেষ বুদ্ধিৰ প্ৰয়োজন নহয়। হাতীয়ে কি মূৰৰ ওপৰত বাঘটো উঠিব বুলি নিথৰ হৈ থিয় দি থাকিব? তাকে নকৰি হাতীয়ে ইফাল-সিফাল কৰি ঘূৰি ফুৰে। ফলস্বৰূপে বহুত সময়ত বাঘে জঁপিয়াই হাতীৰ মূৰৰ ওপৰত নপৰি মাটিতহে পৰে। তাৰ পিছত কি হয় বুজিব পাৰিছেই। হাতীয়ে তেতিয়া দাঁতেৰে বাঘক চেপি ধৰি ভৰিৰে গচকি পিহি মাৰি পেলায়।

আনহাতে, বাঘে হাতীৰ মূৰৰ ওপৰত উঠিলেই যে কিস্তিমাঠ কৰিব পাৰিব সেইটোও নহয়। হাতীয়ে বিবুদ্ধি হৈ পৰিশ্ৰান্ত হ'লেও মূৰটো বতাহৰ বেগেৰে ঘূৰাবই, সেই বেগ চম্ভালাটো বাঘৰ বাবে সম্ভৱ নহয়। ফলস্বৰূপে হাতীৰ ভৰিৰ ওচৰত যদি বাঘটো পৰি যায় তেতিয়াহ'লে বাঘ বাবাজীৰ হাতীৰ মূৰৰ ওপৰত উঠা চখটো পূৰণ হৈ যায়। আগেয়েই কৈছোঁ যে এনে ধৰণৰ ঘটনা আমি কম দেখা নাই। পিছে এই প্ৰসঙ্গত এই কথাটোও কৈ থওঁ যে হাতীয়ে কিন্তু বাঘ বা অন্য কোনো জন্তুৰ ওপৰত হামলা নচলায়। অৱশ্যে গুণ্ডা হাতীয়ে সদায় মানুহকে আক্ৰমণ কৰে। কিন্তু জংঘলী জন্তুৰ ফালে সি ফিৰি নাচায়। হাতীৰ ভাব-চিন্তা এই ধৰণৰ— আমাৰ দৰে এটা বিশাল আৰু বলী জন্তুৱে যাৰে-তাৰে লগত যুদ্ধ কৰাটো শোভা নাপায়। হাতীয়ে ভাবে আমাৰ এটা লাঠি খাই উঠি থিয় হ'বলৈ কাৰ সাহস আছে। সিহঁতৰ চাল-চলনৰ মাজত সেই ভাবটো ফুটি উঠে। সিহঁতে মূৰ উচ্চ কৰি ৰাজকীয় চাল-চলনেৰে বন-জংঘলত ঘূৰি ফুৰে। ভাবে আমাৰ কিহৰ ভয়? মই বৰ ভাব। মস্তি হ'লে অৱশ্যে তাৰ চাল-চলনৰ ইফাল-সিফাল হৈ যায়।

পোহনীয়া হাতীৰো চাল-চলনৰ পৰিৱৰ্তন দেখিয়েই বুজিব পাৰি যে তাৰ মস্তি হৈছে। সেই কথা থাকক বাৰু আগতেই কৈছোঁ যে, হাতী কিয়, কোনো জন্তুৱেই তাৰ শাৰীৰিক শক্তিৰ হিচাপ নাৰাখে। তাৰ চাল-চলনৰ ভাব আৰু ভঙ্গী যিয়েই নহওক কিয় জংঘলী হাতী কিন্তু খুব এটা সাহসী জন্তু নহয়। কথাটো নিশ্চয় আপোনাৰ মনঃপূত হোৱা নাই। আপুনি ভাবিছে যে, হাতীয়ে ভয় কৰি চলাৰ কোনো কাৰণ নাই। হাতীক ডাঙৰ বিপদত পেলাব পাৰে, এনেকুৱা শক্তিশালী জন্তুৱেই বা ক'ত? চাওক, কথাটো ঠিক তেনেকুৱা ধৰণৰ নহয়। আমি পাহৰি গ'লে নহ'ব যে হাতীয়ে সদায় দল বান্ধি চলা-ফিৰা কৰে। এটাকৈ দলপতি বা এজনী দলনেত্ৰী থাকে। আৰু থাকে পোৱালি, যোৱান, মতা, মাইকী ইত্যাদি সকলো ধৰণৰ হাতীয়েই দলত থাকে। পিছে হাতীয়ে কাৰণে-অকাৰণে চমক খাই উঠে। এই কথাটো আপোনালোকৰ অজানা নহয়। ধৰক, দলৰ ভিতৰত এটি পোৱালি হঠাতে চমকি উঠি ভয় খালে, তেতিয়া দলৰ অন্যান্য হাতীয়ে কি ভাবিব? ভাবিব যে কিবা এটা অঘটন ঘটিল। লগে লগে সকলোৱে ভয়ত কম্পমান হৈ উঠে।

বন-জংঘলৰ মাজত কিবা এটা পৰিলে ডাঙৰ শব্দ হয়। ধৰক গছ এডাল বাগৰি পৰিল। তেতিয়া যদি এই শব্দ শুনি এটা হাতীয়ে ভয় খাই দৌৰ দিয়ে, তেতিয়াই বিপদ। তাক

দেখি দলৰ আন আন হাতীয়েও তাৰ পাছে পাছে দৌৰ দিয়ে। কি হ'ল কি নহ'ল— এইবোৰ কথা আৰু তেতিয়া সিহঁতৰ মনলৈ নাহে। মুঠ কথা হৈছে হঠাৎ চক খাই উঠা আৰু ভয় খোৱাটো হৈছে হাতীৰ প্ৰকৃতি। দল-বান্ধি ঘূৰিলেও এই প্ৰকৃতিৰ কোনো পৰিবৰ্তন নহয়। বৰং ওলোটা ফলেই দেখা দিয়ে। সিহঁতৰ দলৰ চক্ খাই উঠিলে বাকীবোৰে সাহস গোটাব নোৱাৰে, মাত্ৰ ভয়ৰহে সঞ্চাৰ কৰে। তেতিয়াহ'লে কি যুক্তিত হাতীক খুব এটা সাহসী জন্তু বুলিব পাৰি। আনহাতে পোহনীয়া হাতীৰ ক্ষেত্ৰতো দেখা গৈছে যে সিহঁতক যিমানেই শিক্ষা দিয়া নহওক, জংঘলী জীৱনৰ এই স্বভাৱ কিছু পৰিমাণে হ'লেও থাকি যায়। প্ৰশিক্ষণ দিবৰ সময়ত হাতীক জুই দেখুওৱা হয়। অঙ্কুশেদি খোঁচা হয়, ফটকা ফুটোৱা হয়। বন্দুকৰ গুলী ফুটোৱা হয় আৰু মটৰ গাড়ীৰ ইঞ্জিন চলাই থোৱা হয়। ইয়াৰ উদ্দেশ্য যাতে তাৰ ভয় ভাগে অকাৰণতে সি ভয় নাখায়। কিন্তু ইয়াৰ পিছতো জংঘলী জীৱনৰ সংস্কাৰ আৰু স্বভাৱ তাৰ মনৰ পৰা পূৰাপুৰি মোচা নাযায়। এনেকুৱাও দেখা গৈছে যে যুদ্ধৰ সময়ত হাতীয়ে প্ৰাণপণে যুদ্ধ কৰে কিন্তু হঠাতে ভয় খাই যুদ্ধৰ গতিকে সলাই দিয়ে,— জয়ী হ'বলগীয়া যুদ্ধৰ শেষতো পৰাজয় বৰণ কৰিবলগীয়া হয়। পণ্ডিতসকলে অকাৰণতে কথাই কথাই তৰ্ক কৰা আৰু হাতীয়ে যেতিয়াই-তেতিয়াই চক্ খোৱাটো একে ধৰণৰ কথা।

হাতীৰ স্বভাৱ সংস্কাৰ আৰু মেজাজৰ কথা যেতিয়া ওলাইছে তেতিয়াহ'লে এই বিষয়ে যি ক'বলগীয়া আছে তাকেই কওঁ। জংঘলী হাতীক প্ৰাকৃতিক দুৰ্যোগৰ হাতৰ পৰা কোনে ৰক্ষা কৰে? অকল হাতীৰ কিয়, সকলো জংঘলী জন্তুৰেই এটা সহজাত ক্ষমতা আছে। যাৰ বাবে হাতীয়ে পৰিবেশত এই বিধিদত্ত ক্ষমতাৰেই ফলপ্ৰসুভাৱে কাম কৰে। বনত যেতিয়া ধুমুহা আহে তাৰ খবৰো হাতীয়ে আগতেই জানিব পাৰে। তেতিয়া হাতীয়ে সেই ধুমুহাৰ বিপদকো এৰাই চলিব পাৰে। যিফালৰ পৰা ধুমুহা আহে সেইফালে মুখ কৰি কাণ পেলাই চুপ-চাপ হৈ থাকে। তাৰ পিছত ধুমুহা কমি গ'লে আকৌ কাণ থিয় কৰি স্বাভাৱিকভাৱেই চলা-ফিৰা কৰিবলৈ ধৰে। আমিও হাতীৰ চলা-ফিৰা দেখিলে অনেক সময়ত বুজিব পাৰোঁ যে এইবাৰ ধুমুহা আহিব নে থামিব। বানপানীৰ সংকেতো হাতীয়ে আগে-ভাগে পাই যায়। তেতিয়া সিহঁত জংঘলৰ ওখ ঠাইৰ ফালে গুচি যায়। বনৰীয়া জন্তু বানত আক্ৰান্ত হৈছে— এনেকুৱা খবৰ আমি খুব কমকৈ পাওঁ। কিন্তু পোহনীয়া গৰু-ছাগলীয়েই বেছিকৈ বানত উটি যায়। অনুমানৰ পৰা সিহঁতে বুজি পায় যে কিবা এটা বিপদ আহিছে। কিন্তু বুজিলেও সিহঁতেই বা কৰিব কি, কওক? মানুহৰ বিদ্যা-বুদ্ধিৰ ওপৰতেই ভৰসা কৰি থকাৰ বাহিৰে সিহঁতৰ আন কোনো উপায় নাই। ঋতুৰ পৰিবৰ্তনৰ খবৰ জংঘলী হাতীয়ে ঠিক সময়তে বুজিব পাৰে। ধৰক শীতৰ আগমনৰ আভাস পাবলৈ সিহঁতৰ অলপমানো দেৰি নালাগে। তেতিয়া সিহঁতৰ পছন্দৰ ঠাইলৈ গুচি যায়। য'ত ঠাণ্ডা কম আৰু উপযুক্ত খোৱা-লোৱা বস্তু পোৱা যায়।

হাতীয়ে যে কেৱল ঋতু পৰিৱৰ্তনৰে খবৰ পাই সেয়া নহয়। ঋতু পৰিবৰ্তনৰ লগে লগে তাৰ মনৰ বৰঙবো পৰিবৰ্তন হয়। চন্দ্ৰৰ পোহৰ বা বৰষুণৰ পানীয়ে হাতীৰ মন মতলীয়া কৰি তোলে। আমাৰ দেশত বসন্ত কেতিয়া আহে, কেতিয়া যায়— সেয়া ঠিকমতে বুজি পোৱা

নাযায়। শীতৰ পিছত কিছুদিন চলে গৰম। তাৰ পিছত আহে বৰ্ষা। হাতীয়ে গৰম মুঠেই পছন্দ নকৰে। গৰমৰ দিনত হাতীয়ে অৱশ বোধ কৰে। গাত মাটি লেটিয়াই ছাঁ পোৱা গছৰ তলত একবাৰে ছবিখনৰ দৰে থিয় হৈ থাকে। কথা প্ৰসঙ্গত ইটোৰ পিছত সিটো কথা ওলায়। গৰম জলবায়ুৰ প্ৰসঙ্গত হাতীক দুই ধৰণে ভাগ কৰিব পাৰি। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে অৰ্থাৎ হিমালয়ৰ পাদদেশত যিবোৰ হাতী থাকে, সিহঁতে সমূলি গৰম সহ্য কৰিব নোৱাৰে। সিহঁত যে ঠাণ্ডা দেশৰ হাতী। কিন্তু ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে অৰ্থাৎ গাৰোপাহাৰ বা মেঘালয়ৰ অৰণ্যত যিবোৰ হাতী থাকে সিহঁত অৱশ্যে অলপ গৰমত ইমান কাতৰ হৈ নুঠে। সেয়েহে পশ্চিমত দক্ষিণ পাৰৰ হাতীৰ চাহিদা বেছি। সিহঁতে সেই ঠাইৰ জলবায়ুৰ লগত কিছু পৰিমাণে মিলি যাব পাৰে। কিন্তু ঠাণ্ডা দেশৰ হাতীয়ে সেই ঠাইত গৈ গৰমত অৱশ হৈ অত্যন্ত কষ্ট পায়। অনেক সময়ত হাতী অন্ধ হৈও পৰে। এইখিনিতে আৰু এটা কথা কোৱা দৰকাৰ। কাগজ-পত্ৰৰ পৰা দেখা যায় যে হাতী ডেৰ হাজাৰ ফুট ওপৰত থাকিব পাৰে আৰু থাকেও। তাৰ ওপৰতো হাতীয়ে যাতায়াত কৰে, কিন্তু নাথাকে। ডেৰ হাজাৰ ফুটৰ ওপৰত হাতীয়ে খোৱা বস্তু প্ৰায় নাপায়। হাতীৰ বাবে দৰকাৰ খাল-বিল, ঠাণ্ডা ঠাই আৰু চিৰ সেউজীয়া বননি। এনেকুৱা ঠাইও আছে, য'ত গছৰ পাতো বেছিকৈ নসৰে। সেই ঠাইত হাতীৰ খোৱা বস্তু উভৈনদী হৈ থাকে। সেবোৰ ঠাইয়েই হ'ল হাতীৰ বাবে অমৰাৱতী।

গৰমৰ পিছত যিদিনা প্ৰথম বৰ্ষা নামে সেইদিনা হাতী আনন্দ-উল্লাসত ক'ব নোৱৰা হৈ থাকে। সিহঁতে গোটেই দলটোৱে লগ হৈ খেলে। আনকি মাজৰাতি বৰষুণ হ'লেও তাকেই কৰে। খেলাৰ সময়ত সিহঁতৰ খোজ-মেজাজ বেলেগ বেলেগ হৈ পৰে আৰু বিচিত্ৰ ধৰণে শব্দ কৰে। সেয়েহে 'আষাঢ়স্য প্ৰথম দিৱস' আকাশত মেঘৰ সঞ্চাৰ দেখি কালিদাসৰ হাতীৰ খেলাৰ কথাই মনত পৰিছিল। সাৰ্থক কবিৰ কল্পনাৰ নমুনা। ৰাজবাৰীত আমিও অলপ দিন সংস্কৃত পঢ়িছিলোঁ। যাওক বাৰু, সেইবোৰ কথা। কেৱল বাৰিষাৰ প্ৰথমজাক বৰষুণতে নহয়, যেতিয়াই বন-জংঘলত বিভিন্ন ধৰণৰ শব্দ কৰি বৰষুণৰ পানী পৰি থাকে তেতিয়া হাতীবোৰৰ খেলাৰ মজলিচ জমি উঠে। চন্দ্ৰৰ পোহৰত বনাঞ্চল যেতিয়া ৰূপালী হৈ পৰে হাতীৰ মনত তেতিয়া আনন্দৰ জোৱাৰ নামি আহে। সেই আনন্দৰ আৱেগত হাতীৰ দলে মিলিজুলি খেলিবলৈ ধৰে। সন্মুখত কিবা পালে তাৰ ওপৰতেই লাঠি মাৰে যেনিবা ফুটবলহে খেলিছে। ওচৰত পানী পালেতো কথাই নাই।

হাতীয়ে পানী খুব ভাল পায়। পানীৰ ওচৰতে থাকিবলৈ বিচাৰে। আকাশত চন্দ্ৰ নুঠিলেও বা বৰষুণ নহ'লেও সিহঁতে মাজে মাজে সদলবলে পানীত নামে। তেতিয়া সিহঁতৰ খেলা খুব জমি উঠে। মাক-জীয়েক, বাপেক-পুতেক সকলোৱে মিলি খেলা কৰে। সেইটো বেছ ৰসিকতাৰে চাবলগীয়া দৃশ্য। খেলাৰ সময়ত হাতীয়ে এটা ফূৰ্তিৰ শব্দ কৰে। সেই শব্দটো আমি বুজি পাওঁ। নিচিনি জানো উপায় আছে? সেই শব্দৰ পৰাই আনন্দৰ নিচা গোটেই জংঘলতে বিয়পি পৰে। আমি যদি ওচৰে-পাঁজৰে থাকোঁ— হাতীৰ এই খেলা চোৱাৰ ব্যৱস্থা কৰি লওঁ। গছৰ বা পাহাৰৰ ওপৰত উঠি আমি অবাক আনন্দেৰে ঘণ্টাৰ পিছত ঘণ্টা ধৰি এই খেলা চাই থাকোঁ। জোনাক ৰাতি বৰষুণৰ বতৰত বা পানীত যিয়ে হাতীৰ খেলা দেখিছে, সি কোনো দিনেই পাহৰিব নোৱাৰে সেই অফুৰন্ত

আনন্দ আৰু উল্লাসৰ এক অপৰূপ চলচিত্ৰ।

ঋতু পৰিবৰ্তন কি? গানৰ সুৰ আৰু তালেও হাতীৰ মনত দোলা দি যায়। আপুনি ভাবিব পাৰে সেয়া আকৌ কি? গানৰ সুৰে হাতীক কেনেকৈ স্পৰ্শ কৰে? জংঘলী হাতীৰ হৃদয় বাৰুকৈয়ে স্পৰ্শ কৰে। তাৰ উত্তৰ আমি দিম— কথাটো বাৰু অলপ ভাবি চাওক। চৰাইৰ গানৰ বাহিৰেও নিজম বন-জংঘলৰ মাজত বিভিন্ন ধৰণৰ শব্দৰ ধ্বনি হৈ থাকে। বাঁহ গছৰ মাজেৰে বলা বতাহজাকে এক শব্দৰ ধ্বনি তুলি যায়। তাতেও যেন বাজি উঠে এক সুমধুৰ সুৰ। বৰষুণৰ পিছত থিয় হৈ থকা গছ-গছনিৰ মাজত জিলীৰ শব্দয়ো যেন এক ধৰণৰ সুৰৰ আমেজ কঢ়িয়াই আনে। তেতিয়াহ'লে চাওক হাতী কিয়, সকলো জংঘলী জানোৱাৰেই সুৰৰ তান আৰু মেজাজৰ মাজতে জন্ম হয়, ডাঙৰ হয় আৰু মৃত্যুও হয়। নগৰ-চহৰত গাড়ীৰ শব্দই মানুহৰ কাণ তাল মাৰি ধৰে। পিছে বনাঞ্চলৰ সুৰ আৰু গানে হাতীৰ মনত বোধহয় সকলোতকৈ বেছি জোকাৰণি দি যায়। নতুনকৈ জংঘলৰ পৰা ধৰি অনা হাতীয়েও সঙ্গীতৰ সুৰ শুনিলে খং-ৰাগ দুখ পাহৰি শান্ত হৈ পৰে। সেই কাৰণেই বোধহয় গান গাই গানৰ সুৰে সুৰে হাতীক শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হয়।

শিক্ষা দিয়াৰ কথাটো তেতিয়াহ'লে আৰম্ভণিৰে পৰাই কওঁ। হাতী ধৰা পৰিলেই সেইদিনা ধূৰাত আনন্দৰ হিল্লোল উঠে। অনেকে নিজে নিজেই গুণগুণাই গান গাই থাকে। যিসকলৰ চলে তেওঁলোকে কোনোবাই এবটল কোনোবাই আধাবটল মদো খায়। তাৰ লগত গাহৰি বা হৰিণৰ মাংস হ'লেতো কথাই নাই। কিন্তু সেইদিনাখন খুব বেছি সময় পোৱা নাযায়। হাতী বান্ধি ৰাখিবৰ কাৰণে জৰী, ৰছী ইত্যাদিবোৰ যোগাৰ কৰোঁতেই দিনটো শেষ হৈ যায়। তাৰ পিছৰ দিনাহে আচল উৎসৱ। প্ৰথমে বিধিমতে পূজা— মাউত পীৰ আৰু অন্যান্য দেৱীৰ। নতুনকৈ ধৰা হাতীৰ শিক্ষাৰ পাঠ সেইদিনাই আৰম্ভ হয়। লগে লগে গানো চলি থাকে— 'আল্লাহ ৰছুল' আৰু 'হস্তীকন্যা'।

আৰম্ভণিতে হাতীক শিক্ষাৰ নামত বিশেষ কষ্ট দিয়া নহয়, নহ'লে সি বিৰক্ত হ'ব পাৰে। আৰম্ভণিতে যদি হাতী বিৰক্ত হয় তেতিয়াহ'লে শেষত গৈ সেই হাতী বেয়া হৈ যোৱাৰ সম্ভাৱনাই বেছি। কিন্তু এইবোৰ কথাৰ আগে আগে নতুনকৈ ধৰি অনা হাতীৰ মেজাজ-মৰ্জিৰ কথা জনা দৰকাৰ। নিশ্চয় অনুমান কৰিব পাৰিছে যে তাৰ প্ৰথম প্ৰতিক্ৰিয়া হ'ল— 'প্ৰচণ্ড ক্ৰোধ'। তেতিয়া সি ওচৰে-পাঁজৰে যি পাই ভাঙি-ছিঙি খানবান কৰিব বিচাৰে। এনেয়ে জংঘলী হাতীয়ে মানুহক ভয় কৰি চলে। কিন্তু সি এবাৰ ধৰা পৰিলে মুক্তি পাবলৈ আপ্ৰাণ চেষ্টা কৰে। দৰকাৰ হ'লে মানুহক খুন কৰিবলৈও নিপিছুৱায়। কিন্তু সেই সুযোগ সি পাব ক'ত? ক্ষীণকায় পাতল মানুহৰ বুদ্ধিৰটো ঘাটি নহয়। সেয়েহে শেষত কাবু হৈ হাতীয়ে অনেক সময়ত কৰুণ শব্দ কৰি কান্দে। আমি অনেক দিন হাতীৰ লগত আছোঁ কাৰণেই এই আৱাজৰ অৰ্থ বুজি পাওঁ।

পিছে সকলো জংঘলী হাতীৰ স্বভাৱ একে ধৰণে গঢ়া নহয়। কিছুমান হাতী বেয়া মেজাজৰ। সিহঁতে সহজতে সৈমান হ'বলৈ নিবিচাৰে। শক্তি প্ৰয়োগ কৰে। ইয়াৰ ফলস্বৰূপে নিজেই চোট খায় গাটোত ঘা হয়। কিন্তু সিহঁতক কোনে বাৰু বুজাব? বাচাধন যেতিয়া এবাৰ ধৰা পৰিছেই সহজতেই পোহ মানি লোৱাটোৱেই ভাল। দুই-চাৰিটাই আকৌ খাবলৈয়ে

মুখ নোতোলে। ইয়াৰ ফলস্বৰূপে শেষত গৈ সিহঁতক বচোৱাটোৱেই সমস্যা হৈ পৰে। মৃত্যুৰ মুখতো পৰে। অৱশ্যে এই ধৰণৰ হাতীৰ সংখ্যা খুব কম। সাধাৰণতে হাতীয়ে এদিনৰ বেছি নোখোৱাকৈ নাথাকে। নতুনকৈ ধৰা পৰা হাতীৰ বিৰক্তিৰ আৰু এটা কাৰণ আছে। হাতী ধৰা পৰাৰ লগে লগে ধূৰাঁলৈ দলে দলে মানুহ আহি গোট খায় আৰু যি ধৰণে হৈ-হাল্লা কৰে, কোৱাৰ দৰকাৰ নাই। ইয়াতে হাতীয়ে অত্যন্ত বিৰক্ত হৈ পৰে। সেয়েহে আমি এটি কুন্‌কীৰ লগত জংঘলী হাতীটোক বেছ কায়দা কৰি বান্ধি পঠিয়াই দিওঁ। কুন্‌কীয়ে গছৰ পাত খোৱা দেখিলে জংঘলী হাতীটোৱেও খাবলৈ আৰম্ভ কৰে। এবাৰ খাবলৈ আৰম্ভ কৰিলে আৰু চিন্তাৰ কাৰণ নাথাকে। ইয়াৰ বাহিৰেও আমি মিঠা বস্তু যেনে— কুঁহিয়াৰ, গুড় আদি খাবলৈ দিওঁ। তেতিয়া হাতীটোৱে বুজি পায় যে মানুহে দিয়া খোৱা খাবলৈ বেছ ভাল আৰু ৰসাল।

সৰু পোৱালি হাতীয়ে সোনকালে পোহ মানে। কিন্তু ডাঙৰ হাতীক সৈমান কৰি আয়ত্তাধীন কৰিবলৈ সময়ো লাগে কষ্টও হয়। ধৰা পৰাৰ পিছত তিনি-চাৰিদিন পৰ্যন্ত শক্তি প্ৰয়োগ কৰি জোৰ-জুলুম কৰি থাকে। ওচৰে -পাঁজৰে যাকে পায় তাকে ধৰিবলৈ বিচাৰে, ভাঙিবলৈ চায়। সকলোকে তেতিয়া সি সন্দেহৰ চকুৰে চায় আৰু ভাঙি চূৰমাৰ কৰিবলৈ বিচাৰে। পোৱালি মতা বা মাইকী হাতীৰ স্বভাৱ প্ৰায় একে ধৰণৰ। ধৰা পৰাৰ পিছত আমি সিহঁতক একে ধৰণেই পোহ মনাওঁ আৰু শিক্ষা দিওঁ। কিন্তু হাতী ধৰাৰ সময়ত আমি পোৱালি মাইকী হাতীকেই পছন্দ কৰোঁ। কাৰণ— প্ৰথম, পোৱালি হাতীয়ে সোনকালে পোহ মানে। দ্বিতীয়তে, মতা হাতী সময়ে সময়ে মস্তি হ'লে কি যে বিপদৰ সৃষ্টি কৰে তাৰ কোনো ঠিক নাই। সেয়েহে বজাৰত মতাতকৈ মাইকী হাতীৰেই চাহিদা বেছি।

আমি আকৌ কথাৰ আঁত হেৰুৱাই পেলাইছোঁ। আমি নতুনকৈ ধৰা হাতীৰ মেজাজৰ কথাহে আলোচনা কৰিছোঁ। সেই হাতীয়ে যিমানে দপ্‌দপাই নাথাকক, আমি জানো তাক কেনেকৈ জব্দ কৰিব লাগে। তাক আমি এনেকুৱা ধৰণে বান্ধি ৰাখোঁ যে সি গাৰ জোৰ দিবলৈ আৰু সুবিধা নাপায়। হাতী ডাঙৰ হ'লে এডাল ডাঙৰ গছ লাগে। সেয়া নহ'লেও হাতীৰ দীঘল উচ্চতাৰ জোখত সন্মুখত আৰু পিছত দুটা খুঁটা পুতি লোৱা হয়। পিছৰ খুঁটাটো চুটি। হাতীৰ পিছৰ ঠেং দুখন প্ৰথমতে জুটি লৈ জৰীৰে বান্ধি দিয়া হয়। সন্মুখৰ খুঁটি কিন্তু ওখ। সন্মুখৰ ঠেং দুখনো এই একে ধৰণেই সন্মুখৰ খুঁটাৰ লগত বান্ধি পেলোৱা হয়। তাৰ পিছত হাতীৰ গলটোও সুন্দৰকৈ আটিল কৰি কোনো দুখ নোপোৱাকৈ সন্মুখৰ খুঁটিটোৰ লগত বান্ধি পেলোৱা হয়। গতিকে সন্মুখৰ খুঁটিটো কিয় গলৰ সমান উচ্চতালৈ ওখ কৰা হ'ল নিশ্চয় বুজি পালে।

হাতী বন্ধাৰ আকৌ বিভিন্ন ধৰণৰ পদ্ধতি আছে। কিন্তু আমি কথাৰে সেই গোটেই পদ্ধতিটো আপোনাক ঠিককৈ বুজাব নোৱাৰিম। সেই কাৰণে সেই বিষয়ে আৰু অগ্ৰসৰ নহওঁ। আৰু এটা কথা এতিয়া কোৱা দৰকাৰ। ডাঙৰ এটা বনৰীয়া হাতীক বান্ধি ৰখাটোও মুখৰ কথা নহয়। বহুতো সময়ত ৰছী-জৰী আদি ছিঙি হাতী বনলৈ গুচি যায়। তেতিয়া মাউত বা ফান্দীয়ে কি কৰে জানে? হাতীৰ গলত আৰু পিছৰ ভৰিত বন্ধা জৰীৰ ওপৰত পানী ঢালি ভিজাই দিয়া হয়। তাৰ পিছত ভিজা জৰীৰ ওপৰত বালি ছটিয়াই দি থকা হয়।

ইয়াৰ ফলত বনৰীয়াই যিমানেই জোৰ-জুলুম কৰি থাকে সিমানেই বালি আৰু ৰছীৰ ঘঁহনি খাই বেচেৰাৰ বেছিকৈ জখম হয়। তেতিয়া আৰু বন্দীবীৰক কাবু কৰিবলৈ বিশেষ অসুবিধা নহয়। কিন্তু বন্ধা হাতীক আঘাত কৰি সৈমান কৰোৱাৰ মাজত কোনো মহত্ব নাই, আছে নিৰ্দয়তা। সেই কাৰণে Milory চাহেবে এইবোৰ একেবাৰেই সহ্য কৰা নাই। চৰকাৰীভাৱে এই নিষ্ঠুৰ প্ৰথা নিষিদ্ধ কৰি তেওঁ হুকুমনামাও জাৰি কৰিছিল। বিকল্প হিচাপে কোনো কোনোৱে ৰছীৰ সলনি লোহাৰ শিকলিৰে হাতী বন্ধাৰ পক্ষপাতী।

আমি কিন্তু এই বিষয়ত একেবাৰে সনাতনপন্থী। লোহাৰ শিকলিৰে বান্ধি বনৰীয়াক অকাৰণত বেছি কষ্ট দি লাভ কি? ইয়াৰ বাহিৰেও শিকলিৰ শব্দ আৰু গোন্ধত বনুৱা (বনৰীয়া) বেছিকৈ ভয় খাই গৈ জোৰ কৰিব পাৰে। এইবাৰ হাতী বন্ধা কথালৈ ফিৰি আহোঁ। বনুৱাক গলত কায়দা কৰি সন্মুখৰ খুঁটিত বান্ধিব পাৰিলেই কামটো বাৰ অনাই সমাধা হয়। তেতিয়া কেৱল সি শুঁৰডালহে ঘূৰাব আৰু লৰাব পাৰে। চলা-ফিৰা খুব এটা কৰিব নোৱাৰে। আনকি পূৰা গাৰ জোৰ দি শুঁৰডালো চলাব নোৱাৰে। এনেকুৱা অৱস্থাত যদি তাৰ শুঁৰৰ কোবটো জোৰকৈ মানুহৰ গাত পৰে তেতিয়াহ'লে কি ঘটনা ঘটিব অনুমান কৰিব পাৰিছে। বেচেৰা মানুহক দফা-ৰফা কৰিব পাৰে। কিন্তু মাউত আৰু ফান্দী বে-হুচিয়াৰী লোক নহয়। গতিকে সিহঁতক শুঁৰৰ সীমনাৰ ভিতৰতে ৰাখে। শুঁৰডাল আগবঢ়াই কিবা বিপদ কৰিব বিচাৰিলে সামান্য জুই শুঁৰত লগাই দিলেই হয়। লগে লগে শুঁৰডাল কোঁচাই লয়। হাতী আৰু আন বহুতো জন্তু-জানোৱাৰে জুইক সাংঘাতিক ভয় কৰে।

এইবাৰ হাতীৰ শিক্ষাপৰ্ব। হাতী এটা শক্তিশালী বনৰীয়া জন্তু। প্ৰথমতে তাক পাহৰাই দিব লাগিব তাৰ বন্ধন জ্বালা। তাৰ পিছত শিক্ষা। এতেকে বুজিব পাৰিছে যে কামটো খুব সহজ নহয়। ধৈৰ্য, সাহস, সহৃদয়তা আৰু অভিজ্ঞতাৰ নাথাকিলে এই কাম সমাধা কৰাটো সহজ নহয়। যেনে ধৰক শিক্ষা দিবৰ সময়ত হাতীৰ ভৰিত শিকলি লগাবলগীয়া হয়। কিন্তু এটা বনৰীয়া জন্তুৰ এনে কি চখ থাকিব পাৰে যে সি ভৰিত শিকলি লগাবলৈ দিব? সি তেতিয়া শুঁৰেৰে মানুহক ধৰাৰ তালতহে থাকিব। সেই অৱস্থাত হাতীক মাৰধৰ কৰিলে হিতে বিপৰীত হয়। সেই কাৰণে লগত আমি এটা পোহনীয়া হাতী ৰাখোঁ। তাকেই হুকুম দিওঁ 'হাতধৰ'। তেতিয়া সি জংঘলী হাতীৰ শুঁৰডালত ভালকৈ জুতি ধৰে। সেই ফাঁকতে আমি আমাৰ কামখিনি কৰি লওঁ। বনৰীয়াটো যদি ডাঙৰ হয় তেতিয়াহ'লে তাক দুটা কুন্‌কীৰ লগত বান্ধি এসপ্তাহমান শিক্ষা দিয়া হয়। বনৰীয়াটো সৰু হ'লেও সেই একেই ব্যৱস্থা। পিছে তাৰ বাবে চাৰি-পাঁচ দিনেই যথেষ্ট। শিক্ষাৰ এই পৰ্যায়ক কয় 'Two Kunki Stage'। তাৰ পিছত বনৰীয়াই কিছু বশ মানিলে তেতিয়া তাক এটা কুন্‌কীৰ লগত বান্ধি আৰু আঠ-দহদিন শিক্ষা দিব লাগে। এইটো হ'ল 'One Kunki Stage'।

ইয়াৰ পিছত বনুৱাক (বনৰীয়া) কুন্‌কীৰ লগত বন্ধাৰ বৰ এটা আৱশ্যক নহয়। পিছে শিক্ষাৰ পাল আৰু পাঁচ-সাত দিন ধৰি চলে। ইয়াকেই আমি হাতীৰ বৰ্ণ পৰিচয় পৰ্ব বুলি কওঁ। এই কেইদিনৰ ভিতৰতেই হাতীয়ে কিন্তু চাৰিটা হুকুমৰ অৰ্থ পুঙ্খানুপুঙ্খৰূপে বুজি ল'ব পাৰে। তাকে নাজানিলে সি হুকুম পালন কেনেকৈ কৰিব? কথা চাৰিটা হ'ল— আগাৎ (আগে যাওঁ), পিছে (পিছে হটো), চেই (ঘূৰো) আৰু ধাৎ (বৈ যা)। এই চাৰিটা কথা

হাতীয়ে কোনো দিনেই নাপাহৰে— বিলাতলৈ গ'লেও নাইবা বনলৈ ঘূৰি গ'লেও। গ'লে কেনেকৈ চলিব?

এই চাৰিটা কথাই হাতীৰ অ, আ, ক, খ। অ, আ, ক, খ, শিকিলেই অৱশ্যে হাতীৰ পাঠশালা পঢ়া শেষ হয়। তাৰ পিছত ডাঙৰ স্কুলত সোমাই মেট্ৰিক পাছ কৰিবলৈ তাক এবছৰ পৰ্যন্ত লাগে। পিছত যদি সি বি এ, এম এ পাছ কৰিব বিচাৰে তেতিয়া হ'লে সি আঠত্ৰিশটা কথা শিকিবলগীয়া হয়। তেতিয়া সি এনেভাৱে কাম-কাজ কৰে যেন সি মানুহৰ কথা সহজতে বুজিব পাৰে। আমি ঘোঁৰাৰ খবৰো কিছু কিছু ৰাখিছোঁ। পিছে ঘোঁৰাই হাতীৰ দৰে ইমান নিশিকে।

কিন্তু হাতীৰ দৰে এটা দুৰ্দান্ত বনৰীয়া জন্তুৱে কেই বছৰমানৰ ভিতৰত ইমান বাৰু কেনেকৈ শিকে? ওস্তাদৰ গুণৰ বাবেই। বুধিয়ক ওস্তাদসকলে সহজতে হাতীৰ গাত হাত নোতোলে। দোষ থাকিলে অৱশ্যে অলপ মাৰধৰ কৰে। কিন্তু তাৰ পিছতো হাতীক আদৰ-সাদৰ কৰি মিঠাই খাবলৈ দিয়ে। ফলস্বৰূপে হাতীয়ে সোনকালে পোহ মানে হুকুম মানে আৰু সুস্থিৰ মেজাজত থাকে। মানুহ সম্পৰ্কেও তাৰ এটি ভাল ধাৰণা গঢ়ি উঠে। সহজতে সি মানুহৰ স্নেহাশ্ৰয় এৰি কেৱল স্বাধীনতাৰ বাবে বনলৈ ফিৰি যাবলৈ মন নকৰে। অৱশ্যে বনৰীয়া জন্তুৰ কথা সঠিককৈ কোৱাটো টান। কাননবালাৰ কাণ্ড-কাৰখানাতো শুনিছেই। সাতাইশ বছৰ ধৰি খুৱাই-ধুৱাই ৰখাৰ পিছতো তাইক ধৰি ৰাখিব নোৱাৰিলোঁ। অনভিজ্ঞ মাউতৰ হাতত পৰিলে হাতী আৰম্ভণিৰে পৰাই বেয়া হৈ যায়। সিহঁতেতো ততাতৈয়াকৈ কৰি কাম শেষ কৰিবলৈ চায়। গতিকে সিহঁতে মাৰধৰৰ মাজেৰেই হাতীক বশ কৰি আনিবলৈ চেষ্টা কৰে। কিন্তু বশ কৰিব নোৱাৰে।

আনহাতে হাতীৰ মন-মেজাজ বেয়া হৈ যায়। তেতিয়া সিহঁতে পলাবলৈ সুৰুঙা বিচাৰে। আনকি সি অত্যাচাৰৰ প্ৰতিশোধ ল'বলৈহে বিচাৰে। মানুহৰ ওপৰত তেতিয়া তাৰ বিশ্বাস আৰু ভৰসা বুলিবলৈ একোকে নাথাকে। প্ৰতাপসিঙৰ বেলিকা আমি ঠিক কৰিছিলোঁ যে তাক আমি মাৰধৰ নকৰি শিক্ষা দিম। তাকেই কৰিছিলোঁ। মনৰ ভালপোৱা আৰু মুখৰ কথাৰেই তাক শিকাই-বুজাই লায়ক কৰি তুলিছিলোঁ। তাতে অলপ দেৰি হ'ল যদিও সি সকলোবোৰেই শিকিলে। পিছে সি আমাৰ কথাহে কড়া-গণ্ডাই মানে। আনৰ হুকুমক ভ্ৰূক্ষেপকে নকৰে। সাধাৰণতে হাতীয়ে এমাহৰ পৰা দুমাহ পৰ্যন্ত মত্তি অৱস্থাত থাকে। প্ৰতাপসিং কিন্তু সম্পূৰ্ণ ছমাহ ধৰি 'মত্ত' অৱস্থাত থাকে। সম্পূৰ্ণ মত্ত অৱস্থাত তাক এৰি দিয়া হয় দেহৰ চাহিদা মিতাবৰ বাবে। মই মাতিলে সি দৌৰি আহে। এয়া ঘৰ আশ্চৰ্যজনক কথা নহয় জানো?

গানৰ সুৰ আৰু তাল শুনি শুনি নতুনকৈ ধৰি অনা বনৰীয়া হাতীয়ে দপ্‌দপাবলৈ পাহৰি যায়। এইবোৰ কথা আগতেই কৈছোঁ। এতিয়া আৰু এঢাপ আগুৱাই গৈ ক'বলৈ বিচাৰিছোঁ যে ঠিকমতে শিক্ষা পালে হাতীয়ে গানৰ সুৰো বুজি পায়। আমি নিজেই দেখিছোঁ যে গানৰ এটা কলি শেষ হ'লে হাতীয়ে এটা বিশেষ ধৰণৰ শব্দ কৰে। সেয়েহে গান গাই হাতীক শিক্ষা দিয়া হয়। গানৰ মাধ্যমেৰে মানুহৰ গলাৰ শব্দৰ লগত হাতী পৰিচিত হৈ যায়। ইয়াৰ উপৰি মাউতে হাতীৰ লগত একে ধৰণৰ কথা কৈ বক্‌বক্ কৰিবলগীয়া হয়। ইয়াৰ মাজতো

একঘেয়ামিতো আছেই আৰু আছে কিছু ভয়। এটা নতুনকৈ ধৰি অনা হাতীৰ লগত ঘণ্টাৰ পিছত ঘণ্টা উঠা-বহা কৰিবলৈ ভয় কৰাটো স্বাভাৱিক। মাউতো মানুহ, তাৰ মন্ত্ৰবল বুলিবলৈতো একো নাই। সেয়েহে মোৰ মনত ভাব হয় যে একঘেয়ামি আৰু ভয়ক মনৰ পৰা আঁতৰ কৰিবলৈ গান গাই গাই হাতীক শিক্ষা দিয়াৰ প্ৰচলন পুৰণি কালৰ পৰাই চলি আহিছে।

হাতীয়ে এবাৰ যি শিকে গোটেই জীৱনতে সেই কথা সি পাহৰি নাযায়। তেতিয়াহ'লে বুজক হাতীৰ স্মৃতিশক্তি কিমান বেছি। বাঘৰ সন্মুখত পৰিলে অনেক হাতীয়েই ভয় খায়। কিন্তু হুকুম তেতিয়াও ঠিকমতেই পালন কৰে। পোহনীয়া হাতী গুচি গৈ জংঘলত বহুদিন কটালেও মানুহৰ ওচৰত শিকা হুকুমবোৰ একেবাৰে হুবহু মনত ৰাখে। ধৰা পৰিলে আকৌ পোহনীয়া হাতীৰ দৰেই হুকুম পালন কৰে। গতিকে চাওক, ভয়ত বা অনভ্যাসত তাৰ স্মৃতিশক্তি অকামিলা হৈ নপৰে। অত্যাচাৰ আৰু আদৰৰ স্মৃতি সেয়েহে তাৰ মনৰ পৰা কেতিয়াও একেবাৰে মচ খাই নাযায়। যিয়েই তাক আদৰ যত্ন কৰে তাক কেতিয়াও নাপাহৰে। আকৌ সি অত্যাচাৰীৰো চিন ৰাখে। কেৱল অত্যাচাৰৰে নহয়, অনাদৰৰ কথাও হাতীৰ মনত লিখা থাকে। মাউত আৰু ফান্দীয়ে বহু সময়ত অকাৰণতে হাতীৰ ওপৰত অত্যাচাৰ চলায়। সময়মতে বা পৰিমাণ অনুযায়ী তাক খাবলৈ নিদিয়ে। এই সকলোবোৰ কথা হাতীয়ে মনত ৰাখে।

পিছে হাতীৰ মনত প্ৰতিশোধ লোবাৰ ইচ্ছা খুব বেছি দেখা নাযায়। সেইফালৰ পৰা চালে হাতীক মোটামুটিকৈ উদাৰ স্বভাৱৰ জন্তু বুলিয়েই ক'ব পাৰি। পিছে এই যে ক'লোঁ হাতীয়ে অত্যাচাৰীৰ চিন ৰাখে, অৰ্থাৎ তাক ৰীতিমতে অপছন্দ কৰে। আৰু তাৰ গাৰ ওচৰলৈ যাবলৈ নিবিচাৰে। হাতীৰ স্মৃতিশক্তি সম্পৰ্কে অনেক গল্পই আমি শুনিছোঁ। হাতীয়ে হেনো দীৰ্ঘ পথ অতিক্ৰম কৰিও অত্যাচাৰীক বিচাৰি উলিয়াই নিজৰ গাৰ খং মিটায়। এবাৰ এজন লোকে জ্বলি থকা কাঠ এডালেৰে হাতীৰ গাত জুই লগাই দিছিল। তাৰ পিছত মানুহজনে ভয় খাই বহু দূৰৈত বাগান এখনত লুকাই আছিলগৈ। কিন্তু তাতো সি হাতীৰ হাতৰ পৰা নিস্তাৰ নাপালে। নাজানো এই গল্পবোৰ কিমান দূৰ সত্য। আমি নিজে অৱশ্যে এই ধৰণৰ ঘটনা কেতিয়াও দেখা নাই।

হাতী যিমানেই উদাৰ স্বভাৱৰ জন্তু নহওক কিয় তাৰ বনৰীয়া সংস্কাৰ যাব ক'লৈ? সেয়েহে কোনো ধৰণৰ আতিসয্য অত্যধিক হ'লেই সি ধৈৰ্য হেৰুৱাই পেলায়। তেতিয়া যি অত্যাচাৰৰ প্ৰতিশোধ ল'বলৈ কুণ্ঠাবোধ নকৰে। ফলত হাতীয়ে মাইলৰ পিছত মাইল অতিক্ৰম কৰি গৈ অত্যাচাৰীক উলিয়াই প্ৰতিশোধ লয়। এই ধৰণৰ ঘটনাৰ খবৰ আমাৰ ওচৰত নাই। আৰু এটা কথা কওঁ, হাতীয়ে কেতিয়াবা ভয় খালেও সেই কথা নাপাহৰে। ভয় আৰু আঘাতৰ স্মৃতি হাতীৰ মনত দ'কৈ লাগি থাকে। এবাৰ বাঘে কামুৰিলে সেই ভয় হাতীৰ মনৰ পৰা নাযায়। পিছত সি বাঘৰ গোন্ধ পালেই দিশহাৰা হৈ উঠে। আমাৰ শিবজীৰ কথাকে কওঁ। সি ৰীতিমতে এটি চিকাৰী হাতী আছিল। কিন্তু বাঘে কামোৰাৰ পিছত সি সম্পূৰ্ণ অকামিলা হৈ পৰিল। সেই কাৰণেই তাক আমি 'টিফিন কেৰিয়াৰ' বা 'বাঘে ধৰা হাতী' বুলি কওঁ।

স্মৃতিশক্তিৰ কথা কোৱা হ'ল। এইবাৰ কওঁ হাতীৰ দৃষ্টিশক্তি, শ্ৰৱণশক্তি, ঘ্ৰাণশক্তি আৰু

মূৰৰ বুদ্ধিৰ কথা। হৰিণাৰ কাণ আৰু বাঘৰ চকুৰ জোৰ খুব বেছি। ইয়াৰ তুলনাত হাতীয়ে কাণেৰে কমকৈ শুনে আৰু চকুৰে কম দেখে। পিছে আপোনাৰ মোৰ তুলনাত হাতীয়ে কাণেৰে বেছিকৈয়ে শুনে। জন্তু-জানোৱাৰে সিহঁতৰ ইচ্ছামতে কাণ ঘূৰাব পাৰে। আমিতো নোৱাৰোঁ। সেয়েহে হাতী যিফালে যায় সেইফালেই কাণ দুখন মেলি ধৰে যাতে সকলো আৱাজ (শব্দ) তাৰ কাণত সোমায়।

দৰাচলতে তাৰ ঘ্ৰাণ শক্তিয়েই হ'ল তাৰ আচল ৰক্ষা কবচ। এই তীব্ৰ ঘ্ৰাণশক্তিৰ বলতেই হাতীয়ে দূৰৈত থকা শত্ৰুৰো খবৰ পায়। এইবোৰ কথা শিকাৰ পদ্ধতি প্ৰসঙ্গত আগতেই কৈছোঁ। নতুনকৈ কোৱাৰ আৰু দৰকাৰ নাই। হাতীৰ মূৰত বুদ্ধিৰো কোনো ঘাটি নাই। হাতীৰ মগজুত একো নাথাকিলে, হাতীক জানো শিক্ষা দিব পাৰি? আৰু শিক্ষা দিব নোৱাৰিলে হাতী চাৰ্কাচ বা চিৰিয়াখানাত ৰাখিব পাৰিব। নাইবা মানুহে কাম-কাজত লগাব পাৰে? ইয়াৰ উপৰি হাতীয়ে নিজৰ দেহৰ ওজনৰ কথা ঠিকেই বুজে। বালিৰ গাঁত সি চিনি পায়। চিনি পায় বাবেই সি ভৰি আগবঢ়াব নিবিচাৰে। পিছে অনভিজ্ঞ মাউতৰ দোষত হাতীয়ে অনেক সময়ত বালিৰ গাঁতত সোমাই পৰে। তেতিয়া আমি কাঠ, কলগছ, শুকান গছ-লতা আদি আনি হাতীৰ আগত পাৰি দিওঁ। হাতীয়ে নিজৰ সুবিধামতে এইবোৰ ঠিক কৰি লয়। তাৰ পিছত ইয়াৰ ওপৰত ভৰি দি আঁঠুকাঢ়ি উঠে। কাননবালা গাৰো পাহাৰত লতাৰে আৱৰা এটা গাঁতত পৰি সোমাই গৈছিল। ঠিক এনেধৰণেই কাননবালাক সেই গাঁতৰ পৰা উদ্ধাৰ কৰা হৈছিল।

মেলা চিকাৰৰ সময়ত হাতীয়ে বেছ বুদ্ধিৰ পৰিচয় দিয়ে। আকৌ চিকাৰত কুন্‌কীয়েইতো ছলনা কৰি জংঘলী হাতীক প্ৰেমৰ ফান্দত পেলায়। সেইটো কি কম বুদ্ধি আৰু বাহাদুৰিৰ কথা? পাকৈত মাউতৰ পৰা সিহঁতে ঠিকেই প্ৰশিক্ষণ পায়। কিন্তু শিক্ষা পালেও অন্য কোনো বনৰীয়া জন্তুৱে মন ভুলাব পৰা এনেকুৱা প্ৰেমৰ অভিনয় কৰিব পাৰিব নে নোৱাৰে। সেয়েহে কৈছোঁ হাতীয়ে মানুহক দেখি তাৰ লক্ষণ বিচাৰ কৰিব পাৰে— এই কথাবোৰ একেবাৰে নীৰৱ চিন্তাৰ লগত জড়িত কথা।

পুৰণি কালৰ পৰাই এটা গল্প চলি আহিছে। ৰাজ্যত ৰজা নাই। ৰজাৰ অভাৱত ৰাজ্য ছাৰখাৰ হৈ যাব ধৰিছে। এনেকুৱা সময়তে ৰজাৰ পাটহাতী ওলাল ৰজাৰ সন্ধানত। সি এজন সুলক্ষণযুক্ত তৰুণক শুঁৰেৰে মূৰৰ ওপৰত বহুৱাই ৰাজপুৰীলৈ ঘূৰি আহিল। ৰাজপাটিত বহিল পথৰ যুবক। তাৰ সু-শাসনৰ ফলস্বৰূপে দেশত ধন-জন উপচি পৰিল।

লক্ষণ বিচাৰ কৰাটো হাতীৰ ক্ষমতাৰ বাহিৰত হ'লেও গল্পটোক আমি একেবাৰে উৰাই দিব নোৱাৰোঁ। এটা কথা মন কৰিছেনে? অজানা, অচিনা মানুহৰ মাজত ৰাজলক্ষণ বিচাৰি যি হাতী গৈছে সেয়া একেবাৰে ৰজাৰ পাটহাতী। গল্পৰ শেষতো অনেক সময়ত দেখা গৈছে যে পাটহাতীয়ে বাছি অনা অজানা আৰু অচিনা মানুহটো কিন্তু আচলতে ভাগ্য বিড়ম্বিত ৰাজপুত্ৰ বা ৰাজপুৰুষ। ৰাজবংশত জন্মিও অদৃষ্টৰ দোষত দৰিদ্ৰ ঘৰৰ ল'ৰাৰ দৰেই সি দিন কটাইছে। কিন্তু তাৰ গাৰ পৰা ৰাজকীয় গোন্ধ ক'লৈ যাব? তাৰ গাৰ ৰাজকীয় গোন্ধ পাটহাতীৰ খুব চিনাকি। কোনে জানে পাটহাতীয়ে এই ৰাজকীয় গোন্ধৰ সূত্ৰ ধৰি অসম্ভৱক সম্ভৱ কৰিছে। এই বিষয়ে আজি ৰায় দিবলৈ কোনো নাই। কাহিনীকাৰৰ মনৰ কথা কি

আছিল সেয়াও আজি জনাৰ কোনো উপায় নাই।

হাতীয়ে জানো আমাৰ ভাষা বুজিব পাৰে? এই প্ৰশ্নটো বহুজনে আমাক কৰিছে। আপুনি নিশ্চয় পঢ়িছে বা শুনিছে যে হাতীয়ে প্ৰাচীন কালৰে পৰা কথা কয়। কেৱল এয়েই নহয়। মানুহেও হাতীৰ কথা সুন্দৰকৈ বুজি পায়। আমি কিন্তু এইবোৰ কাহিনী বা কিংবদন্তিক একেবাৰে মনেসজা গল্প বুলি উৰাই দিব নোৱাৰোঁ। আমি নিজেই হাতীৰ আঠ-দহটা কথা বুজিব পাৰোঁ। সেই সময়ত কামৰ ইমান ভিৰ নাছিল। সেই কাৰণেই হাতী পাগল মানুহৰ দল হাতীৰ লগতে উঠা-বহা কৰে— দিনৰ পিছত দিন বছৰৰ পিছত বছৰ। ইয়াৰ ফলস্বৰূপে সিহঁতৰ মাজত গঢ়ি উঠিছিল এটা নিবিড় ভালপোৱাৰ স্নিগ্ধ সম্পৰ্ক। এটা কথা জানে নিশ্চয় যে ভাল পোৱা থাকিলে ভাষাটো তেনেকুৱা কোনো বাধা হৈ নপৰে। সেই কাৰণে সময়ত গৈ দুয়ো পক্ষই পৰস্পৰে পৰস্পৰৰ ভাষা মোটামুটিকৈ আয়ত্ত কৰে।

আপুনি হয়তো ক'ব হাতীৰ আকৌ কিহৰ ভাষা? সেয়াতো কিছুমান বিভিন্ন ধৰণৰ আৱাজ (শব্দ) মাত্ৰ। মাফ কৰিব, আমাৰ ভাষাও বহু ধৰণৰ আৱাজৰ (শব্দ) বাহিৰে আৰু বেছি কি? সেয়া থাওক, এই প্ৰসঙ্গত আৰু বেছি কথা ক'বলৈ বা বুজাবলৈ মোৰ বিদ্যাবুদ্ধি নাই। মিলামিছা কৰোঁতে কৰোঁতে হাতীৰ কোন আৱাজৰ কি অৰ্থ সেয়া আমি ঠিকমতেই ধৰিব পাৰোঁ। আমি বুজিব পাৰোঁ কোনটো আৱাজ তাৰ আনন্দৰ, কোনটো খঙৰ আৰু কোনটো আদৰৰ। পেটৰ অসুখ হ'লে হাতীয়ে ঘৰ্ ঘৰ্ কৰি এক ধৰণৰ আৱাজ কৰে। আদৰ কৰিলে এক বিশেষ ধৰণৰ আৱাজ কৰি ক'বলৈ চায় যে সি খুব খুচী হৈছে। ভালকৈ শিকাব পাৰিলে হাতীয়েও আমাৰ কথা বুজিব পাৰে। সেইটো অৱশ্যে দৰকাৰী কেইটামান কথাহে। সেয়েহে দৰকাৰ হ'লে আৰু বেছি কথা হাতীক শিকাব পাৰি। চাৰ্কাচৰ হাতীয়েতো বহুত কথা জানে। নাম ধৰি মাতিলে হাতীয়ে নিজৰ নামটো বুজি পায়। প্ৰতাপে ঠিকমতেই জানিছিল তাৰ নাম 'প্ৰতাপসিং', 'তীৰথসিং' নহয়। 'বাঘ' কথাটোৰ অৰ্থও সি বুজি পাইছিল। 'বাঘ' বুলি আৱাজ কৰিলেই সি শুঁৰেৰে গোন্ধ লয়। তাৰ পিছত পোনে পোনে বাঘৰ পিনে দৌৰিব ধৰে। আমি আৰু একো কৰিব নালাগে। এইটো এনেকুৱা এটা আচৰিত ধৰণৰ কথা নহয়। চাওক মানুহক ভয় বা লোভ দেখুৱাই আৰু তেল মাৰি বা ধাপ্পা দি বহুত কিছু কাম কৰিব পাৰি।

কিন্তু হাতী যে বনৰীয়া জন্তু সি ইটো-সিটো কৰি মানুহৰ এইবোৰ অভ্যাসৰ কথা নুবুজে। সি মাত্ৰ বুজে আদৰ আৰু অত্যাচাৰ। কিন্তু দৰমহা খোৱা মাউত বা ফান্দীয়ে সাধাৰণতে হাতীক ভাল পায় সময় নষ্ট কৰিব নিবিচাৰে। পিছে আমাৰ কথা বেলেগ। আমি হাতীক ভাল পাওঁ আৰু তাৰ লগত যিমান পাৰি সিমান সময় কটাওঁ। ফলস্বৰূপে আমি তাক বুজি পাওঁ আৰু সিও আমাক বুজিবলৈ ভুল নকৰে। চাওঁতে চাওঁতে সম্পৰ্কটো খুব নিবিড় হৈ উঠে। তেতিয়া আমি পৰস্পৰে মুখৰ কথা আৰু মনৰ কথা মোটামুটিকৈ বুজিব পাৰোঁ। পিছে সিহঁতৰ আৰু আমাৰ ভাষাৰ ধৰণ বেলেগ বেলেগ। সেয়েহে কেইবাৰমান আৱাজ নুশুনিলে কোনোৱে কাৰো আৱাজৰ অৰ্থ ঠিকমতে বুজিব নোৱাৰে। মুঠ কথা হ'ল যে যিয়ে যাকে ভাল পায় তাৰ কথা ঠিকমতেই বুজিব পাৰে। সকলো জন্তুৱে ভাল

পোৱাৰ মৰ্ম কম-বেছি পৰিমাণে বুজে। হাতীৰ দৰে মানুহক ভাল পাবলৈ আৰু বেলেগ কোনোবা জন্তু-জানোৱাৰে পাৰে নে নোৱাৰে নাজানো। মানুহৰ ফালৰ পৰা যদি ভাল পোৱাৰ কোনো ধৰণৰ ঘাটি নাথাকে তেতিয়াহ'লে ভাবাক লৈ তেনেকুৱা কোনো সমস্যাৰ সৃষ্টি হোৱাৰ কথা নাই।

# ন

এইবাৰ হাতীৰ আয়ুসক লৈ অলপ আলাপ-আলোচনাত বহিব পাৰি। খনাৰ বচনত আছে— 'নৰা গজা বিশে ছয়।' অৰ্থাৎ মানুহ আৰু হাতীৰ পৰমায়ু হ'ল ছয় কুৰি— অৰ্থাৎ এশ কুৰি বছৰ পৰ্যন্ত। প্ৰথমতে পোহনীয়া হাতীৰ কথাকে কওঁ। জংবাহাদুৰ বুলি যিটো মতা হাতী আমাৰ আছিল, তাৰ মৃত্যু হয় প্ৰায় আশী বছৰ বয়সত। তাৰাৰাণীৰ কথা আগতেই কিছু কৈছোঁ। তাৰাৰাণী শেষ বয়সত অন্ধ হৈ যায়। তেতিয়া তাৰাৰাণীৰ এটাও দাঁত নাছিল, গোটেইকেইটা সৰি গৈছিল। শেষত তাৰাৰাণীক পেঞ্চন দিয়া হ'ল— অৰ্থাৎ এৰি দিয়া হ'ল, মুক্তি দিয়া হ'ল। তাৰাৰাণী একান্তই দুৰ্বল আৰু অসহায়, তাৰাৰাণীক হাবিত কোনে খাবলৈ দিব? সেয়েহে তিনিবাৰ এৰি দিয়াৰ পিছতো আকৌ আমাৰ ঘৰলৈ উভতি আহিছিল। বোধহয় শান্তিত মৃত্যুবৰণ কৰিবৰ বাবে। শেষত সেয়েই হ'ল। এদিন শীতৰ ৰাতি সাংঘাতিক দুৰ্যোগ নামিল। শীত আৰু বৰষুণ সহ্য কৰিব নোৱাৰি তাৰাৰাণীয়ে চকু মুদিলে। কাগজ-পত্ৰৰ পৰা যি দেখা গৈছে আৰু অনুমান কৰা হৈছে— তাইৰ বয়স নব্বৈ বছৰ। পোহনীয়া হাতীয়েই যদি আশী-নব্বৈ বছৰ জীয়াই থাকিব পাৰে, তেতিয়াহ'লে জংঘলী হাতীয়ে আৰু বেছ কিছু বছৰ বাচি থাকিব পাৰে। আমাৰ জিলাৰ কচুগাঁও জংঘলৰ এটা হাতীৰ কথা Stracey চাহাবে লিখিছে। বুঢ়া দঁতাল হাতী। হাতীটোৰ দুটা খুব দীঘল দাঁত আছিল। তাৰে এটা নফুট চাৰি ইঞ্চি আৰু আনটো নফুট তিনি ইঞ্চি। হাতীটো ইমানেই বুঢ়া হৈ পৰিছিল যে বেচেৰাই চলা-ফিৰা কৰিব নোৱৰা হৈছিল। বন বিভাগৰ হুকুমমতে এজন বনৰক্ষী ছাঁৰ দৰে তাৰ পাছে পাছে ঘূৰি ফুৰিছিল। কাৰণটো বোধহয় অনুমান কৰিব পাৰিছে। হাতীটো যে ক'ত পৰি মৰি থাকিব তাৰ কোনো ঠিকনা নাই। সেয়েহে তাৰ পিছত ৰখীয়া নাথাকিলে এই আচৰিত ধৰণৰ হাতীদাঁত দুটা কোনোবাই লৈ যাব। চোৰাং কাৰবাৰীয়ে এনে ধৰণৰ হাতীক সদায় নজৰ দি থাকে। বন বিভাগৰ এই ব্যৱস্থাৰ বাবেই এই হাতীদাঁত দুটা আজিও গুৱাহাটীৰ যাদুঘৰত বিৰাজমান। কিন্তু আদৰ-যত্নৰ ওপৰতেই পোহনীয়া হাতীৰ আয়ুস নিৰ্ভৰ কৰে। যিবোৰ হাতীয়ে হাড়-ভঙা পৰিশ্ৰম কৰে যেনে কাঠ টনা হাতী, সেই হাতী বেছিদিন নাবাচে। দঁতাল হাতীকেই সাধাৰণতে কাঠ টনাৰ কামত লগোৱা হয়। দাঁতেৰেই সিহঁতে কাঠ টানে আৰু ট্ৰাকত কাঠ বোজাই কৰে নাইবা ট্ৰাকৰ পৰা কাঠ নমায়। গতিকে সিহঁতৰ দাঁতৰ ওপৰত অত্যন্ত হেঁচা পৰে। দাঁতৰ লগত চকুৰ সম্পৰ্ক আছে। সেই কাৰণে যি হাতীৰ দাঁতৰ ওপৰত প্ৰায়ে অত্যন্ত হেঁচা পৰে তাৰ দৃষ্টিশক্তি একেবাৰে লোপ পাব পাৰে। এইবোৰ কথা আগেয়েই কৈছোঁ। এইধৰণৰ অত্যন্ত শাৰীৰিক খাটনিৰ ফলতেই সিহঁতৰ প্ৰাণশক্তি অকালতে নিঃশেষ হৈ যায়। সেইকাৰণে কৈছিলোঁ যে এইবোৰ হাতীতকৈ জংঘলী হাতী বেছিদিন জীয়াই থাকে। তাৰ কাৰণো আছে। জংঘলী জন্তু-জানোৱাৰেও স্বাধীনতাৰ মূল্য বুজে। বন জংঘলৰ মাজত অবাধ আনন্দেৰে সিহঁতে চলা-ফিৰা কৰি থাকে। কিন্তু গলত দড়ি

আৰু ভৰিত বেৰিয়া লগাই ৰাজভোগ খালেও সিহঁতৰ মন ভৰি নপৰে। কষ্টৰো পিছে পাৰ্থক্য আছে। জংঘলী হাতীয়ে কাঠ নাটানে ঠিকেই। কিন্তু দৰকাৰ হ'লে একে ৰাতিয়েই বিশ মাইল ৰাস্তা ভাঙি যাবলগীয়া হ'ব পাৰে। কিন্তু পোহনীয়া হাতীয়ে সচৰাচৰ সেইটো কৰিবলগীয়া নহয়। পিছে এইবোৰ কষ্ট হাতীৰ গাত সিমানকৈ নালাগে। ইয়াৰ উপৰি জংঘলী হাতী ধৰা পৰিলে তাৰ জীৱন-যাত্ৰাৰ ধৰণটোৰেই আমূল পৰিবৰ্তন হয়। জংঘলী হাতীয়ে দিনত টোপনি মাৰে আৰু ৰাতি ঘূৰি ফুৰে। আমাৰ হাতত পৰিলে সেই হাতীয়ে দিনত কাঠ টানে আৰু ৰাতি শোৱে।

তাৰ পিছত আহক তাৰ খোৱাৰ কথা। কি শীত কি গ্ৰীষ্ম বা বাৰিষা আমি একে ধৰণৰ খোৱাকে হাতীক খুৱাই থাকোঁ। কিন্তু বনৰীয়া হাতীয়ে যেতিয়াই যি খোৱা পায় তাকে খায়। বনৰ ভঁৰালীয়ে জানে যে কোন সময়ত হাতীয়ে কি খোৱা দৰকাৰ বা কি খাবলৈ ভাল পায়! সেই সকলোবোৰ হিচাব-নিকাচ কৰিলে হাতীৰ খোৱা বস্তুৰ ভঁৰাল মজুত কৰি ৰাখে। পিছে পোহনীয়া মতা হাতী বহু সময়ত গুচি গৈ বনৰ পৰা আকৌ ঘূৰি আহে। তাৰ কাৰণ কি আমি আগেয়েই আলোচনা কৰিছোঁ। সেয়া যিয়েই নহওক, আৰু চাওক যে ডাঙৰ ডাঙৰ নিপোটল শৰীৰ আৰু শক্তিৰ হাতী জংঘলতেই বেছিকৈ দেখা যায়। ঘৰত নহয়। এই সকলোবোৰ সাত-পাঁচ কথা ভাবি-চিন্তিয়েই আমি ধাৰণা কৰিছোঁ যে হাতীৰ শাৰীৰিক বৃদ্ধি আৰু আয়ুস— দুয়োটাই জংঘলতেই বেছি হয়।

আয়ুসৰ পিছতে আহে মৃত্যুৰ কথা— অতি কৰুণ সেই কথা। হাতীৰ মৃত্যু সম্পৰ্কে এটা কিংবদন্তি আছে। যিটো বহুতেই বিশ্বাস কৰে। হাতীৰ হেনো নদীৰ পানীৰ সোঁতৰ দাঁতিত নিৰ্জন ঠাইত কবৰ খন্দা থাকে। হাতীয়ে বোলে মৰাৰ আগতে সেই ঠাইত গৈ হাজিৰ হয়। এই ধৰণৰ এটা ধাৰণা মোৰো এটা সময়ত যে নহৈছিল তেনেকুৱা নহয়। কিন্তু চাওক প্ৰায় চল্লিচ বছৰ ধৰি বনে-জংঘলে অনবৰত ঘূৰি ফুৰিছোঁ। হাতী আৰু আন আন বহুতো পশু-পক্ষীৰ বিভিন্ন ধৰণৰ অভ্যাস আৰু ৰীতি-নীতি, দিনৰ পিছত দিন নিজৰ চকুৰেই দেখিছোঁ। কিন্তু ক'তোতো এটি হাতীৰ কবৰখানা চকুত নপৰিল। এই ধৰণৰ কবৰখানা যদি সঁচাকৈয়ে থাকে তেতিয়াহ'লে নিশ্চয় এদিন নহয় এদিন আমাৰ চকুত পৰিলহেঁতেন। আনহাতে ওভোটাটোহে দেখিছোঁ। হাতীক য'ত-ত'ত মৰি পৰি থকা দেখিছোঁ। হাতীৰ দুই-চাৰিটা দাঁত অ'ত-ত'ত পাইছোঁ। সেয়েহে শেষত দৃঢ়ভাৱে কৈছোঁ যে এইবোৰ কিংবদন্তি একেবাৰেই মনেসজা গল্প। হাতীয়ে মৰিবৰ সময়ত কোনো নিৰ্দিষ্ট ঠাই নিবিচাৰে। আনহাতে হাতী কোনো সূক্ষ্ম আধ্যাত্মিক জ্ঞানসম্পন্ন লোকো নহয় যে সি গৈ পানীৰ সুঁতিৰ ওচৰত জপ কৰি বহি থাকিব। পিছে এটা কথা যে অকল হাতীয়েই নহয়, যিকোনো বনৰীয়া জন্তুৱেই মৰাৰ আগতে এটা খাল, বিল বিচাৰিব পাৰে। তাৰ কাৰণ? জংঘলৰ আইন খুব কঢ়া। সেই আইনৰ কিতাপত শক্তিহীন বা অসুস্থ কোনো জীৱ-জন্তুৰ প্ৰতি মায়া-মমতা দেখুওৱাৰ কোনো বিধান নাই। সেয়েহে যেতিয়া বুঢ়া বয়সীয়া হাতী বেমাৰত ভুগি ভুগি কাহিল হৈ পৰে তেতিয়া তাৰ জীয়াই থকাৰ কোনো পথ নাথাকে। দলত তাক কোনোৱে পাত্তা নিদিয়ে। সি যে কিভাৱে আৰু কেনেকৈ বাচি থাকিব— এই লৈ কোনোৱে মূৰ নঘমায়। এনেকুৱা অৱস্থাত হাতীয়ে

ভালকৈ চোবাই খাব নোৱৰা হৈ পৰে। সেই কাৰণেই তাৰ পেটত কিবা এটা পৰিলেও সেইটো হজম নহয়। এই ৰোগ আৰু বাৰ্দ্ধক্যৰ যন্ত্ৰণাত সি একেবাৰে কাহিল হৈ পৰে। লগতে সি বুজিবলৈ সক্ষম হৈ পৰে যে তাৰ দিন চমু চাপি আহিছে। তেতিয়া তাৰ দল ত্যাগ কৰি গুচি যোৱাৰ বাহিৰে অন্য উপায় নাথাকে। কিন্তু সি যাব ক'লৈ? দলৰ হাতীয়ে যেতিয়া তাৰ ফালে উভতি নাচালে, তেতিয়া ক'লৈ গৈ সি জ্বালা-যন্ত্ৰণাৰ উপশম কৰিব। তেতিয়া সেই হাতীয়ে বোধহয় ভাবে যে ঠাণ্ডা পানী গাত ঢালিলে সি কিছু শান্তি পাব। কি মনৰ জ্বালা? সি মনৰ জ্বালা কমাবলৈও কিবা চিন্তা কৰে। যিয়েই নহওক— এই সকলোবোৰ চিন্তা কৰি কৰি হয়তো বেচেৰাই শেষ সময়ত খাল-বিল বিচাৰি ফুৰে। কিন্তু শেষ পৰ্যন্ত কেইটা হাতীয়েই বা খাল-বিলৰ বুকু বিচাৰি ল'ব পাৰে কওকচোন? বিদেশতো ঠিক এনেকুৱা ধৰণৰ কিংবদন্তিৰ প্ৰচলন আছে। সেই ঠাইৰ বিশেষজ্ঞই ঠিক এই একে ধৰণৰ কাৰণৰ বাবেই কিংবদন্তিক সত্য বুলি মানি ল'ব নোখোজে।

আপুনি নহয়, আন কোনোবাই কৈছিল যে বিদেশী বিশেষজ্ঞই প্ৰমাণ পাইছিল নেকি যে হাতীয়ে সিহঁতৰ মৃত আত্মীয়জনৰ দাঁত নিজেই লৈ যায়। হাতীয়ে বোলে সিহঁতৰ মৃত লগৰীয়াৰ হাড়বোৰ দল বান্ধি নিজেই আনেগৈ, যেনিবা শোকৰ মিছিলহে। নিজৰ দলৰ কোনোবা মৰিলে তাক হেনো ৰীতিমতে কবৰ দিয়েগৈ। সিহঁতে এনেকুৱাও কৰে যে মানুহ মৰিলেও তাক যথাৰীতিমতে গাত গছপাত আদি দি ঢাকি ৰাখে। চাওক, এই সকলোবোৰ হ'ল সিহঁতৰ প্ৰমাণ আৰু প্ৰত্যক্ষ অভিজ্ঞতাৰ কথা। আমি বাৰু কি ক'ম? পিছে বিশেষজ্ঞই আফ্ৰিকাৰ হাতীৰ স্বভাৱ-সংস্কাৰ দেখি-শুনি বিবেচনা কৰি এইবোৰ সিদ্ধান্ত গ্ৰহণ কৰিছে। কিন্তু আমাৰ দেশৰ হাতীৰ সমাজত এই ধৰণৰ বিধি-বিধান বা ৰীতি-নীতিৰ কথা আছে বুলি কেতিয়াও শুনা নাই আৰু চকুৰে দেখাও নাই।

# দহ

অনেক দিন ধৰি অনেক কথাই ক'লোঁ। সদৌ শেষত কওঁ, হাতী সম্পৰ্কে ডাঙৰ সমস্যাটোৰ কথা। আজিকালি হাতীৰ কাম কমি গৈছে। লগে লগে সিহঁতৰ চাহিদাও আগৰ দৰে নোহোৱা হৈছে। এফালে জনসংখ্যাৰ চাপ বাঢ়ি গৈছে। ফলস্বৰূপে মানুহে বন-জংঘল দখল কৰি কাটি পৰিষ্কাৰ কৰি ঘৰ-বাৰী সাজি জংঘলৰ পৰিমাণ দ্রুতগতিত হ্রাস কৰি আনিছে। গতিকে জংঘলী হাতীৰ খোৱা বস্তুৰ অফুৰন্ত ভাণ্ডাৰ টুটি গৈছে। এই কথা বিশ্বাস কৰাটোৱেই টান। মাজে মাজে হাতীৰ দলে লোকালয়লৈ আহি অত্যাচাৰ আৰম্ভ কৰিছে। ধান, চাউল, ফলমূল— যি সম্মুখত পাইছে তাকেই সাঙুৰি খাই পেলাইছে। লগতে খেতি-বাতি নষ্ট কৰি পেলাইছে। ঘৰ-বাৰী ভাঙিবলৈ, আনকি মানুহ মাৰিবলৈও হাতীয়ে কুণ্ঠাবোধ নকৰা হৈ পৰিছে। এই অৱস্থা চলি থাকিলে মানুহৰ জীৱন কেনেকৈ ৰক্ষা পৰিব! গোটেই বছৰৰ ফচলেই যদি হাতীৰ পেটলৈ যায় তেতিয়াহ'লে মানুহেই বা খাব কি?

সেই বুলিতো হাতীৰ দলক মাৰি চাফা কৰি দিব নোৱাৰি। ইয়াৰ বাহিৰেও চৰকাৰ বন্যপ্রাণী আৰু বন সম্পদ ৰক্ষাৰ বাবে সংকল্পবদ্ধ। তেতিয়াহ'লে এই সমস্যাৰ মেৰপাকৰ পৰা বাহিৰ হোৱাৰ উপায় কি?

চাওক, এই পথৰ সন্ধান পণ্ডিতসকলৰ ওচৰতেই পোৱা যাব পাৰে। দেশ-বিদেশৰ পণ্ডিতসকলে ইয়াক লৈ কম মূৰ ঘমোৱা নাই। আমি কেৱল দুই-চাৰিটা চমু কথা আপোনালোকক ক'বলৈ বিচাৰিছোঁ। কাম কমি গ'লেও হাতী কিন্তু একেবাৰে বেকাৰ হোৱা নাই। হাতীৰ মৰ্যাদাও একেবাৰে হেৰাই যোৱা নাই। অৱশ্যে পশ্চিমবঙ্গ আৰু অসমত কিছু মৰ্যাদা হাতীয়ে হেৰুৱাই পেলাইছে ঠিকেই,— কিন্তু বিহাৰ, উত্তৰ প্রদেশ আৰু দক্ষিণ ভাৰতত হাতীৰ দিন এতিয়াও শেষ হৈ যোৱা নাই। বিহাৰত হাতী ৰখাটো এতিয়াও সন্মানৰেই কথা।

অৱশ্যে তাত হাতী কম-বেছি পৰিমাণে কামতো লাগে। অসমত বছৰটোত কেইবাশ হাতী ধৰে [এই কথাখিনি গ্রন্থ ৰচনা কৰা সময়ৰ— অনুবাদক।]। তাৰে ভিতৰৰ প্ৰায় চাৰে তিনিশ হাতী বিহাৰলৈ যায়। দক্ষিণ ভাৰতত হাতীয়ে মাল টানে আৰু মন্দিৰৰ কামতো লগায়। ধৰ্মীয় শোভাযাত্রাতো হাতীৰ প্রয়োজন হয়। ইয়াৰ বাহিৰেও দেশৰ চিৰিয়াখানাবোৰত আৰু চাৰ্কাচত হাতীৰ ভালেখিনি চাহিদা আছে। অসমতেই প্ৰায় চাৰি-পাঁচশ হাতীক কামত খটুওৱাৰ সুবিধা আছে। ইয়াত হাতীৰ সকলোতকৈ ডাঙৰ কাম হ'ল কাঠ টনা। এজন ঠিকাদাৰে ইয়াত এটা হাতীৰ হাৰ ভঙা পৰিশ্ৰমৰ বিনিময়ত মাহে প্রতি অনায়াসে হাজাৰ-বাৰশ টকা উপাৰ্জন কৰিব পাৰে। এটা কথা বুজাত ভুল নকৰিব যে হাতীয়ে ট্রাকৰ বিকল্প হিচাপে কাম নকৰে। হাতীৰ গাৰ গঢ়ন মালবাহী জন্তু হিচাপে ব্যৱহাৰ কৰিবলৈ খুব এটা সুবিধাজনক নহয়। কিন্তু ঘোৰ জংঘলৰ মাজলৈতো ট্রাক সোমাই যাব নোৱাৰে। তাৰ পৰা কাঠ টানি আনি ট্রাকত তুলি দিয়াটো বৰ সহজ কাম

নহয়। এই কামটো হাতীয়ে নীৰৱে আৰু প্ৰায় খৰচ নোহোৱাকৈ কৰি থাকে। হাতীক এই কামৰ পৰা অব্যাহতি দিলে আৰু বেছি খৰচহে হ'ব। কাৰণ এটা হাতীৰ সলনি দৰকাৰ হ'ব এদল মজদুৰ আৰু বহুকেইটা ম'হ।

ইয়াৰ উপৰি হাতী ধৰাৰ কামতো বহুতো হাতীৰ প্ৰয়োজন হয়। চিকাৰৰ বাবেতো হাতী লাগেই। আনহাতে বন বিভাগেও প্ৰায় পঞ্চাশ-ষাঠিটা হাতী অভয়াৰণ্যত পহৰা দিয়া কামত লগায় আৰু দৰ্শকক বননি দেখুৱাই ফুৰা কামতো নিয়োগ কৰে। মিৰিসকলে বোলে হাতীক মাটি চহোৱা কামতো লগায়। ইয়াৰ কায়দাটো বা কেনেকুৱা অৱশ্যে মই নাজানো আৰু দেখাও নাই। পশ্চিমবংগত কাঠৰ মহল আছে কিন্তু হাতীৰ জৰিয়তে যে কাঠ টানে সেইটো কোনোৱে বুজিবলৈ নিবিচাৰে। আমি হাতে-কলমে দেখুৱাই দিছোঁ যে কাঠ টনাৰ বাবে এজন মানুহৰ এক ঘণ্টাৰ কাম হাতীয়ে দুই মিনিটত শেষ কৰি দিব পাৰে। তথাপি কোনোৱেই হাতী পোহাৰ কথা চিন্তা নকৰে। আচলতে এইটো হৈছে ৰীতি-নীতিৰ কথা। হাতীৰ জৰিয়তে এই ধৰণৰ কাম কৰাৰ প্ৰথা সেই ঠাইত নাই।

আফ্ৰিকাতো আজি এই সমস্যাই মূৰ দাঙি উঠিছে। সেই ঠাইৰ মানুহে হাতী মৰাৰ তালতেই ঘূৰি ফুৰে, হাতী ধৰাৰ বাবে নহয়। এনেকুৱা ধৰণৰ দুই-চাৰিজন মানুহৰ বিষয়ে পঢ়িছোঁ— যিয়ে নেকি হাজাৰৰো অধিক হাতী মাৰিছে। এইবোৰ কথা শুনিলেও আমাৰ, গাৰ নোম শিয়ৰি উঠে। কিন্তু ইয়াৰ কাৰণো আছে। আফ্ৰিকাৰ মতা-মাইকী সকলো হাতীৰে দাঁত আছে। গতিকে এটা হাতী মাৰিব পাৰিলে দাঁতৰ মূল্যকে ধৰি ভালেখিনি টকা পোৱা যায়। আমাৰ ইয়াত হাতীৰ সংখ্যা বাঢ়ি যোৱাৰ লগে লগে হাতী ধৰিবলৈ চৰকাৰে অনুমতি দিয়ে, কিন্তু হাতী মাৰিবলৈ অনুমতি নিদিয়ে। কিন্তু গুণ্ডা হাতী মাৰিবলৈ অৱশ্যে চৰকাৰে অনুমতি দিয়ে।

মুঠ কথা হ'ল হাতীৰ চাহিদা কমি গৈছে। ফলস্বৰূপে পোহনীয়া হাতীৰ সংখ্যা কমি গৈছে। তাৰ লগে লগে বনৰীয়া হাতীৰ সংখ্যা ক্ৰমে বৃদ্ধি পাই গৈছে। কিন্তু সিহঁতে খাব কি? বন-জংঘলো কমি গৈছে। ঠায়ে ঠায়ে জনসংখ্যাৰ হেঁচাত হাবি-জংঘল নোহোৱা হৈ গৈছে। ফলত পেটৰ জ্বালাত হাতীয়ে জংঘল এৰি আহি মানুহৰ গাঁও-ভূঁইত সোমাই খাদ্যৰ সন্ধানত ঘৰ-দুৱাৰ ভাঙে, মানুহ মাৰে। জংঘলত খোৱাৰ অভাৱ নাথাকিলে হাতীয়ে কি আনন্দত গাঁও-ভূঁইত এই অত্যাচাৰ কৰে? অৱশ্যে 'গুণ্ডা' বা 'মস্তি' হাতীৰ কথা বেলেগ। আনহাতে চৰকাৰৰ অনুমতি বিনে হাতী মৰাটো নিষেধ। আমি জানো যে এইবোৰ কথা কৈ তৰ্ক কৰিব পাৰি। তথাপি মই যি বুজিছোঁ, তাকেহে কৈ গ'লোঁ।

এতিয়া অৱশ্যে দেশজুৰি হাতীৰ সমীক্ষা চলিছে। ধৰক, যদি জংঘলী হাতীৰ সংখ্যা জংঘলৰ তুলনাত বেছি বুলি জনা হয় তেতিয়া বাৰু কি কৰিব? আমি গোটেই জীৱন ধৰি ঘৰ আৰু বাহিৰত হাতীৰ লগত কটাইছোঁ। গতিকে হাতী বধ কৰা পক্ষ সমৰ্থন কৰা মানুহ মই নহয়। বৰং এই বিষয়ত মই চৰকাৰী সঙ্কল্প আৰু সিদ্ধান্তৰে সক্ৰিয় সমৰ্থক। কিন্তু মানুহৰ জীৱন, সম্পত্তি আৰু খেতি-বাতিৰ কথাও ভাবিব লাগিব। সেইজীয়া বন-জংঘলৰ পৰিমাণ যাতে বৃদ্ধি হয় তাৰ বাবে সকলোৱে কঁকালত টঙালি বান্ধি কাম কৰিব লাগিব।

কেৱল চৰকাৰৰ উদ্যোগতেই সেউজৰ এই অভিযান সাৰ্থক হ'ব বুলি ভাবিব নোৱাৰি। কিন্তু যিমান দিনলৈকে জংঘলী হাতীৰ থকা আৰু খোৱাৰ বাবে বন-জংঘলৰ পৰিমাণ বৃদ্ধি নহয়, সিমান দিনলৈ কি হ'ব? নিতান্তই নিৰুপায় হৈ অত্যন্ত কৰুণ প্ৰশ্নটো তুলিবলগীয়া হৈছে যে বৃদ্ধি পোৱা হাতীৰ সংখ্যাৰ বাবে নিধন আৰু বান্ধোনৰ বিধান দিয়াৰ বাহিৰে অন্য কিবা পথ আছে জানো?

# এখাৰ

হাতী সম্পৰ্কে আমাৰ 'Born Elephant Man' লালজীৰ মুখৰ পৰা বহু বিচিত্ৰ অভিজ্ঞতাৰ কথা আৰু কাহিনী আপোনালোকে বহু সময় ধৰি শুনিলে। হাতীৰ ভৱিষ্যত সম্পৰ্কে তেওঁৰ পৰা অনেক কথা আমি জানিবলগীয়া আছিল। কিন্তু বিধিয়ে পথালি দিলে। লালজীৰ লগত আলোচনাত মিলিত হ'বলৈ আৰু সুযোগ পোৱা নগ'ল। সেয়েহে লালজীৰ কথাৰ আঁত ধৰি হাতীৰ ভৱিষ্যত সম্পৰ্কে আমি নিঃসংকোচে দুই-চাৰিষাৰ কথা আপোনালোকৰ ওচৰত নিবেদন কৰি যাব বিচাৰিছোঁ। কোৱা বাহুল্য যে লালজীৰ কথাৰ পিছত আমাৰ কথা নিশ্চয় বেসুৰা যেন লাগিব। তেওঁৰ অভিজ্ঞতাৰ লেশমাত্ৰও আমাৰ গাত নাই। কেৱল মাত্ৰ দুই-চাৰিখন কিতাপ পঢ়ি, লালজী আৰু সুপৰিচিত বিশেষজ্ঞ ডক্টৰ ধৃতিকান্ত লাহিড়ী চৌধুৰী মহাশয়ৰ লগত আলাপ-আলোচনা কৰি যি বুজিছোঁ আৰু জানিছোঁ সেয়েই আমাৰ সম্বল।

Douglas–Hamilton দম্পতি আৰু লালজীৰ কথাৰ ধ্বনি প্ৰতিধ্বনিত কৰিছোঁ—'None the less, some would argue that a moment in which the human race is approaching a global crisis of over-population, shortage of food and materials and possible economic breakdown, there is little hope left for the survival of the African Elephant'[1]। তাৰ আগতে অৱশ্যে তেওঁলোকে খেদ কৰি কৈছে যে 'Other important considerations are that elephants and their wilderness are very beautiful and it is vandalism to annihilate anything of beauty and deprive other of the opportunity of enjoying it. This is a need felt particularly by those who are obliged to live in highly in dustrialized surroundings. To some in their power and irrestible need for space, elephants are symbol of freedom. Further more they have lived side by side with man in Africa, Since the dawn of history and are and integral part of mythology and folklore; their disappearance would therefore diminish the cultural environment of the African people.'[2]

ভাৰতীয় হাতীৰ বেলিকাও এইবোৰ মন্তব্য মোটামুটিভাৱে প্ৰযোজ্য। হাতীৰ লগত আমাৰ সম্পৰ্ক আজিৰ নহয়। কেতিয়াৰ পৰা যে এই সম্পৰ্কৰ সূচনা হৈছিল সেয়া অৱশ্যে সঠিকভাৱে কোৱা সম্ভৱ নহয়। পিছে ঋগ্ বেদতেই হাতীৰ উল্লেখ আছে। 'ঋগ্ বেদ'ত মৰুদ্‌গণক হাতীৰ সৈতে তুলনা কৰা হৈছে। হাতীৰ দৰে মৰুদ্‌গণে বৃক্ষৰ ওপৰত উৎপাত কৰে।

"মৃগা ইব হস্তীনঃ খাদথাঃ বনাঃ।"[৩]

---

1. 'Among the Elephants'— Iain and Omia Douglas Hamilton, page–300 (Fountana/Collins).
2. Ibid, page– 299.
৩. ঋগবেদ ১/৬৪/৭

— তোমালোকে হাতেৰে ধৰি হাতীৰ দৰে বন ভক্ষণ কৰা।[৪]

ইন্দ্রৰ বাহন হস্তী বা হস্তীসদৃশ মেঘপুঞ্জ। ইন্দ্রকো ঋগ্‌বেদত হাতীৰ সৈতে তুলনা কৰা হৈছে।

"দাশ মৃগো ন বাৰণ পুৰুত্রা চৰথং দধে।" [৫]

"শত্রুৰ অন্বেষণকাৰী হাতীয়ে যি ধৰণে মদমত্ত ৰূপ ধাৰণ কৰে সেই ধৰণে ইন্দ্রয়ো যজ্ঞত মদমত্ত ৰূপ ধাৰণ কৰে।" [৬]

কেৱল সেয়াই নহয়। আমাৰ শৈলসুতা সুত সিদ্ধিদাতা গণেশৰেইতো গজমুণ্ড আছে। কিন্তু ইয়াৰ তাৎপৰ্য কি? কোনো কোনো পণ্ডিতে ভাবে যে হাতী যিহেতু গম্ভীৰ আৰু বিজ্ঞ জন্তু, গতিকে বিৰাটত্ব, গাম্ভীৰ্য আৰু বিজ্ঞতাৰ প্রতীকস্বৰূপে গণেশে হাতীৰ মুখখন লাভ কৰিছে।

The elephant, it must be mentioned, is considered an animal of great prudence and sagacity and Ganesa's head is probably symbolic of these characteristics of the God.' [৭]

এই বিষয়ে আৰু অনেক পাণ্ডিত্যপূৰ্ণ মতামত আছে। এটি কথা উল্লেখ কৰিব বিচাৰিছোঁ যে শিৱৰ পত্নী পাৰ্বতীৰ দহটা ৰূপ দহটা মহাবিদ্যাৰ প্রতীক। তাৰে অন্যতম হৈছে মাতঙ্গী। মাতঙ্গী শব্দৰ অৰ্থ হৈছে হস্তিনী। শিৱ পত্নী মাতঙ্গী হ'লে মাতঙ্গীপতি শিৱ অৱশ্যে মাতঙ্গ বা হস্তী হ'ব পাৰে। এই মাতঙ্গৰূপী ৰুদ্রৰ শক্তিৰ প্রতীক ৰুদ্র গণপতিৰ গজমুণ্ড হিচাপেই বিহিত হৈছে বুলি অনুমান কৰাটো অসঙ্গত নহয়।

দেৱৰাজ ইন্দ্রৰ বাহন হৈছে ঐৰাৱত। ঋগবেদত ইন্দ্রক 'মহাহস্তী' বুলি কোৱা হৈছে। এই ঐৰাৱত সমুদ্র মন্থনৰ সময়ত সমুদ্র গৰ্ভৰ পৰা ওলাই আহিছিল।

"শ্বেতৈৰ্দন্তৈশ্চতুৰ্ভিস্তু মহাকায়স্ততঃপৰম্।
ঐৰাৱতো মহানাগোঽভবদ্বজ্র ভৃতা ধৃতঃ।।" ৪২

—ইয়াৰ পিছত শ্বেতবৰ্ণ চাৰিদন্তযুক্ত বিশাল শৰীৰৰ ঐৰাৱত হাতী উৎপন্ন হ'ল। ইন্দ্রই গৈ সেই হাতীক ধৰিলে।। ৪২।।

*[উৎস : মহাভাৰত— শ্রীমদ্‌হৰিদাস সিদ্ধান্তবাগীশ, পৃষ্ঠা ৩৩৯, দ্বিতীয় (বিশ্ববাণী) সংস্কৰণ]*

এই উদ্ধৃতিবোৰে পৰিষ্কাৰকৈ প্রমাণ কৰে যে আমাৰ সাংস্কৃতিক আৰু ধৰ্মীয় পৰিমণ্ডলৰ আলোচনাত হাতীৰ বল-বীৰ্য, বিশালত্ব আৰু বিজ্ঞতাৰ সম্পৰ্কে বহুতো কথা উজ্জ্বলতাৰে নিহিত হৈ আছে। পুৰাণ আৰু উপনিষদতো বহুতো কথা উজ্জ্বলতাৰে নিহিত হৈ আছে। পুৰাণ আৰু উপনিষদতো হাতীৰ উল্লেখ বিৰল নহয়। মহাভাৰতৰ মহাযুদ্ধত হাতীৰ সক্রিয় ভূমিকা সকলোৱেই জানে। মালৱৰাজ ইন্দ্রবৰ্মাৰ হাতীটোৰ নাম আছিল অশ্বত্থামা। এই অশ্বত্থামাই

৪. ড° হংসনাৰায়ণ ভট্টাচাৰ্য— পৃষ্ঠা- ১৬৬
৫. ঋগবেদ ৮/৩৩/৮ :
৬. অনুবাদ— ৰমেশ চন্দ্র দত্ত।
৭. 'হিন্দুদের দেবদেবী'—পৃষ্ঠা-১৬৫-৬৬

ভীমৰ হাতত মৃত্যুবৰণ কৰিছিল। অশ্বত্থামা হাতীৰ মৃত্যু সংবাদেই আছিল ধৰ্মৰাজ যুধিষ্ঠিৰে দ্ৰোণাচাৰ্যৰ পুত্ৰ অশ্বত্থামাৰ মৃত্যু সম্পৰ্কে দিয়া মিছা সংবাদৰ পটভূমি। মহাভাৰতৰ যুগত প্ৰাগজ্যোতিষপুৰৰ ৰজা ভগদত্তক বাৰে বাৰে হাতীৰ পিঠিত দেখা গৈছিল। অঙ্গ, বঙ্গ আৰু কলিঙ্গৰ বীৰসকলে ঐৰাৱতৰ দৰে হস্তীবাহিনী লৈ কুৰুক্ষেত্ৰৰ যুদ্ধত অৱতীৰ্ণ হৈ বীৰশয্যা লাভ কৰিছিল। শৰাঘাতক ভ্ৰূক্ষেপ নকৰি শত্ৰু সৈন্যক ভৰিৰে গচকি দিয়াৰ শিক্ষা আৰু শক্তি ৰণুৱা হাতীবিলাকৰ গাত আছিল। উদাহৰণস্বৰূপে ক'ব পাৰি যে, "দুৰ্যোধনৰ এটি মহাবংশজাত প্ৰিয় হাতী আছিল। গজশাস্ত্ৰজ্ঞ লোকে তাক পৰিচৰ্যা কৰিছিল। (ম্লেচ্ছ অধিপতি শাল্ব সেই পৰ্বতাকাৰ হাতীত উঠি যুদ্ধ কৰিবলৈ আহিছিল আৰু প্ৰচণ্ড বেগে বাণবৰ্ষণ কৰি পাণ্ডৱ সৈন্যসকলক যমৰ ঘৰলৈ পঠাবলৈ ধৰিলে। সকলোৱে দেখিলে যে এই বিশাল হস্তীয়ে অকলেই যেন বহু সহস্ৰজন হৈ ৰণক্ষেত্ৰৰ চাৰিওফালে বিচৰণ কৰি ফুৰিছে। পাণ্ডৱ সৈন্যসকলে উপায়হীন হৈ প্ৰাণৰক্ষা কৰিবলৈ চাৰিওফালে পলাবলৈ ধৰিলে। তেতিয়া ধৃষ্টদ্যুম্নই বেগেৰে দৌৰি গৈ হাতীটোৰ গালৈ শেল নিক্ষেপ কৰি শেলবিদ্ধ কৰিব ধৰিলে। শাল্বই তেতিয়া অঙ্কুশেৰে প্ৰহাৰ কৰি হাতীটোক ধৃষ্টদ্যুম্নৰ ৰথৰ পিনে আগুবাই নিবলৈ ধৰিলে। ধৃষ্টদ্যুম্নই ভয় কৰি ৰথৰ পৰা নামি পৰিল আৰু তেতিয়া সেই হাতীয়ে শুঁৰেৰে ঘোঁৰা আৰু ৰথৰ সাৰথিৰে সৈতে ৰথখন তুলি লৈ মাটিত পেলাই গচকি দিলে। তাকে দেখি ভীম, শিখণ্ডী আৰু সাত্যকিয়ে শৰ মাৰি হাতীক বাধা দিবলৈ চেষ্টা কৰিলে। কিন্তু তাক বাধা দিব নোৱাৰিলে। শেষত ধৃষ্টদ্যুম্নই তাৰ পৰ্বতৰ শৃঙ্গৰ আকাৰৰ গদাৰে হাতীৰ মূৰত প্ৰচণ্ড আঘাত কৰিবলৈ ধৰিলে। আৰ্তনাদ আৰু তেজ বমি কৰি সেই হাতী ভূপতিত হ'ল, তেতিয়া ধৃষ্টদ্যুম্নই অস্ত্ৰেৰে শাল্বৰ শিৰচ্ছেদ কৰিলে।"— *মহাভাৰত সাৰানুবাদ, ৰাজশেখৰ বসু, পৃঃ ৫১৫-৫১৬*)।

প্ৰসঙ্গতঃ 'গজশাস্ত্ৰজ্ঞ' কথাটো লক্ষণীয়। তেতিয়াৰ পৰা 'গজশাস্ত্ৰ' ৰচনা আৰম্ভ হৈছে। ৰজা-মহাৰজাৰ হাতী চোৱা-চিতা কৰা আৰু শিক্ষা দিয়াৰ দায়িত্ব আছিল 'গজশাস্ত্ৰজ্ঞ'সকলৰ ওপৰত। ৰীতিমতে বিধিবদ্ধভাৱে শিক্ষা নাপালে জানো কোনো হাতীয়ে ভীমাদি চাৰিজন প্ৰবল পৰাক্ৰমী সেনাপতিক ৰণক্ষেত্ৰত বিধ্বস্ত কৰিব পাৰে? হাতীৰ শিক্ষাপৰ্ব যে বহু আগৰ যুগৰ পৰাই আৰম্ভ হৈছিল তাৰ প্ৰমাণৰ অভাৱ নাই।

'The Yajurveda uses the terms Hastipa to denote an elephant trainer'। পৰাশৰ প্ৰমুখ্যে ঋষি-মুনিসকলে বিভিন্ন সংহিতাত হাতীৰ লক্ষণ আৰু গুণাগুণৰ বিচাৰ কৰিছে, হাতীৰ শিক্ষা-দীক্ষাৰ আলোচনা কৰিছে, হাতীৰ ৰোগ-ব্যাধি আৰু চিকিৎসাৰ বিষয়ে নিৰ্দেশ আৰু উপদেশ দিছে। পিছে বেদৰ যুগত হাতীয়ে যুদ্ধৰ অংশগ্ৰহণ কৰিছে বুলি মনে নধৰে। মহাভাৰতৰ যুগতেই বোধহয় হাতীয়ে ৰণৰ ৰঙ্গমঞ্চত প্ৰথম অংশগ্ৰহণ কৰিছে। মহাধনুৰ্দ্ধৰ ভীষ্ম, দ্ৰোণ, কৰ্ণ, অৰ্জুনাদি বীৰসকলেও ৰথাৰোহণ কৰি যুদ্ধ কৰিছিল। অৰ্থাৎ হাতীৰ সামৰিক মৰ্যাদা তেতিয়াও পূৰাপূৰি প্ৰতিষ্ঠা হোৱা নাছিল। সেই মৰ্যাদাৰ যুগ আহিছে পিছত— আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণৰ সময়ত। তেতিয়া ৰথযুদ্ধৰে ৰণক্ষেত্ৰ মুখৰিত হৈ নুঠিছিল। মেগাস্থেনিচৰ হিচাপ মতে মৌৰ্যৰাজ চন্দ্ৰগুপ্তৰ সেনাবাহিনীত আছিল ছয় লক্ষ পদাতিক, ত্ৰিশ হাজাৰ অশ্বাৰোহী আৰু ন হাজাৰ হাতী। যুদ্ধত বীৰসকলৰ বিপৰ্যয় হোৱা

সত্ত্বেও যুদ্ধত হাতীৰ ব্যৱহাৰ বা হাতীৰ ওপৰত নির্ভৰতা কোনো গুণে কমা নাছিল। কৌটিল্যই তেওঁৰ 'অর্থশাস্ত্র'ত দ্ব্যৰ্থহীন ভাষাত কৈ গৈছে— 'It is on Elephant that the destruction of an enemy's army depends'। পিছত বিখ্যাত 'হস্ত্যায়ুর্বেদ'ৰ ৰচয়িতা পালকাপ্য মুনি হাতীৰ জয়গানত একেবাৰে উচ্ছ্বসিত হৈ উঠিছে— 'The Sumeru is the ornament of the world the moon of the night; learning is the ornament of the man, and the elephant of the army.'... ... 'Where there is relegion, there is prosperity; where there is beauty, there is nobility; and where there is elephant there is victory.' কৌটিল্যই তেওঁৰ অর্থশাস্ত্রত হাতী সম্পর্কে অনেক কথাই কৈছে। বিভিন্ন অঞ্চলৰ হাতীৰ গুণাগুণ তেওঁ বিচাৰ কৰিছে— 'Elephants bred in countries, such as Kalinga, Anga, Karusa and the East are the best; those of Dasarna and the Weastern countries are of middle quality; and those of Saurashtra and Panchajana countries are of low quality. The might and energy of all can, however, be improved by suitable training.' আইন-ই-আকবৰীত আবুল ফজলেও সবিস্তাৰে হাতী সম্পর্কে আলোচনা কৰিছে। হাতীক শিক্ষা দিলে সি যে ক'ত কি কৰিব পাৰে সেই বিষয়ে তেওঁ লিখিছে— 'The elephant can be taught various feats. He learn to remember such melodies as can be remembered by people acquainted with music; he will move his limbs to keep time and exhibit his skill in various ways. He will short off an arrow from a bow, discharge a matchlock, and will learn to pick up things that have been dropped and hand them over to the keeper.'**

'শ্রীৰাজমালা'ৰ (ত্রিপুৰা-ৰাজন্যবর্গৰ ইতিবৃত্তি) দ্বিতীয় অধ্যায়ত 'হস্তীবিজ্ঞান'ৰ বিষয়ে আলোচনা কৰা হৈছে। তাত লিখা আছে যে— 'ভাৰতৰ আন আন প্রদেশতো বনৰীয়া হাতী পোৱা যায় কিন্তু ত্রিপুৰাৰ পর্বতৰ হাতীৰ দৰে সুন্দৰ আৰু স্বাস্থ্যবান হাতী আন ঠাইত পোৱা নাযায়। এই হাতী দুর্লভ। ৰাজ্যৰ দক্ষিণাঞ্চলৰ হাতীতকৈ উত্তৰাঞ্চলৰ হাতী দীর্ঘজীবী আৰু অধিক শক্তিশালী।' • সমস্যাৰ কথা বাদ পৰা নাই— 'এই পাহাৰীয়া ৰাজ্যখনত জনবসতি বৃদ্ধি পোৱাৰ লগে লগে অনেক ঠাইত হাতীৰ অহা-যোৱাৰ পথ বন্ধ হৈ গৈছে। হাতীৰ দলে মানুহৰ ওচৰে-পাঁজৰে বিচৰণ কৰিবলৈ নিবিচাৰে। এই কাৰণেই অনেক হাতীয়ে দূৰৱৰ্তী গভীৰ অৰণ্য নাইবা ৰাজ্যৰ সীমাৰ বাহিৰলৈ গুচি যায়।" পালকাপ্য মুনিক অঙ্গৰাজে সুধিছিল "হাতীৰ অত্যাচাৰৰ পৰা প্রজাসকলক ৰক্ষা কৰাৰ উপায় কি?" বোধহয় মাজে মাজে এই সমস্যাটোৱে গভীৰ ৰূপ ধাৰণ কৰিছিল। অৱশ্যে সমস্যাৰ সমাধান কি ধৰণে হৈছে সেইটো সঠিককৈ জনা নাযায়।

অতীততো হাতীক লৈ দেশ আৰু বিদেশত অনেক তথ্যসমৃদ্ধ কিতাপ লিখা হৈছে। ইয়াৰ বাহিৰেও হাতীক লৈ সৃষ্টি হৈছে বহুতো গল্প, উপন্যাস, কিংবদন্তি আৰু কাল্পনিক গল্পৰ

** Ain-I-Akbari by Abul Fazal Allami, translated from the original Persian by H Bloch Mann MA, Cal, Madrass, Second edition, Revised and edited by Lt. Cal DC Phillot, MA, Ph D, FASB, Vol-I-Ain 41.

• দ্বিতীয় অধ্যায় — ১ম পৃষ্ঠা।

দৰে মনোমোহা কাহিনী। সেইবোৰ কিংবদন্তিৰ কিছু কিছু আপোনালোকে আগোয়েই শুনিছে। 'হাতী' আমাৰ কথাৰ এটা মাত্ৰা হৈও পৰিছে। আমি কথাই কথাই কওঁ— 'হাতীৰ খোৰাক', 'হাতী পোহা' ইত্যাদি। ইংৰাজী ভাষাতো একেই ধৰণে বিভিন্ন কথা কোৱা হয়।

সেয়া যি হওক, এই আলোচনাৰ পৰা এইটো বোধহয় পৰিষ্কাৰ হৈছে যে হাতী বেদৰ যুগৰ পৰাই আমাৰ সঙ্গী। মহাভাৰতৰ যুগৰ পৰা সি হৈছে আমাৰ কামৰ সঙ্গী— ৰণক্ষেত্ৰ আৰু সুখ-শান্তিৰ দিনতো।

আমাৰ গণদেৱতাৰো গজমুণ্ড আছে। পৌৰাণিক উপাখ্যানতো হাতীয়ে কম ঠাই অধিকাৰ কৰি থকা নাই। ঋষি-মুনিসকলেও হাতী সম্পৰ্কে শাস্ত্ৰ ৰচনা কৰোঁতে কম কষ্ট কৰা নাই। ইয়াৰ বাহিৰেও হাতীৰ বিষয়ে পোৱা যায় বহুতো কিংবদন্তি আৰু সৃষ্টি হৈছে মনোমোহা কাল্পনিক গল্পৰ ভঁৰাল। এতিয়া যদি সেই হাতী ভাৰতৰ বনাঞ্চলৰ পৰা একেবাৰে অবলুপ্ত হৈ যায় তেতিয়াহ'লে আমাৰ সংস্কৃতি ভাণ্ডাৰৰ এটি বৃহৎ অংশ ঘাটি পৰি যাব।

কিন্তু সমস্যাটো যে খুবেই কঠিন সেইটো লালজীৰ মুখৰ পৰাই শুনিছোঁ। জনমানৱৰ কল্যাণ, বনাঞ্চল আৰু বন্যজন্তুৰ সংৰক্ষণ একেডাল ডোলতেই বন্ধা। সেউজীয়া গছ-বননিৰ সংকোচনৰ মাজত জন-কল্যাণৰ কোনো আশ্বাস নাই। আছে মাথোঁ অশুভ সম্ভাৱনাৰ নিশ্চিত আ.:শ— প্ৰকৃতিৰ ভাৰসাম্য বিপৰ্যয়ৰ এক অচিনা সঙ্কেত। হাতীয়ে এতিয়া সিহঁতৰ জংঘলৰ থকা ঠাই এৰি ঘন লোকবসতিৰে ভৰা ঠাইলৈ আহি তহিলং কৰি মানুহক অত্যাচাৰ কৰিবলৈ আৰম্ভ কৰিছে। ইয়াৰে পৰাই প্ৰমাণ হয় যে এই ভাৰসাম্যতা দ্ৰুতগতিত হ্ৰাস পাইছে। বুজিব পাৰিছে নে যে এইবাৰ আমি একেবাৰে Ecology-ৰ বিপজ্জনক আৰু শেষ প্ৰান্তত আহি উপস্থিত হৈছোঁহি। এই কথাবোৰ আমি মুঠেই নাজানো। পিছে এটা কথা আমি সকলোৱে জানো যে হাতীৰ দলে যেতিয়া বনাঞ্চল ত্যাগ কৰি খোৰাবস্তুৰ সন্ধানত মানুহৰ বসতিপূৰ্ণ গাঁও-ভূঁইলৈ আহি বাৰী-ঘৰ তহিলং কৰি মানুহৰ ওপৰত অত্যাচাৰ কৰে আৰু তেতিয়াই বুজিব লাগিব যে বনাঞ্চলৰ অৱস্থা বিশেষ ভাল নহয়।

হাতীৰ কথা এই প্ৰসঙ্গত বিশেষভাবে জোৰ দি কৈছোঁ। তাৰ কাৰণ পণ্ডিতসকলে কৈছে যে হাতীয়েই হ'ল Indicator species। লালজীয়ে আগতেই কৈ গৈছে যে হাতীৰ এসাঁজৰ খোৰাকৰ পৰিমাণ হ'ব বাৰৰ পৰা চৈধ্য মোন। সেয়েহে বনৰ ভঁৰালত খোৰাবস্তুৰ নাটনি হ'লেই তাৰ প্ৰথম কোবটো হাতীৰ ওপৰতেই পৰিব। হাতীয়ে তেতিয়া গাঁও-ভূঁইলৈ গৈ খোৰাবস্তু বিচাৰি তহিলং কৰি অত্যাচাৰ কৰে। তাৰ পিছতেই হাতীক অনুসৰণ কৰি ওলাই আহিবলৈ বিচাৰে অন্য অন্য বন্যজন্তুবোৰ। শেষ পৰ্যন্ত বাঘেই বা অকলে বনত বহি থাকি কি ক.ৰিব? সিওঁ জনবসতিৰে ভৰা গাঁও-ভূঁইৰ ফালে অগ্ৰসৰ হয়। কিন্তু বনৰীয়া জন্তুবোৰে বন এৰি গুচি আহিলে বনৰেই বা শ্ৰীবৃদ্ধি হ'ব কেনেকৈ? পিছে এইটোও নহয় যে বনৰীয়া জন্তুৱে ভৰিৰ খোজে প্ৰতি বনৰ বীজ সিঁচি যায়। পিছে বিজ্ঞানসম্মতভাবে দেখা গৈছে যে সিহঁতৰ চলা-ফিৰাৰ ফলত বনাঞ্চলত এক বিচিত্ৰ তৰঙ্গৰ ধ্বনি উঠে। তাৰেই আবেগ আৰু অনুভূতিৰ পৰাই গছ-গছনি আপোন মনে বাঢ়ি গৈ থাকে। আন কিছুমান কাৰকো আছে। বন্য জন্তুৰ মল-মূত্ৰ আৰু মৃতদেহে সাৰৰ কাম কৰে। এই সাৰৰ ফলতেই বনাঞ্চলৰ শ্ৰীবৃদ্ধি ঠিকমতে হৈ থাকে। আৰু Food-chain-ৰ কথাটো সকলোৱে জনাই আছে। বনত যদি

বাঘ-সিংহ ইত্যাদি মাংসাহাৰী জন্তু একেবাৰেই নাথাকে তেতিয়াহ'লে হাতীকে ধৰি আনবোৰ তৃণভোজী জন্তুৰ সংখ্যা ভয়ানকভাৱে বৃদ্ধি পাব। তেতিয়া হ'লে গোটেই অৰণ্যখনেই হাতী আদি তৃণভোজী জন্তুৰ পেটলৈ যাব। মানুহে বাঘ মাৰে আৰু বাঘে তৃণভোজী জন্তু বধ কৰি খায়। প্ৰকৃতিয়ে মাংসাহাৰী আৰু তৃণভোজী জন্তুৰ মাজত সদায়ে সমতা ৰক্ষা কৰি অহাৰ বাবে সিহঁতৰ কাৰণে বনত খাদ্যৰ কোনো অভাৱ নহয়। কিন্তু দেখা গৈছে যে মানুহে নিৰ্দয়ভাৱে বননি কাটি অৰণ্যৰ মাটি মোকলাই যি ধৰণে গাঁও, চহৰ-নগৰ প্ৰতিষ্ঠা কৰি গৈ আছে সেয়েই বিপৰ্যয়ৰ সূচনা কৰিছে।

সকলো কথা বিবেচনা কৰি এদিন বিশেষজ্ঞই বনাঞ্চল সংৰক্ষণৰ কথা সমৰ্থন কৰিছে। তেওঁলোকে ভাবে যে বনাঞ্চলৰ স্নিগ্ধতাই মানুহৰ শৰীৰ আৰু মনৰ অফুৰন্ত প্ৰসন্নতাৰ উৎস। বনাঞ্চলৰ সংৰক্ষণ বন্যজন্তুৰ উৎপাতৰ পৰা হাত সাৰি থকাৰ অব্যৰ্থ উপায়। পিছে সামঞ্জস্য ৰক্ষা কৰাৰ কথাও পাহৰি যোৱা নাই। সেয়েহে বিশ্বজুৰি হাতীৰ সমীক্ষা চলিছে। যদি বনাঞ্চলৰ তুলনাত হাতীৰ সংখ্যা খুব বেছি হয় তেতিয়াহ'লে কি ব্যৱস্থা কৰা হ'ব। সেই পৰিস্থিতিত হাতীৰ উৎপাতৰ পৰা খেতি-বাতি ৰক্ষা কৰিবলৈ কেইটামান ব্যৱস্থা ল'বলৈ কৈছে যেনে ধৰক—

১। খেতি-বাতি কৰা এলেকাৰ চাৰিওফালে কাঁটা তাঁৰৰ বেৰ দিয়া।

২। আঠ ফুট দ গাঁত খান্দি হাতীক খেতিৰ ভিতৰলৈ সোমাবলৈ নিদিয়া।

৩। কম-শক্তি সম্পন্ন বেটাৰি চালিত বৈদ্যুতিক তাঁৰৰ বেৰ দিয়া।

৪। ঘনকৈ কাঁইটীয়া গছৰ বেৰা দিয়া।

৫। এক ধৰণৰ ঔষধি গছ-লতাৰ গুড়ি প্ৰস্তুত কৰি চাহগছৰ ওপৰত ছটিয়াই দিয়া।*

ইত্যাদি।

এইবোৰ বিধি-ব্যৱস্থা যে কিমানখিনি কাৰ্যকৰী হ'ব সেইটো কোৱাটো টান। কাৰ্যকৰী কৰাৰ ক্ষেত্ৰত নানা ধৰণৰ বাধা-বিঘিনিও আছে। পিছে বিশ্বজুৰি বিশেষজ্ঞসকলে যেতিয়া কামত নামিছে আশা কৰোঁ যে সমস্যাটোৰ সু-সমাধা হ'ব আৰু যি হাতীয়ে গোটেই বিশ্বজুৰি 'Mythology and folklore'-ৰ বহুখিনি ঠাই আগুৰি আছে বনাঞ্চলতো সিহঁতৰ বাচি থকিবলৈ থকা ঠাই আৰু খোৱা-লোৱাৰ কোনো দিনেই অভাৱ নহ'ব। ◄◄

---

Report on Elephant movement and deproduction in Jalpaiguri Division and part of Maderihat Range of Cooch-Behar Division June-July 1975 (with two supplementary notes submitted to West Bengal Govt. in 1975 mineo.).